# এইড্‌ছ অভিযান

(এইড্‌ছ অভিযান মৃত্যুদূত অৱৰোধ সংক্ৰমণ প্ৰতিৰোধ
তিনিটি কাহিনীৰে বিভীষিকাময় এইডছ সংক্ৰমণৰ
প্ৰতিৰোধক, সমাজ সংস্কাৰক উদ্দেশ্যধৰ্মী শিক্ষামূলক
প্ৰেৰণাদায়ক যুগসাপক্ষ উপন্যাস।)

ডাঃ হেমপ্ৰভা বৰঠাকুৰ



নতুন অসম
ভাষা-সাহিত্যৰ বিশিষ্ট প্ৰকাশক
উদ্যোগপাম, বামুণীমৈদাম গুৱাহাটী-২১

প্ৰকাশক : ডাঃ চম্পক বৰঠাকুৰ, ডিব্ৰুগড

পৰিবেশক : **নতুন অসম,**
C/o বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী-২১

প্ৰথম প্ৰকাশ : জুন, ২০০০
দ্বিতীয় প্ৰকাশ : মাৰ্চ ২০০৮

বেটুপাত : চন্দন চুতীয়া

মূল্য : ১০০.০০ টকা

ছপা : বাণাপ্ৰকাশ মুদ্ৰণী প্ৰাইভেট লিমিটেড
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী - ২১

Prof. Devdas Kakati, Vice Chancellor
Dibrugarh University
Dibrugarh-781 002 (Assam)
☎ (0373) 70239 (O)
70203 (R)
Fax 70323

# পৰম আদৰণীয়

মানৱ সমাজৰ সন্মুখলৈ অহা বহুবোৰ জ্বলন্ত সমস্যাৰ ভিতৰত এইড্ছ্ ৰোগৰ ক্ৰমবৰ্দ্ধমান ভয়াৱহ পাদুৰ্ভাৱে আজি কিছুদিনৰ পৰা সকলোকে চিন্তিত কৰি তুলিছে। অসম তথা উত্তৰ পূৰ্ব্বাঞ্চলো এই বিষয়ত খুবেই স্পৰ্শকাতৰ হিচাপে প্ৰতিপন্ন হৈছে। এনেকুৱা সময়ত ডাঃ হেমপ্ৰভা বৰঠাকুৰে এই ৰোগৰ বিস্তাৰ হোৱাৰ ভয়াৱহ পৰিণতি দেখুৱাই এইড্ছ্ অভিযান উপন্যাস লিখি উলিৱাটো খুউব সময় উপযোগী পদক্ষেপ হৈছে। উপন্যাসখনিৰ অন্তৰ্নিহিত শিক্ষামূলক ভাবধাৰা এইড্ছৰ ভয়াৱহ পৰিণতিৰ বিপৰীতে সমাজ সচেতনতা আৰু ইয়াৰ প্ৰতিৰোধৰ ব্যৱস্থা প্ৰশংসনীয় আৰু গ্ৰহণযোগ্য। এনেকুৱা বৈপ্লৱিক উদ্দেশ্যপূৰ্ণ আৰু শিক্ষামূলক পুথি এখন সমাজৰ হাতত সময়মতে তুলি দিয়া কাৰণে ডাঃ হেমপ্ৰভা বৰঠাকুৰ আমাৰ আটাইৰে শ্ৰদ্ধাৰ পাত্ৰ।

ডাঃ বৰঠাকুৰৰ এই প্ৰচেষ্টাই এসময়ত ইউৰোপৰ প্ৰখ্যাত লিখক হেনৰিক্ ইবচেনে ১৮৮১ চনতে লিখা 'The Ghost' নামৰ নাটকখনৰ প্ৰাসঙ্গিকতালৈ মনত পেলাই দিয়ে। এইড্ছ্ আৰু ড্ৰাগচ এই দুয়োবিধ আজিৰ যুৱ সমাজৰ কেনেকুৱা শত্ৰু হৈ দেখা দিছে সেই বিষয়ে আমি সকলোৱে সজাগ হোৱাৰ সময় আহি পৰিছে। এই বিষয়ত ডাঃ বৰঠাকুৰৰ লিখাই সম্পূৰ্ণ সহায় কৰিব পাৰিব বুলি মোৰ দৃঢ় বিশ্বাস, লগতে পুথিখনৰ বহুল প্ৰচাৰ হোৱাতো একান্ত কামনা কৰিছোঁ।

ডাঃ হেমপ্ৰভা বৰঠাকুৰৰ সমাজ জীৱনৰ প্ৰতি এই ধৰণৰ সেৱা অব্যাহত থাকক তাৰ বাবে আন্তৰিক শুভেচ্ছা আৰু অভিনন্দন ৰ'ল।

ড° দেৱদাস কাকতি
উপাচাৰ্য্য
ডিব্ৰুগড় বিশ্ববিদ্যালয়
২৫-১০-৯৮

*Prof. D. P. Barooah*,

M A LL B D Phil

Ex Vice Chancellor
GAUHATI UNIVERSITY
UGC Emeritus Fellow
Senior Associate,
National Institute of Advanced Studies
(Bangalore)
Life Patron North East India Political Science Association
Member, Syndicate, Tripura University

Phone 523445 (Res)
Kharghuli
Guwahati-781004
Assam, India

# এটি মূল্যায়ণ

ডাক্তৰ হেমপ্ৰভা বৰঠাকুৰ ৰচিত "এইড্‌ছ্ অভিযান" উপন্যাসখনি দায়বদ্ধতাৰে তন্ন তন্নকৈ পঢ়ি মূল গূঢ়াৰ্থৰে মন্তব্য আগবঢ়ালো।

এইড্‌ছ্ অভিযান মৃত্যুদূত অৱৰোধ আৰু সংক্ৰমণ প্ৰতিৰোধ এই তিনিখন স্বয়ং সম্পূৰ্ণ কিন্তু সংযোগ থকা উপন্যাসত্ৰয়ীৰ মাধ্যমেৰে ডাক্তৰ হেমপ্ৰভা বৰঠাকুৰে এইড্‌ছ্ তথা সংযুক্ত বিভীষিকাৰ বিৰুদ্ধে উপন্যাসৰ জৰিয়তে সৃষ্টিশীল মননশীলতা আৰু সামাজিক দায়বদ্ধতাৰ সম্যক পৰিচয় দিবলৈ সমৰ্থ হৈছে। ৰোগ চিকিৎসাৰ বিশেষ জ্ঞানক ব্যক্তিগত তথা সমাজিক সচেতনতা সমাজ জীৱনৰ ভিন্ ভিন্ উদাহৰণৰ যোগেদি বুজনভাৱে কেনেকৈ আগবঢ়াই লৈ যাব পাৰি তাৰেই স্বাক্ষৰ বহন কৰিছে সুখপাঠ্য উপন্যাসত্ৰয়ীয়ে প্ৰাসংগিক মানসিক সংঘাতৰ জইন মাৰি উন্নতৰ নতুন জীৱনৰ পথৰ সন্ধানো বিচাৰিব জানিলে যে পাব পাৰি সেই সত্যতো লেখিকাই দৃঢ়ভাৱে পৰিস্ফুত কৰি তুলিছে উল্লেখনীয় তাৎপৰ্য্যপূৰ্ণ মূল্যবান উপন্যাসখনিৰ যোগেদি।

চিৰ উজ্জ্বল ভৱিষ্যতৰ কামনাৰে

ড° দেৱপ্ৰসাদ বৰুৱা
প্ৰাক্তন উপাচাৰ্য্য, গুৱাহাটী বিশ্ববিদ্যালয়
৯-১১ ৯৯

*Dr. G. C. Baruah*, MD
Principal cum Chief Superintendent
Assam Medical College Hospital,
Dibrugarh-781 002 (Assam)

☎ (0373) 20080 (O)
22039 (R)

# অভিনন্দন

ডাঃ হেমপ্ৰভা বৰঠাকুৰে লিখা এইড্‌ছ্ অভিযান উপন্যাসখনি পঢ়ি অত্যন্ত সুখী হৈ জয় জয়তে তেখেতলৈ মোৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলো। বৰ্তমান সমাজৰ কাল ৰূপ এইড্‌ছ্ আৰু ড্ৰাগছৰ ভয়াবহ পৰিণতি সফলভাৱে ৰূপায়িত কৰিছে ডাঃ বৰঠাকুৰে উপন্যাসখনিৰ যোগেদি। লিখিকাই কাহিনী কেইটাত বিশেষকৈ উঠি অহা যুৱক-যুৱতীসকললৈ সংক্ৰামণাত্মক এইড্‌ছ্ ৰোগৰ ভয়াবহতা আৰু এই ৰোগৰ প্ৰতিৰোধৰ ক্ষেত্ৰত আমাৰ সচেতনতা আৰু সামাজিক দায়বদ্ধতাৰ বিষয়ে সুন্দৰ অনুকৰণীয় শিক্ষামূলক উপদেশ আগবঢ়াইছে, এইড্‌ছ্ ৰোগ বিয়পাৰ প্ৰধান কাৰণ হৈছে অসামাজিক যৌন ব্যভিচাৰ, চিৰিঞ্জৰ যোগেদি নিচাযুক্ত ঔষধ সেৱন আৰু এইড্‌ছ্ ডিটেকচন পৰীক্ষা নকৰাকৈ ৰক্তদান। এই ৰোগৰ প্ৰতিৰোধৰ আটাইতকৈ ডাঙৰ দিশটো হ'ল যৌন ব্যভিচাৰ (unethical Sex) প্ৰতিৰোধ কৰা যাৰ কাৰণে অতি প্ৰয়োজনীয় হৈ পৰিছে সামাজিক সচেতনতা আৰু সংক্ৰামণাত্মক ভয়াবহতাৰ বিষয়ে বিস্তৰ প্ৰচাৰৰ ব্যৱস্থা কৰা, এই ক্ষেত্ৰত ডাঃ বৰঠাকুৰে প্ৰশংসনীয় প্ৰয়াসেৰে উশৃঙ্খল যুৱকসকল, চৰিত্ৰহীন লোকসকল, অদূৰদৰ্শী ড্ৰাগচ সেৱিসকলৰ ভৱিষ্যৎ যে অন্ধকাৰ, অকাল মৃত্যু। এইড্‌ছৰ কৰাল গ্ৰাসৰ পৰা মুক্ত হ'বলৈ, সৎপথ লবলৈ সঁকিয়াই দিছে কেউটি কাহিনীৰ যোগে।

এই দিশত সমাজৰ গুৰি ধৰোঁতা লেখক-লেখিকা তথা সমাজসেৱী সংগঠনসমূহৰ ভূমিকা অতি তাৎপৰ্য্যপূৰ্ণ। বৰ্তমান সমাজত উশৃঙ্খল যুৱ মানসিকতাৰ ভয়াবহতাৰ প্ৰতি লক্ষ্য ৰাখি প্ৰতিজন সমাজ সচেতন ব্যক্তিয়ে যুৱক-যুৱতীৰ মাজত আধ্যাত্মিক চিন্তা-ধাৰাৰ প্ৰচাৰ আৰু ভাতৃত্ববোধ তথা দেশপ্ৰেমী মনোভাৱ গঢ়ি তুলিবলৈ প্ৰয়াস কৰাতো অতি প্ৰয়োজনীয় হৈ পৰিছে।

ডাঃ হেমপ্ৰভা বৰঠাকুৰে তেখেতৰ "এইড্‌ছ্‌ অভিযান" উপন্যাসখনৰ তিনিওটি কাহিনীৰ যোগেদি এইড্‌ছ্‌ৰ ভয়াবহতা আৰু প্ৰতিৰোধৰ সম্পৰ্কে সমাজৰ মাজত সচেতনতা আনি দিবলৈ কৰা প্ৰয়াস অতি প্ৰশংসনীয় আৰু এয়া দেশবাসীৰ প্ৰতি তেখেতৰ উল্লেখযোগ্য অৱদান। কিতাপখন ভাৰতৰ বিভিন্ন ভাষালৈ অনুবাদ হোৱাতো বাঞ্চনীয় আৰু কাহিনী কেউটা তথ্য চিত্ৰলৈ ৰূপ দিলেহে এইড্‌ছ্‌ অভিযান সফল হ'ব।

মই আশা কৰোঁ ডাঃ হেমপ্ৰভা বৰঠাকুৰে ভৱিষ্যতেও উত্তৰ পুৰুষৰ বাবে সামাজিক সমস্যাৱাজিৰ ক্ষেত্ৰত তেখেতৰ বহুমূলীয়া লিখনিৰে বৰঙণি আগবঢ়াই যাব।

এখন এইড্‌ছ্‌ মুক্ত সমাজৰ কামনাৰে

ডাঃ গণেশ চন্দ্ৰ বৰুৱা
অধ্যক্ষ আৰু মুখ্য অধীক্ষক
অসম চিকিৎসা মহাবিদ্যালয়
ডিব্ৰুগড
১৯-১০-৯৮

**অসম সাহিত্য সভা**
অধ্যাপক ড° নগেন শইকীয়া
সভাপতি ঃ অসম সাহিত্য সভা
আবাস ঃ আশ্রয় ঃ জীৱন ফুকন নগৰ
ডিব্রুগড় ঃ ৭৮৬০০৩ (ফোন-২০৭৯৬)

কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট ৭৮৫০০১ (অসম) ফোন ঃ৩২০০৭৬
গুৱাহাটী কাৰ্যালয় ঃ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন
গুৱাহাটী ৭৮১০০১, ফোন ৫২১৮০০
ডিফু কাৰ্যালয় ঃ বাংহিলা ভৱন ডিফু ৭৮২৪৬০
ফোন ২৫৯০

# প্ৰশংসনীয়

ডাঃ হেমপ্ৰভা বৰঠাকুৰে এইড্‌ছ ৰোগৰ ভয়াৱহ সংক্ৰমণৰ পৰিণতি দেখুৱাই লিখা উপন্যাসখনৰ পাণ্ডুলিপি পঢ়ি বৰ ভাল পালোঁ। উপন্যাসখনি উদ্দেশ্যধৰ্মী আৰু শিক্ষামূলক। ডাঃ হেমপ্ৰভা বৰঠাকুৰে বক্তব্য উকা শিক্ষাপ্ৰদ আৰু নিৰস নকৰি দ্বন্দ আৰু মানসিক সংঘাতৰ যোগেদি কাহিনী আগবঢ়াই নিছে। লেখিকাই কাহিনীত ঔৎসুক্য বজাই ৰাখি সুখ পাঠ্যকৈ আগবঢ়াই নিছে। আমাৰ সাম্প্ৰতিক কালত সোমোৱা দুটা ভয়াৱহ শত্ৰু এইড্‌ছ আৰু ড্ৰাগচৰ সম্পৰ্কে বিশেষকৈ যুৱক-যুৱতীসকলক সজাগ কৰি তোলাত ডাঃ বৰঠাকুৰৰ পুথিখনিয়ে সম্পূৰ্ণ সহায় কৰিব বুলি মোৰ দৃঢ় বিশ্বাস। পুথিখনিৰ বহুল প্ৰচাৰ কামনা কৰিলোঁ।

ডাঃ হেমপ্ৰভা বৰঠাকুৰে এনেধৰণৰ লেখাৰে আমাৰ সমাজ জীৱনৰ প্ৰতি অতি আৱশ্যকীয় সেৱা আগবঢ়াই যাব এই বাঞ্চাৰে শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

**ড° নগেন শইকীয়া**
সভাপতি অসম সাহিত্য সভা
১১ জুন, ১৯৯৮
মাধৱদেৱৰ জন্ম জয়ন্তী
ডিব্রুগড

*Dr. Pranay Phukan*
MBBS M.D
Obsterician & Gynaecologist
Endoscopic Surgeon

DQ-20,
Assam Medical College
Dibrugarh - 786002
Assam
Ph 30167 (R)
21745 (C) 22941 (C)

০১-১২-৯৯

# সমাদৃত

কবি সাহিত্যিক ডাঃ হেমপ্ৰভা বৰঠাকুৰলৈ মোৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলোঁ। ডাঃ বৰঠাকুৰৰ প্ৰচাৰিত হৈ থকা গল্প, প্ৰবন্ধ, কবিতা, সামাজিক উপন্যাস মাজে সময়ে পঢ়ি উৎসাহিত হৈ গৌৰৱ অনুভৱ কৰোঁ। বিশেষকৈ তেখেতৰ কাব্যিক প্ৰতিভাৰ অমূল্য সৃষ্টি 'আহ্বান' কবিতা পুথিখনিয়ে সমাজত আলোড়নৰ সৃষ্টি কৰি আধ্যাত্মিক সচেতনতা জগাই তুলিছে।

পৰিচিত ডাঃ বৰঠাকুৰ পূৰ্ব্ব প্ৰতিষ্ঠিত মাৰ্য্যদাপূৰ্ণ আভিজাত্য পৰিয়ালৰ বোৱৰী। পূৰ্ব পুৰুষ উজনি অসমৰ প্ৰখ্যাত বেজবৰুৱা পৰিয়াল আহোম ৰজাৰ ৰাজবিষয়া আছিল। আজুককাৰ পিতৃ দীননাথ বেজবৰুৱা ৰজা পুৰন্দৰ সিংহৰ ৰাজ চিকিৎসক আছিল। তেখেতৰ সপ্তম পুত্ৰ বিষ্ণুনাথ বেজবৰুৱা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ককায়েকৰ দুহিতা প্ৰেমলতা দেৱী শ্ৰীযুতা বৰঠাকুৰৰ আইতাক। শ্ৰীযুতা বৰঠাকুৰৰ জন্ম ডিব্ৰুগড়ত ১৯৬৩ চনৰ আহিন মাহৰ শ্ৰী শ্ৰী লক্ষ্মীপূজাৰ পূৰ্ণিমাৰ দিনা। ডাঃ হেমপ্ৰভা বৰঠাকুৰ চিকিৎসা সেৱাত সুনামেৰে ব্ৰতী থাকিও একাদিক্ৰমে কবি, সাহিত্যিকৰ উপৰিও ৰাজনীতিত এখন সুকীয়া আসন পাইছে। তেখেত বৰ্তমান ৱাৰ্ড কমিচনাৰ আৰু ৰাজ্যিক মহিলা সন্মিলনৰ ৰাজ্যিক সম্পাদিকা আৰু ৰাজ্যিক পৰ্য্যবেক্ষক, তদুপৰি বিভিন্ন সামাজিক বিষয়বাবৰ উপৰিও সামাজিক মুখ্যকামত আৰু অসম সাহিত্য সভাৰ লগতো ওতঃপ্ৰোত ভাৱে বিষয় বাবেৰে জড়িত।

ডাঃ হেমপ্ৰভা বৰঠাকুৰৰ এইড্‌ছ অভিযান উপন্যাসখনিৰ তিনিওটি কাহিনী সমাজ সচেতনতা আৰু সমাজৰ প্ৰতি দায়বদ্ধশিলতাৰ পৰিচায়ক। বৰ্তমান সমাজত ব্যৱহৃত ড্ৰাগচ, মদ্যপান, অশ্লীলপাঠৰ ব্যৱহাৰে সামাজিক জীৱনত ব্যাঘ্ৰাত জন্মাইছে বিশেষকৈ যুৱ সমাজক বিপথে পৰিচালনাৰে বিপৰ্য্যয়লৈ ঠেলি নিছে গুপ্ত অসামাজিক কু-কৰ্ম্ম, উশৃঙ্খল যৌন ব্যভিচাৰী বাসনাই কেনেকৈ অজানিতে সমাজলৈ ভয়াৱহতা কঢ়িয়াই আনিব পাৰে লেখিকাই এই দুঃচৰিত্ৰৰ পৰিণাম আৰু অসংযমি হৈ বিপথে যোৱাৰ

প্ৰতিফল ভয়ঙ্কৰ কদৰ্য্য ৰূপ বা অকাল মৃত্যু অনিবাৰ্য্য তাক অতি পৰিষ্কাৰকৈ তেখেতৰ সাবলীল লিখনিৰ যোগে বুজাই দিয়াত প্ৰতিবোধ প্ৰচেষ্টা অতিশয় প্ৰশংসনীয় হৈছে। বৰ্তমান যুগৰে ভয়াবহতা সৃষ্টি কৰি জ্বলন্ত সমস্যা ড্ৰাগচ আৰু এইড্ছৰ প্ৰলয়ঙ্কৰী ধ্বংসৰ গৰাহৰ পৰা সজাগতা আৰু সমাজ সংৰক্ষণৰ যি অতুলনীয় প্ৰচেষ্টা কৰিছে তাত সফল হৈছে ডাঃ বৰঠাকুৰ।

কেৱল পঢ়ি ডিগ্ৰী এটা লোৱাই সমস্ত জ্ঞানৰ অধিকাৰী নহয়, লগতে সংযম সাধনা আধ্যাত্মিক সচেতনতাৰ যে অত্যন্ত প্ৰয়োজন আৰু কেৱল ধনে নতৰে লগতে সুখ-শান্তিৰ মূল আধাৰ স্বৰূপ সজজ্ঞান নৈতিক চৰিত্ৰ আৰু মহানুভৱতাৰ প্ৰয়োজনবোধ উপন্যাসখনিত পৰিস্ফুট হৈ উঠি শিক্ষামূলক উদ্দেশ্যধৰ্মী আৰু সমাজ সংস্কাৰক হৈছে। লিখিকাৰ ঐতিহাসিক ধৰ্ম পৰম্পৰাৰে জাতীয় সংহতি সুদৃঢ় কৰিব খোজা জাতীয় ভাবাপন্নতাৰে একতাৰ এনাজৰীৰে সমস্ত দেশক আঁকোৱালি ল'ব খোজা দৃঢ় পদক্ষেপ অনুকৰণীয় আৰু সমাদৃত।

এইড্ছ অভিযান পুথিখনিৰ তিনিওটা কাহিনীৰ যোগে ত্যাগ, সংযম, মানৱীয়বোধ, সমাজৰ প্ৰতি দায়বদ্ধতা আৰু আধ্যাত্মিকতাৰ সুশিক্ষা সমাজে পাব বুলি মোৰ দৃঢ় বিশ্বাস। ডাঃ হেমপ্ৰভা বৰঠাকুৰৰ সৃজনশীল শক্তিৰে বৈপ্লৱিক প্ৰত্যাহ্বানেৰে সমাজে আৰু সংস্কাৰপূৰ্ণ মহৎ অৱদান পাব বুলি আমি পৰম আশা কৰিলোঁ। কিতাপখনিৰ বহুল প্ৰচাৰ কামনা কৰি পুনৰবাৰ ডাঃ বৰঠাকুৰলৈ শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

ডাঃ প্ৰণয় ফুকন
বিশেষজ্ঞ, প্ৰসূতি বিভাগ
অসম চিকিৎসা মহাবিদ্যালয়
ডিব্ৰুগড় - ৭৮৬০০২

# লিখিকাৰ অদম্য বাঞ্ছা

মই ক'বলগীয়াখিনি দৃশ্যপটৰ বাবে তুলাপাতত লিপিবদ্ধ কৰিলো। দিনত মানৱ কল্যাণ, চিকিৎসা সেৱা আৰু সমাজ সেৱাত ব্ৰতী থাকি নিশা কলম লৈ সমাজ তথা দেশখন সুশৃঙ্খলকৈ গঢ়িবলৈ মনত থূপ খাই থকা জ্বলন্ত অভিজ্ঞতাবোৰ লিপিবদ্ধ কৰি কেইখনো কিতাপৰ ৰূপ দিছো। কিন্তু কথা হ'ল মনটো বিপ্লৱী, উদাৰ দেশপ্ৰেমী, সংবেদনশীল হোৱা হেতু গাডীত উঠি সমাজ সেৱা কৰোতে উপাৰ্জনতকৈ ব্যয় বেছি হোৱাত কিতাপ প্ৰকাশ কৰিবলৈ অৰ্থই সংকটত পেলায। বৰ্তমান বিশ্বত এইড্‌ছ ৰোগে লেলিহান জিহ্বা মেলি যেনেকৈ কুটিল ৰূপেৰে মানৱ সমাজ গ্ৰাস কৰিছে আৰু এইড্‌ছ জাতীয় সংক্ৰামণাত্মক সমস্যাই সমাজত কালৰূপ লৈছে তাৰ জ্বলন্ত ৰূপ চকুৰ আগত ভাঁহি উঠিলে মুহূৰ্ত্ততে সমাজখন সংস্কাৰ কৰি পেলাবলৈ মন-প্ৰাণ ব্যাকুল হৈ উঠে, সেয়ে অতি কম সময়ৰ ভিতৰতে কলমৰ আগৰে নিগৰিলে সংস্কাৰৰ ধাৰা বিষবাষ্প বিয়পি পৰা বিপৰ্যয় মুখী কৰুণ বেদনা জৰ্জৰিত বিপথগামিৰ মৰ্ম্মান্তিক কাহিনীৰে মোৰ হৃদয়ত পঞ্জীভূত দুৰন্ত আৱেগক জাগ্ৰত কৰি মহাশক্তিয়ে সাগৰৰ উত্তাল উন্মত্ত জোৱাৰ ভেদ কৰি নিৰ্ব্বিঘ্নে উপকূল পোৱাৰ পথ বিচাৰি দিয়ে, এইড্‌ছ অভিযান তাৰে মূৰ্ত্ত প্ৰকাশ। পুস্তকখন পূৰ্ণ হোৱাত জগত জননী শ্ৰী শ্ৰী কুসুম কুমাৰী দেৱীৰ কাষ চাপিলো। দেৱীয়ে কিতাপখনিত ভালকৈ চকুফুৰাই মোৰ শীৰত আশীৰ্ব্বাদৰ হাত থৈ সমাজৰ বিশিষ্টলোক কেইজনমানক পাণ্ডুলিপিটো খৰচি মাৰি চাই দিবলৈ পৰামৰ্শ আগবঢ়ালে আৰু সেই বিশিষ্ট মহানলোক কেউগৰাকীয়ে মোক অতি আগ্ৰহ উৎসাহেৰে সমাদৃত কৰি তেখেতসকলৰ অত্যন্ত বহুমূলীয়া সময় ব্যয় কৰি পাণ্ডুলিপিটো ভালকৈ চাই দেশবাসীৰ বাবে তেখেতসকলৰ বহুমূলীয়া পৰামৰ্শৰে দু-আষাৰ লিখি আগবঢ়োৱাবাবে অসম চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষ আৰু মুখ্য অধীক্ষক স্বনাম ধন্য শ্ৰদ্ধেয় ডাঃ গণেশ চন্দ্ৰ বৰুৱা মহাশয, ডিব্ৰুগড বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য প্ৰথিতযশা মাননীয় বিদ্যাভূষণ ড° দেৱদাস কাকতি মহাশয় তদুপৰি সৰ্ব্বভাৰতীয় শিক্ষাবিশাৰদ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসবসৰ প্ৰাপ্ত উপাচাৰ্য্য খ্যাতনামা পণ্ডিত প্ৰবৰ মাননিয় ড° দেবপ্ৰসাদ বৰুৱা মহাশয় আৰু অসম সাহিত্য সভাৰ সভাপতি তথা সমাজ বৰেণ্য সাহিত্যিক

মাননীয় ড° নগেন শইকীয়া মহাশয় লগতে আমাৰ পৰিয়ালৰ সদস্য স্বৰূপ জ্যেষ্ঠ ভাতৃতুল্য শ্ৰদ্ধেয় ডাঃ প্ৰণয় ফুকন মহাশয়লৈ মোৰ আন্তৰিক অভিনন্দন আৰু শ্ৰদ্ধা জ্ঞাপন কৰিলো। মোৰ ভাতৃ প্ৰতিম চাবুৱা কলেজৰ প্ৰবক্তা ও সাহিত্য সমালোচক শ্ৰীমান ৰুবুল দত্তই কিতাপখনৰ গূঢ়াৰ্থ উপলব্ধি কৰি মোক জনালে উপন্যাসখনিৰ কাহিনী কেইটা তথ্যচিত্ৰলৈ ৰূপ দি সম্প্ৰসাৰিত কৰিলেহে সমাজৰ সকলো শ্ৰেণীৰ লোকে হৃদয়ঙ্গম কৰি পৰম উপকৃত হ'ব। কথা শুনি মুখ্য অভিযন্তা শ্ৰীযুত ৰাজকুমাৰ বৰঠাকুৰ আৰু উপ-সঞ্চালক প্ৰধান মাননীয় শ্ৰীযুত পঙ্কজ বৰঠাকুৰ মহোদয়ে তথ্য চিত্ৰৰ বাবে অনুদান আগবঢ়াবৰ বাবে মোক কথা দিলে। মই জনালো পৰিচালনাৰ অভিজ্ঞতা মোৰ আছে যদিও সময় আৰু সহায়কৰ প্ৰয়োজন সেইবাবে ভৰষা উদীয়মানৰ ওপৰতে ন্যস্ত, আগৰ প্ৰকাশিত আৰু এইখন প্ৰকাশৰ দৰে বাকী কেইখন লিখি ৰখা মূলবান কিতাপ দেশবাসীৰ হাতত তুলি দিবলৈ মোৰ অত্যন্ত প্ৰয়াস আছে ৰাইজলৈ প্ৰীতি আৰু সম্ভাষণেৰে এইড্ছ বৰ্ষ উপলক্ষে ৰচিত এই পুস্তিকাখনিয়ে মহামাৰী এইড্ছ মুক্ত বিশ্ব গঢ়াত সহায়ক হৈ সমাজ সংস্কাৰত অৱদান যোগালে সাৰ্থক হ'ব মোৰ শ্ৰম।

ছপাশালৰ বাবে পাণ্ডুলিপিটো হাতে লিখি প্ৰস্তুত কৰি দিয়াৰ বাবে শ্ৰীমতী মধুস্মৃতা, শ্ৰীমতী মনালিছা আৰু শ্ৰীমান ৱবীৰলৈ মোৰ আন্তৰিক ধন্যবাদ আৰু শুভাশীষ ৰ'ল। প্ৰকাশৰ গুৰু দায়িত্ব দূৰ দৃষ্টিৰে স্বতঃ স্ফূৰ্তভাৱে সম্পন্ন কৰি দিয়াত মোৰ জীৱন সাৰথি আজীৱন পৰম মিত্ৰ উন্নতিৰ সাধনাক বাস্তৱত ৰূপায়িত কৰোঁতা স্বামীদেৱৰ কাষত মই চিৰ কৃতজ্ঞ।

**ডাঃ হেমপ্ৰভা বৰঠাকুৰ**
ডিব্ৰুগড় (অসম)
৯-৯-৯৯

# ৰূপহী জোনাক

নিলাভ আকাশৰ জ্যোতিৰ্ময়ী ৰূপৰ
হে প্ৰেম প্লাবনি
মোহিনী কামিনী
কাষ চাপি আহি মোক যে নামাতি
কিয় বাৰু তুমি
আহি চোঁৱা জুমি
মোৰ উৰুখা পঁজাত দুপৰ নিশাত
চালৰ ফুটাৰে
কিহৰ আশাৰে
আহি মোক জগোৱা কিন্তু একোকে নোকোৱা
কি লাগে তোমাক
ৰূপহী জোনাক??
নিশা নিমাত নিতাল স্বপ্ন মাথোঁ মায়াজাল
কিহৰ আশাৰে
কমনিয়তাৰে
আহাঁ তুমি ব্যগ্ৰতাৰে যোঁৱাঁগৈ চঞ্চলতাৰে
ক্ষন্তেক ৰোৱাঁ
একোকে নোকোৱাঁ
তুমি আহিলে মোক জগালে
ব'লাগি চাওঁ
প্ৰেয়সীক পাওঁ
চিৰসঙ্গী কৰি ধৰি থ'ব যাওঁ
আত্মহাৰা কায়াঁ
মৰীচিকা মায়াঁ

কেতিয়াবা আহাঁ রূপে গুণে চৰা

উজ্জ্বল ৰূপৰে

অতি উলাহেৰে

দুদিন পাছতে কিহৰ দুখতে

মনৰ বেথাৰে

দিনা বেশেৰে ?

"ৰূপ্‌ৰ প্ৰতীক ৰূপে কামাতুৰ সকলোকে

কওঁ মিছা গৰ্ব্বৰ

লয় আছে সৌন্দৰ্য্যৰ

দুদিনীয়া ৰূপলৈ উশৃঙ্খল যুৱ হৈ

নহবা গৌৰৱন্বিত

যৌৱনো হ'ব অস্তমিত ।।"

# এইড্‌ছ অভিযান

গোলাপ, নাৰ্জী, ডালিয়া, মধুছন্দাৰে ভৰি ফুলি থকা শোভিত ফুলনিখন। তাৰ পাছতে চাপে চকুৰোৱা তিনি মহলীয়া অট্টালিকাটো।

গেটৰ সন্মুখত দুগাল তিয়াই মূৰে-কপালে হাত দি টুলখনত বহি আছে চকিদাৰজন।

হঠাৎ পুলিচৰ ভানখন সজোৰে আহি ঘৰটোৰ সন্মুখতে ব্ৰেক মাৰিলেহি। আকাশ-পাতাল বিচৰণ কৰি ফুৰা চকিদাৰে কিন্তু গমকে নাপালে।

গাড়ীখনৰ পৰা পুলিচ ইন্সপেক্টৰ নামি আহি তিনিমূৰীয়া হৈ বহি থকা চকিদাৰৰ মূৰত সৰু লাঠি টুকুৰাৰে টুকুৰিয়াই দি ক'লে– "গেট খুলি দে।"

চকিদাৰে থকা মকাকৈ মূৰ তুলি চাই সাক্ষাৎ যম যেন দেখি হাতযোৰকৈ কঁপি কঁপি ক'লে– হুজুৰ উকিল চাহাব নাই।

ইন্সপেক্টৰে ধমক দি সুধিলে–"ক'ত গৈছে?"

মেডিকেল হাস্পিতালতে আছে, তাতে পাব আমাৰ ছাৰক।

চকিদাৰৰ কথাত একো নামাতি ইন্সপেক্টৰ একে চাটে আহি গাড়ীত উঠি ক'লে– "ড্ৰাইভাৰ মেডিকেলৰ কেজুৱেলিটিলৈ ব'ল।"

ড্ৰাইভাৰে গাড়ী ঘূৰাই মেডিকেল অভিমুখে ৰাওনা হ'ল।

গাঁত পাঞ্জাবী চোলা পায়জামা পিন্ধা চুলি জপৰা আদহীয়া উকিলজন আহি থানাৰ ভিতৰত সোমালহি।

ছাব ইন্সপেক্টৰজনে বহাৰ পৰা উঠি সম্ভাষণ জনালে— “গুদ মর্ণিং চাৰ”

প্রতি সম্ভাষণ জনোৱাৰ অসমর্থতাত মাথোঁ উকিলে থোকা-থুকি মাতেৰে সুধিলে — “ইন্সপেক্টৰ বৰা ক’ত ?”

উকিলৰ মর্মান্তিক দুখৰ অনুমান কৰি ছাব ইন্সপেক্টৰে অহাৰ কাৰণ বুজি লাহেকৈ ক’লে— “আহক ছাৰ বহকহি, বৰা ছাৰ এতিযাই পাবহি।”

উকিল ইন্সপেক্টৰৰ কোঠালৈ সোমাই আহি চকী এখন টান মাৰি লৈ তলমূৰকৈ বহি পৰিল। মূৰৰ ওপৰৰ আকাশখন যেন ভাগি পৰিল আৰু ভৰিৰ তলৰ পৃথিৱীখনো যেন শূন্য হৈ গ’ল। খোপনি নাইকিয়া উকিলৰ মনটোৱে হাবু-দুবু খাই পাৰ বিচাৰি ফুৰিছে তেতিয়া।

জীপ গাড়ীখন থানাৰ ভিতৰত সোমোৱা দেখি ছাব ইন্সপেক্টৰ শইকীয়া আগবাঢ়ি আহি জনালেহি, “ছাৰ আপুনি বিচাৰি যোৱা উকিল চন্দ্ৰ চৰণ ডেকা চাহাব আপোনাক বিচাৰি আহি বহি আছেহি।”

ইন্সপেক্টৰ বৰাই দীঘল নিশ্বাস এটা পেলাই ক’লে,— “ভালেই হ’ল। মই তেওঁক দুঠাইত বিচাৰি নাপাই চিন্তাতহে পৰিছিলো।” কথাটো কৈ কৈ আহি তেওঁ নিজৰ কোঠা পালেহি।

উকিলে মূৰ তুলি অপলক নয়নে নির্বোধৰ দৰে চাই ৰ’ল ইন্সপেক্টৰলৈ।

ইন্সপেক্টৰে দোদুল্যমান মনেৰে নিজা চৰকাৰী চকীখনত বহিল আৰু এবাৰ সন্দেহযুক্ত চাৱনিৰে উকিল চন্দ্ৰচৰণ ডেকালৈ চাই গহীনভাৱে ক’লে— “কওক ডেকা চাহাব।”

বিব্ৰত উকিলে কঁপা কঁপা মাতেৰে জনালে,— “ইন্সপেক্টৰ বৰা মই নিজৰ ঘৰৰে এটা ৰিপৰ্ট লেখাবলৈ আহিলো।”

উকিলৰ সেমেকা চকুহাললৈ লক্ষ্য কৰি গহীনভাৱে জনালে ইন্সপেক্টৰে— “অলৰেডি আপোনাৰ ঘৰৰ ৰিপ’ৰ্ট লিখা হৈ গৈছে।”

উচপ খাই উঠিল চন্দ্ৰ চৰণ ডেকা— “তাৰ মানে ?”

"পুৰা আপোনাৰ ঘৰত বনকৰা কণু আহি আপোনাৰ ঘৰত যোৱা নিশা ঘটি যোৱা কৰুণ ঘটনাৰ বিষয়ে এটা সন্দেহযুক্ত ৰিপ'ৰ্ট লেখাই গৈছেহি" — ইন্সপেক্টৰে জনালে।

"কণু আহিছিল ???" উকিলৰ মন যেন আকৌ আইনলৈ ঘূৰি আহিল।

ইন্সপেক্টৰে কথা বহলোৱাৰ চেষ্টা নকৰি বাধা দি ক'লে,— "ৰ'ব তাৰ পাছত কেজুৱেলিটিৰ পৰা ইনফৰ্মেশ্যন পায়ে মই আপোনাৰ ঘৰলৈ, তাৰ পাছত আপোনাক নাপাই মেডিকেললৈ যাষ্ট গৈ আহিছো।"

সদায় সন্মান কৰি অহা ইন্সপেক্টৰে হঠাৎ প্ৰকৃতি অনুযায়ী সন্দিহান দৃষ্টি নিক্ষেপ কৰা দেখি তীক্ষ্মভাৱে প্ৰশ্ন কৰিলে উকিলে— "তাৰ মানে কণু আহি মোৰ বিপক্ষে . "

ইন্সপেক্টৰে কিছু মানৱীয়তাৰ খাতিৰত সাময়িকভাৱে কথাৰ যৱনিকা পেলোৱাৰ চেষ্টা কৰি ক'লে,— "ছৰি ডেকা চাহাব, এতিয়া মোৰ আপোনাক জেৰা কৰাৰ সময় নহয়, এতিয়া আপুনি আপোনাৰ ম্ৰিয়মাণ পত্নীক যি পাৰে সান্ত্বনা দিয়কগৈ।"

হঠাৎ উকিলৰ মন স্বৰ্গৰ পৰা যেন খহি পৰিল অনুনয়ৰ সুৰত ক'লে,— "আপুনি কি ক'ব বিচাৰিছে ইন্সপেক্টৰ বৰা ?"

ছ'ৰি, আপুনি অহাৰ পাছতে মই গৈ পোৱাৰ মুহূৰ্ততে আপোনাৰ ল'ৰা পলাশে অন্তিম নিশ্বাস পেলালে"— মূৰৰ টুপীটো খুলি তলমূৰকৈ ৰ'ল ইন্সপেক্টৰ বৰা।

না ই দুই হাতে মূৰটো ধৰি গগন চুম্বন স্বৰে চিঞৰি উঠিল ডেকাই। দেৱালত ঠেকা খাই আকাশে-বতাহে প্ৰতিধ্বনিত হ'ল কেৱল নাই নাই নাই

ইন্সপেক্টৰে নিম্নস্বৰে জনালে,— "ধৈৰ্য্য ধৰক মিষ্টাৰ ডেকা চাহাব, বাকীখিনি জটিল সমস্যা সমাধানৰ বাবে প্ৰস্তুত হ'ব লাগিব।"

"নাই মোৰ ল'ৰা পলাশ মৰা নাই, সি কেতিয়াও মৰিব নোৱাৰে। মই ডাক্তৰক মোৰ সকলো টকা পলাশক বচাবলৈ উবুৰিয়াই দি আহিছো। মই যাওঁ, মই পলাশক যাবলৈ নিদিওঁ"— উদ্যত হৈ দৌৰি ওলাই আহিল ডেকা।

ইন্সপেক্টৰ বৰাই চিঞৰি বাধা দি ক'লে— "ৰ'ব ডেকা চাহাব, আপুনি অকলে গাড়ী চলাই যাব নোৱাৰে, শইকীয়াৰ লগত যাওঁক। লাচটো মৰণোত্তৰ পৰীক্ষা কৰিব লাগিব।"

বেগাই ওলাই অহা ডেকাক জোৰকৈ ছাব ইন্সপেক্টৰ শইকীয়াই ডিৰ্পাটমেণ্টৰ গাড়ীত উঠাই লৈ মেডিকেল অভিমুখে যাত্ৰা কৰিলে।

শ্মশানত চিতাৰ জুই জ্বলি উঠিল। অগ্নিৰ লেলিহান শিখাই পলাশৰ নশ্বৰ দেহাটো গ্ৰাস কৰি পেলাবলৈ ধৰিলে।

সমবেত কেউজন মানুহেঁ কমালেৰে মুখ ঢাকি লৰালৰিকৈ চিতাৰ কাষৰ পৰা ঘৰমুৱা হ'ল, কাৰণ ক'ৰবাত কিজানি বীজাণুৰ পৰশে নিজ নিজ দেহা দংশন কৰিবহি বুলি।

ডেকাই আকাশলৈ উৰি য়োৱা ধোঁৱাখিনিলৈ চালে— কিজানিবা পলাশৰ আত্মাটোক তাৰ মাজত বিচাৰি পায়ে। তেতিয়া পশ্চিম আকাশত বেলিটো সম্পূৰ্ণ ডুব গৈছে। ডেকাই পশ্চিম আকাশৰ পৰা পূব আকাশলৈ দৃষ্টি নিক্ষেপ কৰিলে। জোনটো উদয় হৈছে নেকি চালে— ওঁহো নাই হোৱা। পুনৰ তেওঁৰ চকু পৰিল চিতাভস্মৰ ছাইবোৰলৈ। জয়াল সন্ধিয়াটোৱে নিৰ্জন শ্মশানখন ভয়ানক কৰি তুলিলে। ভয়ত তেওঁ বিহ্বল হৈ পৰিল যদি পলাশৰ প্ৰেতাত্মাই গ্ৰাস কৰেহি, তেওঁক বচাবলৈ কাষত যে কোনো বন্ধু নাঁই। তেওঁৰ মনত পৰিল কেইবাটাও মাৰ্ডাৰ কেছত তেওঁ ধনৰ বলত জিকোৱা বিপৰীত প্ৰেতাত্মাবোৰে তেওঁক যেন অট্টহাস্য-হা-হা-হা কৰি ঝন ঝনাই নাচি নাচি আগুৰি ধৰিছেহি। উহ, বচাবলৈ যে কোনো নাই। মনত পৰিল এই মুহূৰ্তত — বেয়া টকাৰে গাড়ী, ঘৰ কিনিব পাৰি, কিন্তু বিপদৰ সময়ত বন্ধু কিনিব নোৱাৰি। তেওঁ আৰ্তনাদ কৰি উঠিল— "বচা বচা কোন ক'ত আছ, মোক বচা।" বিফলভাৱে আতুৰ কণ্ঠে চিঞৰি চিঞৰি দৌৰি পলাই আহি শ্মশানৰ গেটৰ মুখত লুটিখাই বাগৰি পৰিল চন্দ্ৰ চৰণ ডেকা।

মিছেছ্ বিৰলা ডেকাই দুগাল তিয়াই কাষতে বিষাদ মনে থিয় হৈ থকা কণুক ক'লে—"তই একো ভিতকৰা কথা নজনাকৈ থানাত কি ৰিপ'ৰ্ট লিখালি ? এনেয়ে অভাৱনীয় ক্ষতি, আকৌ যদি ছাৰৰ ওপৰতে দোষাৰোপ কৰি জেৰা আৰম্ভ হয় তেন্তে সকলো মান-সন্মান ধূলিসাৎ হৈ নাযাবনে বাৰু ?"

কণুৱে অনুশোচনাৰে ক্ষমা প্ৰাৰ্থনা কৰিলে—"মাফ কৰিব বাইদেউ, মই এই ঘৰৰ পৰা ওলাই যোৱাৰ অদ্ভুত ঘটনাটো ঘটাৰ বাবে মই ভাবিছিলো ছাৰৰ মোৰ ওপৰত কিবা খং উঠি পলাশদাক "

উত্তেজিত হৈ উঠিল বিৰলা — তই পাগল হোৱা নাইতো ? "তোৰ ওপৰত খং উঠি তোক নামাৰি নিজৰ একমাত্ৰ পুতেকটোক গুলীয়াই হত্যা কৰিব। উহ্ কি পৰিণাম হ'ব।"

হঠাৎ কলিং বেলৰ শব্দ শুনি অস্থিৰ মনৰ ডেকা চক খাই উঠিল। আগেয়ে কলিং বেলৰ শব্দ শুনিলে মক্কেলৰ আশাত উৎফুল্ল হৈ উঠা ডেকা আজি ভীতিবিহ্বল। মূৰে-কপালে হাত দি বহি থকা ডেকা ধীৰে ধীৰে উঠি আহি দুৱাৰৰ শুকটো খুলি দি যি ভাবি ভয় কৰিছিল সেয়ে হ'ল। চকুৰ আগত যেন বাঘ দেখা পালে। বিস্ময়েৰে চকুহাল ডাঙৰকৈ মেলি প্ৰশ্ন কৰিলে, "আপোনাক ইয়াত কি লাগে ইন্সপেক্টৰ বৰা ?"

ইন্সপেক্টৰে ডেকাৰ ভয়াৰ্ত চকুহাললৈ চাই স্পষ্টভাৱে জনালে— "পলাশৰ মৃত্যুৰ সংক্ৰান্তত আপোনাক বিশেষভাৱে জেৰা কৰিবলৈ আহিলো। প্ৰয়োজন হ'লে আপোনাৰ মিছেছ্ আৰু আপুনি থানালৈ যাব লাগিব।"

বিবৰ্ণ হৈ পৰিল ডেকাৰ মুখ। 'গেট আউট' বুলি কোৱাৰ যুক্তি বা সাহস নাই তেওঁৰ সেয়ে লাহেকৈ নিজে কমৰ পৰা বাহিৰলৈ ওলাই আহি ক'লে, — "আহক।"

অভিজ্ঞতা থকা বৰাই ক'লে—"বাহিৰৰ বাক-বিতণ্ডাই পৰিৱেশ দূষিতহে কৰিব। আমি আইনক মানিছো আৰু আপুনি আইনক দোহাৰিছে, দুয়ো আমি অভিজ্ঞ। গতিকে আইন অমান্য কৰাৰ প্ৰশ্নই নুঠে। আহক বহকহি"— ইন্সপেক্টৰে নিজে আহি চকী এখনত বহি পৰিল।

বাধ্যত পৰি ডেকা সোমাই আহি অনাবৃত কোঠাৰ খুৰাহীন চকী এখনত যেন ধুপুচকৈ বহি দি শূন্যতে যেন ওপঙি ৰ'ল।

এইবাৰ প্ৰশ্ন কৰিলে বৰাই – "কওকচোন বাৰু মিষ্টাৰ ডেকা চাহাব, আপোনাৰ ল'ৰা পলাশৰ মৃত্যুৰ প্ৰকৃত কাৰণ কি?"

দীঘল নিশ্বাস এটা পেলাই ডেকাই ক'লে, – মোৰ একেটা ল'ৰা গতিকে মই তাক মোৰ জীৱনতকৈও অধিক মৰম কৰোঁ।

ইন্সপেক্টৰে হাতৰ ঘড়ীটোলৈ চাই ক'লে–"মই আপোনাক বৰ্ণনা দিবলৈ কোৱা নাই, উত্তৰটোহে বিচাৰিছো। ইমান যদি আদৰেই কৰিছিল, পলাশৰ মৃত্যু ঘটিল কিয়। আপুনিওতো তাৰ কাৰণ হ'ব পাৰে।"

ইন্সপেক্টৰৰ তীক্ষ্ম বাণ শুনি উচপ খাই উঠিল ডেকা--"আপুনি কি ক'ব বিচাৰিছে ? মোক পুত্ৰহন্তা সাজিব খুজিছে নেকি ?" প্ৰশ্নবোধক চাৱনিৰে ক্ষোভ আৰু অপমানত নিৰ্দয়হেন বৰালৈ চাই ৰ'ল।

কিছুমান এনে পিতৃ থাকে ব্যৱসায় কালত ধৰক আপুনি পাইছে, চাকৰি জীৱনত আমিও পাইছো, তেনেবোৰে নিজৰ ফালৰ আৰু কোনোবাক পোহপাল দিবলৈ বাধ্য। তেনে লোকো আত্মসন্মানৰ খাতিৰত নিজক বচাবলৈ বা লুকুৱাবলৈ কেতিয়াবা প্ৰত্যক্ষ বা পৰোক্ষভাৱে এনেবোৰ হত্যাত জড়িত হৈ পৰিব পাৰে।

আত্মসন্মানত লাগি গ'ল ডেকাৰ, উত্তেজিত হৈ চিঞৰি উঠিল– "আপোনাৰ যদি ইমান সন্দেহ হৈছে তেন্তে ক'ৰ্টত কেছ যাইল কৰকগৈ যাওঁক।"

বৰাই গহীনভাৱে জনালে–"ছ'ৰি, তাৰ আগেযে পুলিচ ৰিপ'ৰ্টখিনি গোটাই লব লাগিবতো।"

বৰাৰ কথাত সংজ্ঞা ঘূৰি অহা ডেকাই সন্মত হৈ জনালে–"প্ৰশ্ন মূল ঘটনাৰ ভিত্তিত কৰক।"

প্ৰথমে জলাই লৈ সঠিক উত্তৰ পোৱাতো পুলিচৰ স্বভাৱ। গতিকে ডেকাৰ সৈমান অৱস্থাটো দেখি লাহেকৈ বৰাই প্ৰশ্ন কৰিলে–"ঠিক আছে, আপুনি পলাশৰ মৃত্যুৰ কাৰণ কি বুলি ভাবে বাৰু?"

ডেকাই গভীৰ নিশ্বাস এটা পেলাই ক'লে-"মোৰ ঘৰত বনকৰা ছোৱালী ৰুণুৱেই পলাশৰ মৃত্যুৰ মূল কাৰণ।"

এইবাৰ বৰাই জেপৰ পৰা পিষ্টলটো উলিয়াই দেখুৱাই প্ৰশ্ন কৰিলে–"এই পিষ্টলটো চিনি পাইছে ?"

ডেকা চমক খাই উঠিল। চুটি উশাহেৰে সেহাই সেহাই ক'লে—"ঠিক মই চিনি পোৱা নাই।"

বৰাই গহীনভাৱে ক'লে— "ভালকৈ চাওঁক, মনত পেলাওক, মিছা নামাতিব।"

"আপুনি এইটো ক'ত পালে?" চকু কপাললৈ উঠাই সন্দেহেৰে সুধিলে ডেকাই আৰু হঠাৎ চকুৰ আগত ভাহি উঠিল পলাশৰ মৃত্যুৰ সঁজুলিলৈ।

"আপোনাৰ ঘৰত গোপোনে ৰখা পিষ্টলটো আপোনাৰ চকিদাৰটোৱে আজি ৰুণুৰ নিৰ্দেশত এই পিষ্টলটো জমা দিছিলগৈ থানাত।"

মুখ বিবৰ্ণ হৈ গ'ল ডেকাৰ আৰু অতিষ্ঠ হৈ চিঞৰি উঠিল— "ৰুণু . . ."

চাৰিওফালে প্ৰবল হুঙ্কাৰে প্ৰতিধ্বনিত হ'ল কেৱল ৰুণু   ৰুণু   ..ৰুণু .

চিঞৰ শুনি ৰুণুৰ বুকু কঁপি উঠিল।

শুনা গ'ল বিৰলা ডেকাৰ বিষাদ ভৰা অন্তৰৰ উচুপনি ভিতৰৰ কোঠাৰ পৰা ভাহি অহা।

সমীপ বিপদৰ শঙ্কাত কোনো সঙ্কেত নিদিয়াকৈ ৰুণু সোমাই আহি থিয় হ'লহি ডেকাৰ সন্মুখত। শঙ্কা-বিহ্বল চাৱনিৰে তাই বৰালৈ চালে, কঁপা অন্তৰে তাইক বাকৰুদ্ধ কৰি দিলে।

ৰুণুক দেখা মাত্ৰে হতভগীয়া ডেকা উত্তেজিত হৈ উঠিল, একে খামোচাই যেন তাইক মোহাৰি মাৰি থ'ব। চকীৰ পৰা উঠি দুখোজ আগবাঢ়ি আহি ক'লে — "ৰুণু তই মোক কি পলাশক হত্যা কৰা দেখিছিলি      ?"

পত্নী বিৰলা ডেকাই শাৰীৰ আঁচলেৰে দুচকু মচি সন্মুখত থিয় হৈ বাধা দি ক'লে — ৰ'ব বিপদক্ষণত বিপৰীত বুদ্ধি হোৱাতো স্বাভাৱিক, পলাশৰ দোদুল্যমান হতাশাৰ বাবে ৰুণুৱে আহি ইতিমধ্যে মোক কিছু কথাৰ ইঙ্গিত দিছে। মোৰ বোধেৰে পলাশৰ মৃত্যুৰ কৰুণ কাহিনী শুনাৰ অন্ততহে নিৰ্ণয় হ'ব।"

ডেকা ক্ষান্ত হৈ পুনৰ বহি পৰিল—"ঠিক আছে, ৰুণু কি ক'ব লগা আছে তই খুলি ক।"

বৰাই যেন ঘটনাৰ উৎস পাই লাহেকৈ অভয় দিলে— "ৰুণু তুমি বহাঁ। মই তোমাক যি প্ৰশ্ন কৰিম তুমি তাৰ সঠিক উত্তৰ দিবা। আৰু ইয়াত মালিকৰ সন্মুখত যদি কিবা

প্ৰকাশ কৰিবলৈ বেয়া পোৱা তেন্তে আঁৰত গৈ মোক ক'ব পাৰা।"

ৰুণুৱে নিঃসঙ্কোচে ক'লে—"ছাৰ আৰু বাইদেউৱে মোক আগতে যিমান বিশ্বাস কৰিছিল, তাৰ পাছত অবিশ্বাস কৰিছিল আৰু আন্তৰিকতাশূন্য পুতৌ কৰিছিল, মই কিন্তু সদায় আন্তৰিকতাৰে ভক্তি কৰি আহিছিলো। কথা হ'ল— আপুনি যি প্ৰশ্ন কৰে মই হয়তো তাৰ সঠিক উত্তৰ দিব নাজানিব পাৰো। গতিকে মই এই ঘৰলৈ অহা দিন ধৰি যিখিনি জানো আৰু মোৰ জীৱনৰ ওপৰত ঘটি যোৱা কাহিনীখিনি জনালে হয়তো আপুনি সঠিক উত্তৰ পাবও পাৰে।"

ইন্সপেক্টৰ বৰাই সকলোখিনি উত্তৰ একে লগে পাই জয়ী হোৱাৰ আশাত সম্পূৰ্ণ সকাহ যাছিলে— "ৰুণু তুমি নিশ্চিন্তমনে আদিৰ পৰা অন্তলৈকে বিৱৰি কোৱা ।"

ৰুণুৱে প্ৰথমে নিজকে প্ৰস্তুত কৰিলে— নিজৰ জীৱনৰ সৰ্ব্বস্ব হেৰুৱাই অৱশেষত জীৱনৰ শেষ আশ্ৰয়স্থল কণৰ পৰাও সন্দেহৰ বশৱৰ্তীত বঞ্চিত হৈ মানসীৰ ঘৰলৈ যোৱাৰ পূৰ্বে ঘটি যোৱা জীৱন-যৌৱনৰ উৎপীড়ন, সতীত্বৰ বলপূৰ্বক বিসৰ্জন দিব লগা হোৱা সঁচা বৃত্তান্ত জনাই নিজৰ মন নিকা কৰাৰ মানসেৰে তাই প্ৰথমে নিজৰ জীৱনৰ আদি কাহিনীটোৰে বৰ্ণাবলৈ বিচাৰিলে— মই মোৰ জীৱনৰ লগত জড়িত আৰু এই ঘৰলৈ অহাৰ কিছু আগৰ কাহিনী শুনক তেন্তে।

কেউজনে সৰ্বস্বান্ত হোৱা মধুময়ী যৌৱনৰ প্ৰতি বিতৃষ্ণা জগা সৰলমনা নিষ্পাপ অন্তৰৰ ৰুণুৰ কৰুণ নিস্তেজ মুখখনলৈ ৰ লাগি চাই ৰ'ল।

ৰুণুৰ মানস জগতত ভাহি উঠিল বিগত জীৱনৰ স্মৰণীয় প্ৰতিচ্ছবি।

ব্যস্ত চহৰখনৰ একোণত সৰু চাহৰ দোকানখন। ইয়াত সাধাৰণতে চাহ, কণী, ফুলৰি আৰু কেইজনমান নিয়মীয়া গ্ৰাহকৰ বাবে ভাত-দাইলো ৰন্ধা হয়। অকালত মদাহী স্বামীক হেৰুৱা খামিডাঠ নাৰী সুবলা ৰাজখনিকৰ এই নামহীন হোটেলখনৰ মালিক আৰু তেওঁৰ একমাত্ৰ মোহময়ী জীয়েক ৰুণু। অষ্টম শ্ৰেণীৰ পৰা শিক্ষা সাং কৰাই সুবলাই জীয়েকক হোটেলখনৰ মেনেজাৰ আৰু পৰিচাৰিকাৰ দায়িত্ব অৰ্পণ কৰিছে।

হোটেলখনলৈ প্ৰতিদিনে বহুতো মানুহ আহে। বহিবলৈ ঠাই নহ'লেও থিয় হৈয়ে চাহ, কণী, ফুলৰি আদি খায়। কিন্তু মুখ ধুবলৈ পানী নিবিচাৰে, কাৰণ দোকানখনত কোনো বয় নাই। আছে কেৱল ধুনীয়া আৰ্কষণীয় ছোৱালীজনী। বহুতে আকৌ তাইৰ সৌন্দৰ্য উপভোগ কৰিয়েই চাহৰ কম মিঠা, ফুলৰিৰ জলালৈ পাহৰি যায়; কেতিয়াবা দহ

টকীয়া নোটখন দি পইচা ঘূৰাবলৈ নৌপাওঁতেই 'হ'ব' বুলি পইচা ঘূৰাই নোলোৱাকৈয়ে নিজৰ উদাৰতা সহানুভূতি দেখুৱায়। কেৱল সুবলাৰ অতি মৰম লগা কুমলীয়া জীয়েক ৰুণুৰ বাবেই।

ৰুণুৱে এইবোৰ দেখি-শুনি মাকক কয়— "মা আমি খাতি খাইছো গতিকে কাৰো অনুগ্ৰহ নিবিচাৰিবা। এই এটকাৰ অনুগ্ৰহত জীৱন বিপন্ন হ'ব পাৰে।"

আজি বিশিষ্ট স্বক্ৰীয় বৈশিষ্ট্য কামী সংগঠনে দিয়া দেশজুৰি সৰ্বাত্মক বন্ধৰ আহ্বান, দেশৰ সকলো অনুষ্ঠান-প্ৰতিষ্ঠান, চৰকাৰী-বেচৰকাৰী সকলো কাৰ্যালয, দোকান-পোহাব সকলো বন্ধ। পৰিয়ালত আয়ৰ অৰ্থৰ নাটনি, পেটৰ ভোকৰ তাড়নাতকৈ জীৱনৰ সংশযৰ বাবে সংগঠনৰ প্ৰতি আনুগত্য থকা-নথকা সকলোৱে বন্ধ মানি চলি ঘৰতে শুই-বহি হা-হুমুনিয়াহ কাঢ়ি কটাইছে।

দুপৰীযা সুবলাৰ হোটেলৰ বাঁহৰ দুৱাৰখনত লাহে লাহেকৈ এটা মদ খোৱা মানুহে চাপৰ মাৰিলে। সুবলাই দুৱাৰখন খুলিবলৈ আগবাঢ়ি আহিল।

পুৰণি আলোচনী এখনৰ পাত লুটিয়াই থকা ৰুণুৱে ঘপহ কৰে বেঞ্চখনৰ পৰা উঠি বেৰত আউজাই থোৱা লাঠিডাল হাতত লৈ মাকৰ কাষতে থিয় দি ৰ'ল।

সুবলাই দুৱাৰখন খুলি দি অবাক— "আৰে ধৰ্মেশ্বৰ, তই এই অৱস্থাত যে? তোক আগতে এদিন মদ খাই আহোঁতে মোৰ ইয়াত মদ খাই নাহিবি বুলি ৱাৰ্ণিঙ দিছিলো নে নাই? তোৰ নিচিনা কাষ্টমাৰ মোক নালাগে। ভালে ভালে মোৰ চকুৰ আগৰ পৰা আঁতৰ হৈ যা।"

ৰুণুৱে লাঠিডাল জোৰেৰে খামোচ মাৰি ধৰি সচেতন হৈ ৰ'ল।

কিছু হুঁচ থকা ধৰ্মেশ্বৰে দুই হাত যোৰ কৰি অপমানত তলমূৰকৈয়ে জনালে— "মই দুপৰীযাৰ সদায় খোৱা ভাতসাজ ক'ত খাম! ভোক লাগিছে মা।"

'মা' বোলা সম্বোধনে সুবলাৰ অন্তৰ শাঁত কৰি দিলে। মনত পৰিল তাইৰ গিৰিয়েকেও এই দৰে মদ খাই খাই অকালতে মৃত্যুবৰণ কৰিলে তথাপি মদাহীৰ বিশ্বাস নাই। সেয়ে ক'লে— "তই য'ত মদ খাইছিলি তাতেই ভাত খাগৈ যা। তোৰ বাকী পইচাও মোক নালাগে। মুঠতে আজিৰ পৰা তই মোৰ হোটেললৈ নাহিবি।"

সম্পূৰ্ণ চেতন নথকা অৱস্থাতো ধৰ্মেশ্বৰৰ চকুপানী বৈ আহিল— "জানে মা, আচলতে মনটো মোৰ দুৰ্বল, সৰুতে মদাহী বোপায়ে মাক অনাহকত মৰিয়াই মৰিয়াই মাৰিলে,

পাছত বোপাযো ঢুকাল। আমাৰ মাটি-বাৰীখিনি মোব মালিক উকিল চন্দ্ৰ চৰণ ডেকা বাবুৱে কি কৰিলে মই নাজানো। দুই-এখন দলিলত মোক চহী কবালে। বৰপিতাইৰ লগত বোপাইৰ কেছ লাগোতে দিব লগা লেনা-দেনা আছিল যদিও মই নাজানো। আৰে যাওক যাবলৈ দে, আচলতে আমাব লগব হেঁগুমেন কিছুমানৰ সঙ্গই মোক বেযা পথলৈ নিলে।

ৰুণুৱে এবাৰ মাকব সেমেকি অহা চকুহাললৈ লক্ষ্য কৰি মাকৰ অন্তবত থূপ খাই থকা বেদনাখিনি উপলব্ধি কৰিলে।

এইবাব ধৰ্মেশ্বৰে দুই হাতেৰে সুবলাৰ ভৰি চুই ক লে– "মাতৃ আপোনাৰ শপত মই আৰু আপোনাৰ হোটেললৈ কেতিযাও নাহো, কাৰণ আপোনাব ভৱিষ্যৎ থকা এজনী নিষ্পাপ ছোৱালী আছে।

সুবলাৰ নিৰ্গবি অহা চকুলো দুটোপাল টপৰ-টপৰ ধৰ্মেশ্বৰৰ হাত দুখনত পৰিল। সি আচৰিত হৈ সুবলাৰ বেদনাক্লিষ্ট দুধাৰি চকুলো বে অহা কৰুণাময়ী মুখখনলৈ চাই অনুভৱ কৰিলে, দুখীয়া হ লেও কিছুমান মানুহৰ এখন দৰদী, সৰল সহানুভূতিশীল অন্তৰ আছে। হৃদয শাঁত পৰি অজানিতে তাৰ চকুলো বৈ আহিল। পবিত্ৰ অন্তৰেৰে সি জনালে "মা আপোনাৰ শপত মই আজিৰ পৰা মদ নাখাওঁ আৰু মই আপোনাৰ হোটেললৈ আপোনাক কষ্ট দিবলৈ মৰি গ লেও কেতিযাও নাহোঁ।' ধৰ্মেশ্বৰে কিবা এটা যেন হেৰুৱাই আৰু বহুতো অনুভূতি পাই ধীৰে ধীৰে তাৰ পৰা আঁতৰি আহিল।

ৰুণুৱে নিজৰ বৈ অহা চকুপানীখিনি দুহাতেৰে মচি লৈ জঠৰ হৈ ৰোৱা মাকক ক লে-"আহা মা ভিতৰলৈ যাওঁ।

মাকে দীঘল হুমুনিযাহ এটা পেলাই ক'লে-"সমাজত কিছুমান ব্যবস্থাই মানুহক বিপথে নিয়ে। সি এইখন সমাজত ভৱিষ্যৎ অন্ধকাৰ দেখি বিতৃষ্ণা উপজি নিজৰ ওপৰত অত্যাচাৰ-উৎপীড়ন আৰম্ভ কৰিছে।

ৰুণুৱে সান্ত্বনা দি ক'লে, "তোমাৰ আদৰ্শক জীয়াই ৰাখা মা। সতীৰ শক্তিৰ আগত অসুৰেও মূৰ দোঁৱাব লাগিব।"

মাক ভিতৰ সোমালত দুৱাৰখন জপাই দাংডাল লগাই দিলে ৰুণুৱে।

ড্ৰইং ৰুমত বহি ইংৰাজী কাকত পঢ়ি থকা ডেকোক ধৰ্মেশ্বৰে আহি কওঁ নকওঁকৈ লাহেকৈ জনালে—“ছাৰ আজি আঠ বজাত ওলাই যোৱাৰ কথা কৈছিল নহয়।”

অ, হাতৰ ঘড়ীটোলৈ চালে ডেকাই — যাবৰ হৈয়ে গ'ল, বহাৰ পৰা উঠিল ডেকা।

“ছাৰ” — মূৰটো খজুৱাই মাত দিলে ধৰ্মেশ্বৰে

“কি আছে ধৰ্মেশ্বৰ?”

“ছাৰ, আজি মোক ডেৰশ টকা দিব পাৰিবনে বাৰু ছাৰ?”

“টকা কেলেই” — আমনি পাই প্ৰশ্ন কৰিলে ডেকাই।

“ছাৰ মই আগতে ভাত খোৱা হোটেলখনত দিবলৈ বাকী আছিল।”

“মাহটো শেষ নৌহওঁতেই বাকী দিবৰ হ'লনে”— ডেকাৰ খঙেই উঠিল।

“নিদিলে বেয়া পাব ছাৰ। পাছত কাটি ল'ব ছাৰ”— ধৰ্মেশ্বৰে তলমূৰকৈ জনালে।

“এহ তই বৰ দিগদাৰ কৰি থাক। পইচা গছত লাগি থকা নাই নহয়, লাগ বুলিলেই দিবলৈ। তাতকৈ তই এটা কাম কৰ, কালিলৈৰ পৰা আমাৰ ইয়াতে ভাতকেইটা খাবি। পইচা যি হয় মই কাটি ল'ম।

ধৰ্মেশ্বৰে ক'লে— “হ'ব বাৰু ছাৰ। আজি ছাৰ ডেৰশ টকা দিব যেনে-তেনে।”

ডেকাই ধমকৰ সুৰত ক'লে, “যা এতিয়া যা দেখা যাব কৰ্টত মক্কেল আহিলে।”

“চাৰ এটা কথা” — যাবলৈ ওলাই ৰৈ গ'ল ধৰ্মেশ্বৰ

“আকৌ কি হ'ল ? ছুটী লাগে নেকি তোক ?”

“নহয় ছাৰ।”

“তেনেহ'লে কি?”

“ছাৰ আহিবৰ সময়ত আপুনি দিয়া টকাকেইটা মই ভাত খোৱা হোটেলখনত দি আহিম।

ডুকিলে একো নামাতি ভিতৰলৈ গ'ল।

ধৰ্মেশ্বৰে সেমেনা-সেমেনিকৈ তললৈ নামি আহিল।

সুবলাৰ হোটেলত চাৰিটা গুণ্ডাই চাহ খাই মুখ-হাত মচি একোবাৰকৈ লজ্জাহীন দৃষ্টিৰে কণুলৈ চাই ওলাই আহিবলৈ লওঁতেই সুবলাই মাত দিলে—"ভাইটি চাহৰ পইচা দি যোৱাঁ।"

এটাই কৰ্কশ মাত দিলে— "ঐ কাক ভাইটি মাতিছ, দি যাম পইচা পাছত আহিলে।"

সুবলা আগবাঢ়ি আহিল—"পাছত বুলিলে থাকি যাব বাকী মই কাকো দিব নোৱাৰো।"

দ্বিতীয়টোৱে ক'লে— "কিমান পইচা লাগে তোক?"

সুবলাই খঙেৰে ক'লে-"তহঁতৰ বিশ টকা হৈছে।"

তৃতীয়টোৱে ক'লে—"বিশ টকা নালাগে বিশ শ দিম, পঠিয়াই দে তোৰ সুন্দৰী ছোৱালীজনী আমাৰ লগত।"

"কি কলি ???"— খং অপমানত ৰঙা-ছিঙা পৰি উত্তেজিত হৈ পৰিল সুবলা — "মাতৃৰ সন্মুখত ভগ্নীৰ ব্যৱহাৰ তহঁতে নাজান। মাৰ-বাপেৰে এয়ে শিকাইছে তহঁতক।"

চতুৰ্থটো আগবাঢ়ি আহিলেই — "এই বেটি তই মাৰ-বাপেৰক ধৰিবলৈ কোন?"

সুবিধা বুজি প্ৰথমটোৱে আদেশ দিলে—"ঐ উঠা এইৰ জীয়েকক মটৰ চাইকেলৰ পাছত ধৰ।"

বাকী দুটা আহি ভয়বিহ্বলা কণুৰ হাতত ধৰিলেহিয়েই।

তাকে দেখি চাহ খাই থকা কেইজনমান সাধাৰণ মানুহে বাধা দিলে—"ঐ নাপায় নহয় এৰি দে।"

সুবলাই খঙত একো নাই যেন হৈ তৎক্ষণাৎ জুইশালৰ পৰা জ্বলি থকা খৰি এডাল উঠাই ল'লে —"মোৰ ছোৱালী এৰি দে ভালে ভালে নহ'লে জ্বলাই দিম তহঁতক।"

চতুৰ্থ গুণ্ডাই সুবলাৰ হাতত থাপ মাৰি ধৰি খৰিডাল কাঢ়ি লৈ ক'লে— "এইডালেৰে তোৰ ঘৰ পুৰি পেলাম আৰু তোৰ ছোৱালীও লৈ যাম এতিয়া।"

সহানুভূতিশীল মানুহকেইজনে বাধা দিবলৈ আহোঁতেই লাগি গ'ল ঘুঁচীয়া ঘুঁচি গুণ্ডাকেইটাৰ লগত।

বাটৰ মানুহে কেৱল বৈ চালে। কোনোবাই মন্তব্য দিলে অবিবেচকৰ দৰে ওপৰতে-

গাইকীৰ মদৰ দোকানত আড্ডাৰ জুৱাৰীৰ মাৰপিট গতিকে এইবোৰৰ মাজত সোমোৱাৰ কোনো প্ৰয়োজন নাই। গুচি গ'ল সিহঁতবোৰ।

দুটা গুণ্ডাই কণুক মুখত সোপা মাৰি ধৰি দাঙি আনি মটৰ চাইকেলত ঠিক জোৰ কৰি বহুৱাবলৈ ধৰোঁতেই আহিল বাকীৰ টকা দিবলৈ বুলি ধৰ্মেশ্বৰ। গাড়ীৰ পৰা নামি আৰু সি কাণ্ড দেখি বিস্ময় মানিলে। ক্ষন্তেকো অপেক্ষা নকৰি সি দৌৰি আহি মটৰ চাইকেলখনৰ কাষ পালেহি আৰু লগে লগে ষ্টাৰ্ট বন্ধ কৰি দি চালকৰ বুকুত ধৰিলে।

কণুৱে ধৰ্মেশ্বৰক দেখি অকমান বুকুত সাহস পালে।

চিটৰ পিছৰটোৱে কণুক এৰি ধৰ্মেশ্বৰক মাৰিবলৈ উদ্যত হ'ল।

ধৰ্মেশ্বৰে মটৰ চাইকেলখন একে গোৰে মাটিত বগৰাই দিলে।

বাকী দুটা গুণ্ডা হোটেলৰ পৰা ওলাই আহিল আৰু হাত কোচাই গৰ্বেৰে ক'লে "আৰে বাপ মৃত্যুৰ বাবে সাজু হ তই।"

ধৰ্মেশ্বৰে উত্তৰ দিলে-"মা কালী আইৰ শপত একটোপা তেজ গাত থকালৈকে মই মা আৰু কণুক তহঁতৰ হাতত এৰি নিদিওঁ।"— সন্মুখ সমৰৰ বাবে সাজু হৈ ৰ'ল সি।

অলপ সকাহ পাই সুবলা ওলাই আহিল। কিন্তু তুমুল সংগ্ৰামৰ আশঙ্কাত সোমোৱাৰ সাহসকণ গোটাব পৰা নাই।

আৰম্ভ হৈ গ'ল তুমুল সংগ্ৰাম। ধৰ্মেশ্বৰে অকলে সমানে চাৰিওটা গুণ্ডাক প্ৰতিহত কৰিলে শৰীৰৰ সৰ্বশক্তি প্ৰয়োগ কৰি।

কণু মুক্ত হৈ ধৰ্মেশ্বৰক সহায় কৰাৰ মানসেৰে চল বিচাৰিলে, কিন্তু গুণ্ডাৰ আকস্মিক আক্ৰমণত তাই বিব্ৰত হৈ ৰ'ল।

প্ৰতিহতৰত অৱস্থাত হঠাৎ ধৰ্মেশ্বৰ পিছল খাই পৰিল।

মুহূৰ্ততে চাৰিওটা গুণ্ডাই ধৰ্মেশ্বৰক গ্ৰাস কৰিবলৈ উদ্যত হ'ল।

কণুৰ গাৰ নোমবোৰ ডাল ডালকৈ শিয়ঁৰি উঠিল, তাইৰ ধমনীত উচ্চৰক্ত প্ৰবাহিত হ'ল। মুহূৰ্ততে তাই পাছলৈ আহি দুৱাৰত দিয়া ডাংডাল আনি অবিচ্ছিন্নভাৱে শৰীৰৰ সমস্ত শক্তিৰে—জয় মা কালী বুলি স্মৰণ কৰি দেৱীৰ পৰম শক্তিৰে মাৰিলে চাৰি মাৰ চাৰিওটা গুণ্ডাৰ মূৰত। অভাৱনীয় মাৰত হতভম্ব হৈ চাই ৰ'ল কেউটা গুণ্ডাই কণুলৈ।

নিশ্চিত মৃত্যুৰ মুখৰ পৰা ৰক্ষা পৰি সুবিধা পাই উঠিল ধৰ্মেশ্বৰ।

বাকী চাৰিওটা গুণ্ডা উঠি ডেগাৰ উলিয়াই ল'লে ধৰ্মেশ্বৰক মাৰিবৰ বাবে।

কণুৰে আগবঢ়াই দিলে লাঠিডাল। অন্তৰত জয় মা কালীৰ নাম স্মৰণ কৰি ধৰ্মেশ্বৰে মুহূৰ্ততে লাঠি ঘূৰাই গুণ্ডাকেইটাৰ হাতৰ ডেগাৰ পলকতে ওফৰাই পেলাই দি মাৰিলে দুটাৰ পিঠিত, ভৰিত মাধ মাৰ। দুযোটা মাটিত শুই পৰিল। বাকী দুটা ভয়ত প্ৰাণ লৈ পলাল।

দুৰ্বল মানুহখিনি তেতিযাহে আহি ঘটনাস্থলীত গোট খালেহি।

উকিলে নিজৰ সামাজিক সন্মান ৰক্ষা কৰিবলৈ সাহস দেখুৱাই নাম কিনিবলৈ আহি সেইডোখৰ পালেহি তেতিয়া।

মানুহবোৰে ক'লে ধৰ্মেশ্বৰক -- "জান মাৰি পেলোৱা ইহঁতৰ।

ধৰ্মেশ্বৰে ক'লে- জান মাৰি লাভ নাই,– শিক্ষা হৈ গৈছে ইহঁতৰ।

সি এটাৰ পিঠিত ভৰি থৈ সুধিলে- "ঐ ক আজিৰ পৰা মা-ভনীৰ ইজ্জত লুট কৰিবি নে নকৰ।"

দুযোটাই প্ৰাণৰ ভযত সেহাই সেহাই উত্তৰ দিলে– "মাফ কৰিবি নামাৰিবি আৰু। আমি সদায় মা-ভনীৰ ইজ্জত বচাম।

ধৰ্মেশ্বৰে আৰু একো নামাতিলে। সি কাষতে বৈ থকা সুবলাৰ হাতত নিজৰ জেপৰ পৰা টকা ডেৰশ উলিয়াই গুজি দি নিজে দোষীৰ দৰে তলমূৰকৈ আঁতৰি আহিল।

কিহৰ পইচা ধৰ্মেশ্বৰ? উচপ খাই উঠিল সুবলা।

"মা মোৰ যে বাকী থকা ভাতৰ পইচা" কৈয়ে সি লৰা-ছোৱালীকে গাড়ীত উঠিলহি।

নিজৰ প্ৰয়োজনীয়তা বোধ হোৱাই যোৱা উকিলো আহি গাড়ীত উঠিলহি।

কণুৱে ৰ লাগি চাই ৰ'ল গাড়ীখন যোৱালৈ, অন্ততঃ ধৰ্মেশ্বৰক আন্তৰিক ধন্যবাদ এটা দিব নোৱাৰা দুখত।

গাড়ীখন চলি অহা বাটে ঘূৰি গ'ল। মানুহবোৰে সুবিধা পাই দুই-চাৰিটা চৰ, লাঠি গুণ্ডা দুযোটাকে মাৰিলেহি আধুনিক যুগৰ চিনেমাৰ হিৰ'ক অনুসৰণ কৰি হাত-ভৰিৰ পিৰাপিৰণি মাৰিবলৈ বুলি।

ছোৱালীজনীৰ লগতে মাইকী মানুহগৰাকীক দেখি চকিদাৰে গেটখন খুলি দি সুধিলে —"কাক লাগে।"

সুবলাই উত্তৰ দিলে— "উকিল চাহাবক বিচাৰিছো।"

কিবা কেছ্ আছে— "চকিদাৰে সুধিলে।"

"হয়" – সুবলাই লাহেকৈ উত্তৰ দিলে।

"যাওক' – চকিদাৰে বাট এৰি দিলে।

সুবলাৰ পাছে পাছে জীয়েক ৰুণুও ভিতৰলৈ সোমাই আহিল।

কলিং বেলৰ শব্দ শুনি বিৰলা ডেকাই দুৱাৰখন খুলি ধৰি সুধিলে—"কাক লাগে ?"

"ছাৰক বিচাৰিছো" – সুবলাই ক'লে।

ফিজ দিব নোৱাৰাবিধৰ সাধাৰণ পোছাকৰ মক্কেল দেখি পুনৰ প্ৰশ্ন কৰিলে – "কিহৰ বাবে।"

সুবলাই লাহেকৈ ক'লে– "আপোনালোকৰ ড্ৰাইভাৰ ধৰ্মেশ্বৰ তেওঁ আমাৰ হোটেলত ভাত খাইছিল। সিদিনা আমাৰ বাবেই তেওঁ দুখ পালে, মানে তাৰে খবৰ এটা লৈ যাওঁ বুলি আহিলো।'

বাহিৰত কাবোবাৰ মাত শুনি ডেকা ওলাই আহিল আৰু দেখিয়েই চিনি পাই ক'লে— "অ' তোমালোক।"

হয় চাৰ – "মূৰৰ ওৰণীখন টানি ল'লে সুবলাই।"

"এইজনী তোমাৰ ছোৱালী নেকি ?" - ৰুণুৰ মৰম লগা মোহনীয় মুখখনলৈ চাই থাকি বিৰলাই সুধিলে।

ৰুণুৱে ডাঙৰ মানুহৰ ঘৰ দেখি অকণমান আচহুৱা যেন লাগি এখোজ পাছলৈ আহি লাজ ভাবেৰে মাকৰ পাছত অকণমান আঁৰ হ'ল।

"হয় বাইদেউ" – এইবাৰ জীয়েকক ক'লে— "এই নমস্কাৰ কৰ আকৌ।' ৰুণুৱে তলমূৰ কৰি লাজ অনুভৱ কৰিলে।

ডেকাই লাজুকী কণুজনীৰ মোহনীয়া ৰূপটো চুৰ কৰি এবাৰ চালে।

এইবাৰ সুবলাই নিজৰ মনৰ খু-দুৱনি মাৰিবলৈকে সুধিলে — "ধৰ্মেশ্বৰৰ কেও কিছু নাই হ'ব পায়।"

বিৰলাই উত্তৰ দিলে — "অ' নাই।"

"এইকেইদিন ধৰ্মেশ্বৰে আমাৰ হোটেললৈ ভাত খাবলৈ নোযোৱা হ'ল। গতিকে তেওঁক বিয়াখন পাতি দিলেই ভাল হয় নেকি?"

"তুমি ঠিকেই মনত পেলাই দিলা"— বিৰলাই সুবলাৰ কথাত সমৰ্থন কৰিলে।

ডেকাই সাধাৰণতে মূল্য অবিহনে কাৰো লগত কথা পাতিবলৈ টান পায়। সামৰ্থ্য থকা মানুহ হ'লে বেলেগ কথা, সাধাৰণ মানুহৰ লগত কথা পতা মানে সময় অপব্যয় বুলিয়েই ভাবে। সেয়ে তেওঁ পোনচাটেই ক'লে— "ধৰ্মেশ্বৰ সৌ তলৰ গেবেজৰ কাষৰ ঘৰটোতে থাকে, ইচ্ছা কৰিলে তাতে তাৰ খবৰ লৈ যাব পাৰা।"

"তেওঁ বৰ উপকাৰ কৰিলে, সেইবাবে খবৰ এটা নল'লে ডাঙৰ ভুল কৰা হ'ব।" আহোচোন নমস্কাৰ— কৈয়ে মাক জীয়েক তললৈ নামি আহিল।

ডেকা আৰু বিৰলাই একো নামাতিলে।

দুৱাৰখন বন্ধ কৰি দি বিৰলাই ক'লে – মানুহজনীয়ে খবৰ কৰিবলৈ আহিছে নে ধৰ্মেশ্বৰক ছোৱালী দিবলৈ আহিছে ক'ব পৰা নাই দেই।

"সেইটো হ'লে দেখিছো একো বেয়া নহ'ব। সি দিনটো গাড়ী চলালে, তাই আমাৰ চাহ ভাত ৰান্ধি কাঁহী-বাটি ধুই তোমাক ৰাণী কৰি ৰাখিব। এনেয়েতো আমাৰ ঘৰত ফ্ৰিজ দিব নোৱাৰা মক্কেলৰ ল'ৰা-ছোৱালীহে আনো, সময় উকলিলে বদমাচি কৰি গুচি যায়।"

ডেকাৰ কথাত বিৰলাই প্ৰশ্ন কৰিলে - "ছোৱালীজনী কেনেকুৱা বা ?"

ডেকাই যেন কথাটো উৰুৱাই দিলে— "এহ বাদ দিয়া হে মদাহী ড্ৰাইভাৰ মানুহটোলৈ ছোৱালী ভাল-বেয়া কি প্ৰশ্ন উঠে। ঘৰখনত চকুত লগা বনকৰা ছোৱালী এজনী থাকিলে ভালেইহে হ'ব।

বিৰলাই ভালেই পালে— "ধৰ্মেশ্বৰক কথাতো তেন্তে সোধা যাওক।"

পত্নীৰ কথাত ডেকাই ওপৰতে ক'লে— ধৰ্মেশ্বৰক সোধা-নোসোধাৰ প্ৰশ্নই নুঠে।

সি বহুতীয়া হৈ বান্ধ খাইছে, গতিকে আমাৰ হাতৰ আঙুলিৰ ঠাৰত উঠা-বহা কৰিব লাগিব সি।"

বিৰলাই অতি সন্তোষৰ হাঁহি এটা মাৰিলে।

সুবলাই ক'লে কণু – "তোৰ বাবেই বেচেৰাই কষ্ট পালে। আমি কিনি অনা বিষৰ মলমটো অকণমান হাতত পিঠিত লগাই দে।"

আমন জিমনকৈ বৈ থকা কণুৱে মাকৰ কথাত ধৰ্ম ৰক্ষা কৰিবলৈ প্ৰতিদান স্বৰূপে হাতত থকা বিষৰ মলমটো খুলি টিউবটো অকণমান চেপামাৰি সোঁহাতৰ তৰ্জনী আঙুলিটোৰে মলমকণলৈ বিছনাৰ ওপৰত কথা পাতি বহি থকা ধৰ্মেশ্বৰৰ বাহুত দ্বিধাহীনভাৱে ঘঁহি দিলে।

কণুৰ কোমল হাতৰ পৰশত ধৰ্মেশ্বৰৰ সমস্ত শৰীৰত এটা অজান শিহৰণ মৃদুভাৱে বিয়পি পৰিল, সি লাহেকৈ কণুৰ হাতখন ধৰি বাধা দিলে– "নালাগে কণু, মোৰ অন্তৰত যি দুখ আছে তাৰ তুলনাত শৰীৰৰ বাহিৰৰ আঘাতে একো কৰিবই নোৱাৰে। ধৰ্ম সংকটত তোমালোকক ৰক্ষা কৰাটোৱেই মোৰ জীৱনৰ প্ৰথম গৌৰৱ।"

কণুৱে লাহেকৈ ধৰ্মেশ্বৰৰ হাতৰ পৰা নিজৰ হাতখন একৱাই আনি এবাৰ তাৰ চকু হাললৈ চালে। নাই কোনো দুৰ্বলতাৰ ভাব তাৰ চকুত ভাহি উঠা নাই। অথবা স্বাভাৱিক নাৰীৰ প্ৰতি দুৰ্বলতাও তাৰ চেহেৰাত পৰিলক্ষিত হোৱা নাই। তাই এনেয়ে অস্বস্তি বোধ কৰি ক'লে– "মা ব'লা দেৰি হ'ব নহ'লে।"

ধৰ্মেশ্বৰও বিদায় দিয়াৰ মানসেৰে জনালে– মা আপোনালোক যাওক দেৰি নকৰিব। মই আগবঢ়াই থৈ আহিব লাগিব নেকি বাৰু?

সুবলাই বৈ অহা চকুপানী চাদৰৰ আঁচলেৰে মচি লৈ সেমেকা স্বৰে উপদেশ দিলে – তুমি আমাৰ হোটেল মোৰ বাবেই এৰিলা ঠিকেই আছে– কিন্তু তুমি বিয়াখন পাতি লোৱা। মালিকৰ আশ্ৰয়তে মানুহজনী থৈ তুমি নিশ্চিন্তে কাম কৰি যাব পাৰিবা।

"আপুনি কয় কি মা? মই জীৱনত সেইবোৰ কথা ভবাই নাই।"

ধৰ্মেশ্বৰৰ কথাত সুবলাই ক'লে – "মই ছাৰ আৰু বাইদেউক এই বিষয়ে কৈছো। মই তোমাৰ জীৱনটো গঢ়াৰ বিষয়েহে উপদেশ দিছো বেয়া নাপাবা, ঠিক আছে আমি আহোঁ বাৰু।"

ধৰ্মেশ্বৰে বিদায়ৰ বাবে বিছনাৰ পৰা নামিব খুজিলে।

ৰুণুৱে বাধা দিলে— "হ'ব আপুনি নামিব নালাগে অকণমান ৰেষ্ট লওক, আমি আহো তেনে ককাইদেউ।"

"ভাল বাৰু নমস্কাৰ"—মাকৰ-জীযেক মানে নিজৰ ভনীয়েক যেন লাগি গ'ল ৰুণুক ধৰ্মেশ্বৰৰ, সি বিছনাত বহি থকাৰ পৰাই সন্তোষেৰে বিদায় সম্ভাষণ যাঁচিলে।

"নমস্কাৰ আহোঁ বাৰু" বুলি ওলাই আহিল সুবলা।

"সেইদিনাৰ বাবে মাফ কৰিব ককাইদেউ, আহোঁ" – পাছ্লৈ আৰু ঘূৰি নোচোৱাকৈ ৰুণুৱে মাকক অনুসৰণ কৰিলে।

তেতিয়া চিলমিল সন্ধিয়া নামিছিল পৃথিৱীৰ বুকুলৈ, ধৰ্মেশ্বৰে যেন নিজৰ হেৰাই যোৱা মাকক পুনৰ লগ পায় লগতে এজনী নিমাখিত মৰমিয়াল ভনীক পাই অহা দিনৰ উদিত সূৰ্যৰ পোহৰলৈ বাট চাই ৰ'ল।

নিচেই পুৰাতে দোকানত বহি থকা কণুৱে বন্ধা কাম আৰম্ভ কৰা মাকক মাত দিলে – "মা-মা এইপিনে আহাঁচোন।"

সুবলা ওলাই আহিল – "কি হ'ল কণু?"

কণুৱে চিঠিৰ খামটো আগবঢ়াই দিলে– "মা ল'ৰা এজনে এই চিঠিখন দি গৈছে।"

"কোনে দিছে ল'ৰাটো নৰখাজি কেলেই।"

"উকিল চন্দ্ৰ চৰণ ডেকাই দিছে বুলি কৈ গ'ল মা।"

"মই কি আখৰ বুজিম তয়ে পঢ়ি শুনাচোন কণু।"

কণুৱে চিঠিখন পঢ়ি শুনালে।

সুবলা,

সিদিনা তুমি দিয়া বিয়াৰ প্ৰস্তাবটোত আমি দুয়ো সন্তুষ্ট আছো আৰু সম্মতো প্ৰকাশ কৰিছো।

সুবলা আচৰিত হ'ল– আৰে মই কি আৰু কাৰ বিয়াৰ প্ৰস্তাব উকিল চাহাবক দিছিলো অ' বাৰু, পঢ়চোন পঢ় বাকী ছোৱা।

কণুৱে আকৌ পঢ়িলে – ছোৱালী আৰু বেলেগে গৈ চাবলৈ নাই। সিদিনা তোমাৰ ছোৱালী কণুক দেখি পচন্দ কৰিলোৱেই।

কণুৱে মূৰে-কপালে হাত দিলে– হ'ল কি, কাৰ লগত কাৰ বিয়াৰ উল্লেখ কৰিছেনো?

মাক সুবলাই অলপ গহীন হৈ ক'লে– বাৰু বাকীখিনি পঢ়চোন। ধৰ্মেশ্বৰৰ চাল নহয়তো।

কণুৱে বাকীখিনি সেপ ঢুকি পঢ়িলে।

কণু ধৰ্মেশ্বৰৰ বাবে উপযুক্ত ছোৱালী হ'ব আমি তাক বিয়া কৰাবলৈ বাধ্য কৰাম। ছোৱালী ৰাখি নথ'বা। হৰিণাৰ মাংসই বৈৰীৰ দৰে তাইৰ সৌন্দৰ্য্যই যাতে সিদিনাৰ ঘটনাৰ পুনৰাবৃত্তি নহয়, সেইয়ে সমস্যা সমাধানৰ বাবে ধৰ্মেশ্বৰৰ অভিভাৱক হিচাপে মই বিয়াৰ দায়িত্ব ল'লো। কণুৰ বিয়াৰ খৰচ তুমি বহন কৰিব নালাগে। মই কৰ্ট মেৰেইজ কৰাই সমাধান কৰাই দিম অন্যথা কৰিলে নিজেই ভৱিষ্যতে কষ্ট পাবা।

উকিল চন্দ্ৰ চৰণ ডেকা
সেউজপুৰ

কণুৱে একে উশাহে পঢ়ি আটাই খণ্ডত একো নাই যেন হৈ চিঠিখন ফালি টুকুৰা টুকুৰ কৰি দলিয়াই দিলে– "মোক বিয়া কৰাই নি এই ঘৰখনৰ ভৱিষ্যৎ তোমাৰ ভৱিষ্যৎ শেষ কৰি দিবলৈ লৈছে। মই তোমাক এৰি কেনিও নাযাওঁ মা। স্পষ্ট কৈ দিছো মই।"

ৰ'বিচোন ৰ'বি পুৱাতেই দিনটোলৈ খণ্ড নাখাবি। ডাঙৰ মানুহৰ প্ৰস্তাৱ। ডাঙৰ মানুহৰ হাতৰ আখৰ ফালি-চিৰি পেলাব নাপায় নহয়। মই তোৰ বিপৰীতে যোৱা মানে মই নিজৰ ভৰিত নিজে কুঠাৰ মৰা হ'ব। কথাটো একেবাৰে উলাই কৰিব পৰা বিধৰ নহয় কিন্তু . ।

কণুৱে টেবুলত মূৰটো গুজি চকুপানী বোৱাই দিলে। ভাবিলে সঁচাই ছোৱালীৰ জীৱনবোৰ বৰ খেলি-মেলি হাতৰ পুতলাৰ দৰে।

মোক মাতিছিল নেকি ছাৰ ! গোনেই সোমাই আহিয়েই ধৰ্মেশ্বৰে সুধিলেহি।

চাহৰ সোহাটো মাৰি কাপটো টেবুলৰ ওপৰতে থৈ ডেকাই ক'লে- ধৰ্মেশ্বৰ তোৰ বিয়াখনৰ যোগাৰ হৈ গৈছে।

ধৰ্মেশ্বৰে কাণেৰে কি শুনিলে বিশ্বাস কৰিব নোৱাৰি ডেকাৰ কাষতে বহি থকা বিৰলাক সুধিলে-- "মোৰ বিয়া মানে ছোৱালী ক'ত বাইদেউ"... .

বিৰলাই অকণমান হাঁহি বিৰিঙাই জনালে-ছোৱালী তই ভালপোৱা জনীয়েই।

লাজত কাণ, মূৰ ৰঙা পৰি গ'ল ধৰ্মেশ্বৰৰ। বাইদেউ শপত মই ক'তো ছোৱালী বন্দোবস্ত কৰা নাই। চাওক বাইদেউ মই জীৱনত বিয়া নকৰাওঁ।

কিয় বিয়া নকৰাবি অঁকৰাটো .ডেকাই অকণমান হাঁহিলে—

চাওক ছাৰ মই বিয়া কৰাই খুৱাম ক'ৰপৰা।

বোপাই তই চিন্তা কৰিব নালাগে। মোৰ ঘৰত দিনটো থাকিব, খাব, ৰাতি তোৰ কোৱাটাৰলৈ যাবগৈ হ'বতো।

নাই-নাই নালাগে ছাৰ — লাজ অপমানত দুইহাতে মুখখন ঢাকি ধৰিলে ধৰ্মেশ্বৰে।

যা, তই এতিয়া যা সময়ত সকলো কাম সমাধা হ'ব ডেকাই কৈয়ে-কেক টুকুৰা লৈ কামোৰ মাৰিলে।

নিশা বিছনাত উঠি লেমৰ ক্ষীণ পোহৰত মন মাৰি চকু দুটা মুদি থকা কণুৰ মূৰত মাক সুবলাই মৰমৰ হাত ফুৰাই দি ক'লে—অৱশ্যে সিদিনা তোক ধৰ্মেশ্বৰে নবচোৱা হ'লে বা ধৰ্মেশ্বৰৰ প্ৰাণ তই ৰক্ষা নকৰা হ'লে দুয়োটাৰে জীৱন যৌৱন শেষ হৈ গ'লহেঁতেন আৰু তেতিয়া হ'লে মৰো এই সংসাৰত জীয়াই নাথাকিলোহেঁতেন।

কণুৱে ঘপহকৈ চকুহাল মেলি ঘূৰি মাকৰ মুখত সোপা মাৰি ধৰিলে— তেনেকৈ নকবা মা। ভগৱানৰ ওপৰত ভাৰৰা ৰাখিবলৈ তুমিয়েইতো শিকাইছিলা মা।

দীঘল হুমুনিয়াহ এটা পেলালে সুবলাই— এৰা ভগৱানৰ কৃপাতে আমি জীয়াই আছো; তাকে এতিয়া ভাবিছো এইবোৰ ঈশ্বৰৰ ইচ্ছা নেকি ! চা কণু ছোৱালীৰ জীৱন গতিকে এঘৰলৈ যাবই লাগিব। মই তোক আবদ্ধ কৰি তোৰ ভৱিষ্যৎ ৰঙীণ জীৱনটো ধ্বংস কৰিব নোৱাৰোঁ। যদি জোঁৱাই ভাল হয়, অৱশ্যে ধৰ্মেশ্বৰৰ অন্তৰ, মন কোমল তেনেহ'লে বাকীছোৱা জীৱন জী-জোঁৱাই, নাতি-পুতিয়ে চাব আৰু মোক।

কণুৱে অন্তৰৰ কোণৰ পৰা গভীৰ বেদনাৰে মাকৰ বুকুত আশাৰ হাতখন থৈ জনালে— সেই বয়সীয়া মানুহটোলৈ মোক বিয়া দিবা মা...?

হুমুনিয়াহ এটা পেলাই দোমোজাত পৰি সুবলাই জীয়েকক বুকুৰ মাজলৈ সুমুৱাই ল'লে— তইতো জানই কণু, মইতো তোক ডেকাৰ ঘৰত ছোৱালী দেখুৱাবলৈ নিয়া নাছিলো আৰু ধৰ্মেশ্বৰেও তোক বিয়া কৰাবলৈ বিচাৰি অহা নাছিল। গতিকে এইয়া বিধিৰ লিখন বুলিয়েই মানি ল। চা, কণু মই আগেয়ে জনাত পুৰুষৰ বয়সে একো নকৰে বুলি শুনিছো। আমি হাত চুটি মানুহ হাতত গুজি দিয়া বস্তুও যদি এৰি দিওঁ তেনেহ'লে ভুল কৰা নহ'ব জানো? তই মোৰ কথা মান কণুমা। মোৰ বুকুৰ ধনজনী —সুবলাই ৰাতিৰ আধা আন্ধাৰ লেমৰ আধা পোহৰৰ মাজতে জীয়েকৰ চুলিৰ মাজতে এটা চুমা যাঁচিলে আলফুলকৈ আৰু কণুৰ মূৰত হৃদয়ৰ আশীষেৰে মৰমৰ হাত বুলাই দিলে। জীয়েকৰ সুখ কামনা কৰি নিজৰ ভৱিষ্যত লৈ কল্পনাৰ সাগৰত মন উটুৱাই দিলে সুবলাই তেতিয়া।

কণুৱে অজানিতে মাকক সাৱতি ধৰি অন্তৰৰ হেৰাই যাব খোজা শক্তিকণক যেন বিচাৰিলে। দুৰ্ভগীয়া মাকজনীক মনোকষ্ট নিদিয়াৰ প্ৰতিশ্ৰুতি তাই বহু দিনৰ আগেয়ে হিয়াত সযত্নে অৱশ্যে ৰাখিছে। সেয়ে যৌৱনৰ স্বাভাৱিক দুৰ্ব্বলতা তাইৰ কাৰো প্ৰতি নাই— মা, মই তোমাৰ অন্তৰত কষ্ট দিবলৈ জনমেই লোৱা নাই। একমাত্ৰ সন্তান হৈ

যদি মই তোমাক চিৰদিনৰ বাবে অন্তৰত আঘাত দিওঁ তেন্তে মোৰ এই জীৱনেই বৃথা হ'ব মা। তোমাৰ মঙ্গলৰ বাবে যদি. . শোকে খুন্দা মাৰি ধৰা কণুৰ অন্তৰৰ পৰা প্ৰকৃত বেদনা উত্থাপন কৰাৰ সকাহেই নাপালে। তাইৰ নীৰৱে বৈ অহা চকুপানীখিনি মাকে কিন্তু দেখা নাপালে।

মাকেও অজানিতে আনন্দ অশ্ৰু বোৱাই জীয়েকক বুকুত আঁকোৱালি লৈ দুয়ো শুই পৰিল ভৱিষ্যতৰ নিজ চিন্তাত নিমগ্ন হৈ। তেতিয়া কোনোবা বাগানৰ পৰা নাইবা কোনো কাৰখানাৰ পৰা টং টংকৈ কাঁহৰ ঘণ্টাৰ শব্দ ভাঁহি উঠিল। কণুৱে শহাকণিয়া হৈ নিশা কেইটা বাজিল গণি গ'ল। আৰে যুবীয়াঁকৈ ছবাৰ মৰাৰ পাছত আকৌ এটা ঘণ্টা অকলে মাৰিলে মানে তেৰটা ঘণ্টা মাৰিলে যে ! ভুল হ'ল ঠিকেই চকিদাৰৰ নিশা টোপনিৰ জালত কিন্তু তেৰ নম্বৰটোক যে বহুতে আনলাকি বুলি কয়.. .???

ডাইনিং টেবুলত বহি চন্দ্ৰ চৰণ ডেকা, বিৰলা, মেজিষ্ট্ৰেত হিৰণ্য সোণোৱালে চাহ মিঠাই খাই ওলাই আহি ড্ৰইং ৰুমত বহিলহি।

ভদ্ৰতাৰ খাতিৰত হিৰণ্যই যেন অনুমতি বিচাৰিলে— চিগাৰেট এটা জ্বলাব পাৰোনে ডেকা!

আপত্তি কি জ্বলাওক — হাঁহি সমৰ্থন জনালে ডেকাই।

নাই নালাগে আপোনাৰ মিছেছে আমনি পাব।

হিৰণ্যৰ কথাত মাত দিলে বিৰলাই— নাই নাই কিয় বেয়া পামনো জ্বলাওক।

হ'ব পাছত জ্বলাম বাৰু হাতৰ ঘড়ীটোলৈ চালে হিৰণ্যই ক'তা ইহঁত এতিয়াও নাপালেহি যে। আপোনাৰ ড্ৰাইভাৰ-ধৰ্মেশ্বৰ ক'ত মিষ্টাৰ ডেকা?

হিঁৰণ্যই আমনি পোৱা যেন দেখি আশ্বাস দিলে ডেকাই-ধৰ্মেশ্বৰক মই পঠিয়াইছো ৰুণু আৰু মাকক লৈ আহিবলৈ গাড়ীৰে— নিজৰ হাতৰ ঘড়ীটোলৈ চালে এইয়া পাইহিহে লাগে।

বিৰলাই মাজতে মাত দিলে— আচলতে মাইকী মানুহৰ কথা যে গতিকে ইপদ-সিপদ বিচাৰোতে ওলাওঁতে অকণমান দেৰি হ'ব পায়।

কলিং বেল ক্ৰীঙ-ক্ৰীঙকৈ বাজি উঠিলত ডেকাই মাত দিলে— কোন হয়, সোমায় আহাঁ।

সুবলা আৰু ৰুণু সোমায় আহিল আৰু দুয়ো হাতজোৰ কৰিলে— নমস্কাৰ।

বিৰলাই মাক আৰু জীয়েকৰ পৰিহিত সাধাৰণ পোছাকলৈ লক্ষ্য কৰিলে।

সুবলাই নম্ৰভাৱে সুধিলে— আমাক মাতি পাঠিয়াইছিল নেকি চাৰ?

ডেকাই উলাহতে জনালে— বিয়াৰ কাম ফেৰা আজিয়েই সমাধা কৰি পেলাওঁ।

ৰুণুৰ গাৰ নোমবোৰ ডাল ডালকৈ শিয়ঁৰি উঠিল — তাইৰ কপালত বিন্দু বিন্দু ঘামৰ কণিকা বিৰিঙি উঠিল। ৰঙা-চিঙা পৰা মুখখন তাই হতবাক হৈ ভৰিৰ বুঢ়া আঙুলিটোৰ আগেৰে তাই কাৰ্পেটৰ ওপৰতে খুৰুকিয়ালে।

সুবলা আচৰিত হ'ল— বিয়া মানে এতিয়া এনেকৈ কোনো পৰিবেশ নোহোৱাকৈ ? আমি বিয়াৰ বাবে প্ৰস্তুত হৈয়ো অহা নাই ছাৰ। ধৰ্মেশ্বৰেটো আমাক একো নজনালে।

চন্দ্ৰ চৰণে মিচিকিয়াই ক'লে— কৰ্ট মেৰেইজবোৰ এনেকুৱাই, তাহানিৰ কেঁচা কল কাটি গুপুতে বিয়া পতাৰ নিচিনা কথা। এইবোৰত জাক জমকতাৰ প্ৰয়োজন নাই। ধৰ্মেশ্বৰ, লাজকুৰিয়াটোৱে তাৰ নিজৰ বিয়াৰ বিষয়ে ক'বনো কি আকৌ কথাৰ সুৰ সলালে চন্দ্ৰ চৰণে — আচ্ছা আচ্ছা বাৰু ধৰ্মেশ্বৰ ক'ত।

দুই নাঁও দুই ভৰিৰ দৰে একো ঠিৰাং কৰিব নোৱাৰি অন্যমনস্কভাৱে সুবলাই ক'লে— "তেওঁ বাহিৰতে আছে।"

এইবাৰ কাৰ্য্য শীঘ্ৰে সমাধা কৰাৰ আশাত, পলম হলেই বিঘ্নী হোৱাৰ ভয়ত বিৰলা নিজেই উঠিল — ৰ'ব ময়ে মাতি দিওঁ তাক — আহিল ওলাই বাহিৰলৈ আৰু বাৰান্দাত দোদুল্যমান অৱস্থাত ইফাল সিফাল কৰি থকা ধৰ্মেশ্বৰক মাত দিলে — এই ধৰ্মেশ্বৰ তই ভিতৰলৈ আহচোন।

মোক মাতিছিল বাইদেউ — আচৰিত হ'ল ধৰ্মেশ্বৰ।

চাৰে মাতিছে ভিতৰলৈ আহচোন বাৰু তই।

বিৰলাৰ কথাত ধৰ্মেশ্বৰ ভিতৰ সোমায় দুৱাৰৰ কাষতে ঠিয় হৈ ৰ'ল।

ডেকাই পৰিচয় কৰাই দিলে — এখেত হ'ল তহঁতৰ শুভাকাংক্ষী মেজিষ্ট্ৰেট মিষ্টাৰ হিৰণ্য সোণোৱাল। মোৰ কথা মতে এখেতে সকলোখিনি ঠিক ঠাক কৰি ৰাখিছে মাথোঁ তহঁতৰ চহী কেইটা হলেই হ'ল। অভিভাৱক আৰু সমৰ্থক হিচাপে মই আৰু সুবলা আছোৱেই।

সোণোৱালে জনালে ঠিক আছে কামটো আৰম্ভ কৰক। ইয়াতে প্ৰথমে ল'ৰা আৰু কন্যাই চহী কৰক — কাগজখন আগবঢ়াই দিলে,

কণু "তয়ে কৰ প্ৰথম চহীটো" কৈয়ে ডেকাই কণুৰ তীক্ষ্ম চকু হাললৈ চালে।

ডেকাৰ কথাত কণুৱে ক'লে — মেজিষ্ট্ৰেত চাহাব মই চহী কৰিবলৈ হ'লে তাত কি লিখা আছে প্ৰথমে পঢ়ি শুনাওক।

সোণোৱালে ডেকালৈ কেৰাহিকৈ চালে।

ডেকাই মোলায়মকৈ বুজাই দিলে — হেৰ' আইজনী। এইবোৰ আইনৰ কথা ইংৰাজীত লিখা আছে পঢ়ি দিলেনো কি বুজিবি।

আমাৰ সংবিধানিক ভাষাত লিখাটোহে যুক্তিসঙ্গত — কৈয়ে তাই মাকলৈ অবুজভাৱে চালে।

জীয়েকে অনুমতি বিচৰা যেন ভাবি মাকে চকুৰ থাৰেৰে ইঙ্গিত দি ক'লে — মাৰিদে চহীটো চাবে কোৰামতে।

বিৰলাই শীঘ্রে সমাধা কৰাৰ আশাত ক'লে — চিন্তা নকৰিবি তহঁতৰ মঙ্গলৰ বাবে ছাৰ, মই, সুবলা আছোহঁক।

কণুৱে বুকুত মৰ সাহস বান্ধি কপালত যি আছে তাকে হ'ব বুলি ভাবি ইংলিছতে নিজৰ নামটো কণু খনিকৰ বুলি লিখি দিলে কঁপা কঁপা হাতেৰে চহী কৰি। কপালত তেতিয়া তাইৰ পুনৰ বিন্দু বিন্দু ঘামবোৰ বিৰিঙি উঠিল।

মেজিষ্ট্ৰেটে সন্তোষেৰে জনালে হ'ব মাজনী।

ডেকাই আনন্দেৰে ক'লে— ধৰ্মেশ্বৰ তই আহ আৰু এই ডোখৰতে তোৰ চহী কৰি দে — ঠাইডোখৰ দেখুৱাই দিলে তাক।

ধৰ্মেশ্বৰ আচৰিত হৈ সুধিলে — মইতো আগেয়ে আপুনি দিয়া দলিলত দুবাৰকৈ চহী কৰিলো আকৌ এইবাৰ কিহৰ চহীনো লাগে ছাৰ?

ডেকাই মিঠা ধমকেৰে ক'লে "তোক আৰু মই বাৰে বাৰে উনুকিয়াই থাকিব লাগে নেকি অ' মই তোৰ জীৱন গঢ়ি দিবলৈহে ওলাইছো।"

আপুনি মাৰিলেও মাৰক ৰাখিলেও ৰাখক ভাল বেয়া সকলো আপোনাৰ ওপৰত। কিহৰ বাবে চহী কৰিবলৈ কৈছে আপুনিহে জানে, আপোনাৰ মঙ্গলৰ বাবে যদি মোৰ আপত্তি নাই— সি কলমটোলৈ ধৰ্মেশ্বৰ কলিতা বুলি দিলে অসমীয়াতে চহী কৰি।

মেজিষ্ট্ৰেতে থেঙ্কিউ বুলি কৈ দুয়োটা চহীৰ তলত চন, তাৰিখ ভৰাই দিলে।

তাৰ পাছত ডেকাই কাগজখন হাতত লৈ অভিভাৱকৰ ঠাইত দিলে চহী কৰি সন্তোষ মনেৰে আৰু কাগজখন সুবলালৈ আগবঢ়াই ক'লে — সুবলা তুমি মই কৰি দিয়া চহীটোৰ কাষতে মাক হিচাপে চহীটো কৰি দিয়া। বচ হৈ যাব।

কণুৱে মাকৰ মুখলৈ অবুজভাৱেৰে চাই ৰ'ল।

ধৰ্মেশ্বৰৰ অন্তৰত কিবা অজান আশঙ্কাৰ ভাব খেলি গ'ল।

সুবলাই এইবাৰ কঁপা কঁপা কণ্ঠেৰে জনালে — মইতো চহী কৰিব নাজানিম চাৰ।

এইবাৰ উকিলে ষ্টাম্প পেডটো আগবঢ়াই দিলে।

বিৰলা উঠি আহি সুবলাৰ বাওঁহাতৰ বুঢ়া আঙুলিটো ধৰি পেডত হেঁচা দিয়াই পুনৰ কাগজখনত ছাব বহুৱাই দিলে বচ হৈ গ'ল।

মেজিষ্ট্ৰেতে কাগজখন হাতত লৈ সুধিলে-নামতো আপোনাৰ জনাবনে বাৰু।

সুবলা ৰাজ খনিকৰ-ভক্তিভাৱে জনালে সুবলাই।

বচ হৈ যাব কালিলৈ কৰ্টত আঁৰি দিয়া হ'ব-কৈয়ে হিৰণ্যই সুবলাৰ নামটো টিপ চহীটোৰ তলতে লিখিলে বিৰলাক জনালে- আপুনিনো কিয় বাদ পৰি ৰয়, পূৰাই দিয়ক তিনি নম্বৰ চহীটো।

বিৰলাই সন্তোষৰ হাঁহি এটা মাৰি-ভাল বাৰু দিয়ক বুলি কাগজখনলৈ মাৰি দিলে বিৰলা ডেকা বুলি তাৰিখ সহ চহীটো।

উকিল আৰু বিৰলাই এইবাৰ-হাট চাপৰি দিলে বাহ্ বাহ্ হেপ্পী মেৰেইজ দে।

বিৰলাই কণুক হাতত ধৰি পিঠিত মৰমৰ হাত বুলাই দি কৃত্ৰিম হাঁহিৰে ক'লে "কণু তুমি আজিৰ পৰা ধৰ্মেশ্বৰৰ ধৰম পত্নী হ'লা"।

লগে লগে উকিলে উঠি ধৰ্মেশ্বৰৰ পিঠিত হাত বুলাই দি আগুৱাই আনি কণুৰ কাষত ঠিয় কৰাই দি ক'লে—"আজিৰ পৰা তই কণুৰ স্বামী হলি।"

মেজিষ্ট্ৰেতে মাজতে ভাগ ল'লে দুয়োৰে যুগ্ম জীৱন সুখী হওক।

সুবলাই দুখ আৰু আনন্দৰ মাজত প্ৰকাশ কৰিলে মঙ্গলময় হওক তহঁতহালৰ জীৱন।

বিস্ময়ভাৱে থৰহৈ বোৱা ধৰ্মেশ্বৰে হঠাৎ চিঞৰি উঠিল—"ছাৰ এই বিয়া হব'ই নোৱাৰে, কণু মোৰ ভনী তুল্য"। মোৰ কণুৰ লগত বিয়াৰ কথা আগতে নকলে কিয়?

অমঙ্গল নামাতিবি ধৰ্মেশ্বৰ, মোৰ প্ৰতি কথাতে তোৰ সমৰ্থন আছে বুলি তই নিজেই জনাইছিলি, মই তোক সিদিনা তোৰ বিয়াৰ বিষয়ে উল্লেখ কৰিছিলো আৰু আজি তোক গাড়ীদি কণুহঁতক আনিবলৈ পঠাইছিলো— জোৰ দি ক'লে ডেকাই।

বিৰলাই মিলাই ক'লে— চা ধৰ্মেশ্বৰ জন্ম, মৃত্যু, বিবাহ বিধিৰ লিখন। এইবোৰ

কোনেও খণ্ডাব নোৱাৰে। ৰুণুৰ নিচিনা এজনী বোৱাৰী পাই আমাৰ নিজৰে গৌৰৱ হৈছে।

এইবাৰ ধৰ্মেশ্বৰে সুবলাৰ ভৰি দুটা চুই ক'লে — মোক ক্ষমা কৰক মা, ৰুণুক বিয়া কৰোৱাৰ বিষয়ে ছাৰে মোক আগেয়ে একোকে নজনালে। নহ'লে এই বিয়া মই কেতিয়াও হ'বলৈ নিদিওঁ।

সুবলাই সেমেকা মাতেৰে ধৰ্মেশ্বৰ দুবাহুত ধৰি উঠাই দিলে — উঠা বাচা, মই ছাৰৰ কথা মতেই ৰুণুক তোমাৰ হাতত অৰ্পণ কৰিলো।

ৰুণুৱে যি ভাবিছিল সেইয়ে হ'ল— এই বিয়া তাৰ মানে ধৰ্মেশ্বৰৰ মতৰ বিৰুদ্ধে উকিল আৰু বিৰলাৰ সুখৰ খোলা। তাই আনৰ প্ৰতাড়নাৰ ভূ-নোপোৱা নিৰক্ষৰ অভিভাৱক আৰু দুখীয়াৰ দুৰ্ভগীয়া সংসাৰখনৰ বিষয়ে উপলব্ধি কৰি মৌন হৈ ৰ'ল।

এইবাৰ মেজিষ্ট্ৰেতে মৌনতা ভঙ্গ কৰি জনালে— মিষ্টাৰ ডেকা মোক বিদায় দিলে বেয়া নহ'ব নেকি?

ডেকাই চশমাযোৰ নমাই সুধিলে— মই ধৰ্মেশ্বৰৰ যিজতো তাৰ দৰমহাৰ পৰাই কাটি দিম বাৰু বাকী সুবলা     চাৰৰ মানে চাৰৰ ফিজটো আনিছিলা নেকি বাৰু?

সুবলাই লাজত মৰো যেন হৈ তলমূৰকৈ জনালে— ক্ষমা কৰিব ছাৰ ধৰ্মেশ্বৰে আপুনি আমাক লৰা-লৰিকৈ মাতিছে বুলিহে জনালে। বিয়াৰ কথা নজনালে নহয়।

ধৰ্মেশ্বৰে ক'লে — মই এই বিয়াৰ বিষয়ে জানিলেহে জনাম।

সুবলাই মূৰ তুলি ক'লে— হ'ব চাৰ মই অলপ পাছতে নিজেই দি যামহি ফিজটো আপোনাৰ হাতত। এতিয়া মই অলপ চাহ মিঠাই যোগাৰ কৰি আনোগৈ।

তেওঁ জীয়েকক ক'লে — ব'ল ৰুণু-সুবলাই ৰুণুক লগত লৈ যাবলৈ ওলাল।

বিৰলাই বাধা দিলে— এতিয়া আৰু ৰুণু তোমাৰ নহয় আইনমতে ধৰ্মেশ্বৰৰ হ'ল গতিকে . ।

হ'ব তাহাঁতৰ শান্তিয়ে মোৰ শান্তি— মই আহোঁ তেন্তে কাৰোপৰা শলাগ অথবা বিদায় সম্ভাষণ নোপোৱাকৈ বিৰাট এটা শূন্য ভাব বুকুত বান্ধি লৈ সুবলা ওলাই আহিল।

মা— বুলি ৰুণুৱে হুক-হুকাই কান্দি উঠিল।

তাইৰ আৰু বুজিবলৈ বাকী নাথাকিল এইয়া ধনবানৰ প্ৰতাড়ণা মাথোন পুতৌৰ চলেৰে।

মাক সুবলাৰ শুদাহাতে ঘূৰি যোৱা দৃশ্য অনুধাৱন কৰি ধৰ্মেশ্বৰৰ অন্তৰে কান্দি উঠিল। সি থোকাথুকি মাতেৰে ক'লে — মা ৰ'ব মই আপোনাক ঘৰত থৈ আহিমগৈ।

উকিলে বাধা দি ক'লে— ধৰ্মেশ্বৰ তই এতিয়া আকৌ কেনেকৈ যাবি, মেজিষ্ট্ৰেত ছাৰক ঘৰত থৈ আহিব লাগিব নহয়।

ধৰ্মেশ্বৰে হতবাক হৈ থতমত খাই ৰৈ গ'ল।

সুবলাই অবুজ বেদনাৰে লাহে ধীৰে চন্দ্ৰ চৰণ ডেকাৰ ঘৰৰ পৰা ওলাই আহিল।

ৰুণু আৰু ধৰ্মেশ্বৰ ওলায় আহি বাৰান্দাত থিয়হৈ মাক সুবলাই বিশেষ বস্তু চিৰদিনৰ বাবে হেৰোৱাই যোৱাৰ ফাললৈ গভীৰ বেদনাৰে চাই ৰ'ল তেতিয়া।

প্ৰথম পৰিবেশত শান্তি আনন্দৰ ভাব বাহুল নথকাত কোনো এটাৰ দেহ মনত যৌৱনৰ উন্মাদ শিহৰণ ঔৎসুক্য অথবা প্ৰাকৃতিক স্বৰ্গীয় পৰম আনন্দ জাগি নুঠিল। দূৰত্ব অনুভৱ হোৱা অপাৰ্থিব মিলন জাগি উঠিল দুয়োৰে অন্তৰত বিশেষকৈ দুৰ্ভগীয়া মাকজনীক প্ৰথম পদক্ষেপতে সন্তোষ দিব নোৱাৰি বেদনাময়, দুৰ্ব্বলময় হৈ উঠিল সিহঁতৰ অন্তৰ। এইয়া কিন্তু শুভ লক্ষণ নহয়।

এয়াৰ পৰ্টৰ সন্মুখত ঠিয়া ঠিয়িকৈ অপেক্ষাৰত ধৰ্মেশ্বৰে পলাশক দেখা পাই লৰা-লৰিকৈ আহি পলাশৰ হাতৰ পৰা চুটকেচ, ভি. আই. পি বেগ লৈ আনি সন্মুখত ৰখাই থোৱা গাড়ীখনত সুমুৱাই দিলেহি আৰু গাড়ীৰ ছাবিটো মৰমৰ পলাশৰ হাতত দিলে- পলাশ তুমিয়ে চলোৱাঁ।

পলাশে হাঁহি বিৰিঙাই ধৰ্মেশ্বৰলৈ চাই ড্ৰাইভিঙ চিটত বহিল । ধৰ্মেশ্বৰো উঠি কাষৰ চিটতে বহিল আনন্দমনেৰে।

পলাশে গভীৰ উলাহেৰে গাড়ী চলাই দিলে ঘৰ অভিমুখে।

কণুৱে নিজৰ সংসাৰখনৰ কথা চিন্তা কৰি আপোন মনেৰে প্লাষ্টিকৰ সৰু চৰিয়া এটাত পানীলৈ সোপাকানিটোৰে ঘৰ মোচাত ব্যস্ত তেতিয়া।

এগ্ৰিকালচাৰ কলেজৰ ফাইনেল পৰীক্ষা দি একেবাৰে হোষ্টেল এৰি মনৰ উলাহেৰে অহা পলাশে হঠাৎ আঁঠুৰ ওপৰলৈকে কাপোৰ কোঁচাই লৈ একান্ত মনে ঘৰ মুচি থকা কণুৰ প্ৰায় কৰঙণৰ আগছোৱালৈকে দেখা পায় মনতো ৰোমাঞ্চিতভাৱে সচকিত হৈ উঠিল তাৰ।

এইসময়ত ঘৰলৈ কোনোবা আহি ওলাবহি বুলি ভাবিবই নোৱাৰা অন্যমনস্কা কণুৱে হঠাৎ ওপৰৰ চিড়িত কাৰোবাৰ ভৰিৰ জোতাৰ শব্দ শুনি অকস্মাৎ সুন্দৰ সুঠাম যুৱকজন দেখি নিজৰ আঁঠুৰ ওপৰলৈকে কাপোৰ কোঁচোৱা ব্ৰেচিয়াৰ নিপিন্ধা বুকুৰ কাপোৰখন কঁকালত বান্ধি লোৱা, দকৈ ডিঙি কটা ব্লাউজ পিন্ধা নিজৰ অৰ্দ্ধনগ্ন যেন অৱস্থাটোলৈ নিৰীক্ষণ কৰি স্বভাৱ সুলভ লজ্জাৰে য'ৰ বস্তু ততে এৰি মাৰিলে লৰ ভিতৰলৈ।

পলাশে মনতে ভাবিলে— এই ধুনীয়া মোহনীয়া ছোৱালীজনী কোন হ'ব পাৰে বাৰু ইপিনে যে ঘৰ মুচি আছিল? সিপিনে আকৌ মাৰিলে লৰ ভিতৰলৈ। সি ভাবি অহা কথাবোৰতকৈ যৌৱনৰ মাদককতাত উথলি উঠিল তাৰ মন। সি বাৰান্দাৰ পৰাই মাত লগালে মা — মই আহিলো চোৱাঁ।

পাচফালৰ পৰা চুটকেছ, ভি আই পি বেগ কান্ধত লৈ উঠি অহা ধৰ্মেশ্বৰে জনালে — পলাশ মই তোমাক ক'বলৈকে পাহৰিলো বাইদেউ ঘৰত নাই মহিলা সমিতিৰ কিবা মিটিঙ আছে বোলে।

কণুৱে গাৰ কাপোৰখন ঠিক কৰি ঠিক ঢাকি ল'বলৈ ধৰোঁতেই দুৱাৰৰ পৰ্দাখন কোঁচাই পলাশ সোমায় আহিল। চকুৱে চকুৱে পৰিল দুয়ো দুয়োৰে।

কণুৱে লাজত তল মূৰ কৰিলে।

পলাশে ধৰ্মেশ্বৰলৈ প্ৰশ্নবোধক চাৱনিৰে ঘূৰি চালে।

ধৰ্মেশ্বৰে চুটকেছ, বেগ পকাত থৈ ক'লে— অ পলাশ তোমাক চিনাকী কৰি দিয়াই নাই নহয়। এওঁ হ'ল আমাৰ কণু দেই।

আমাৰ কণু মানে! তাৰ মানে তুমি বিয়া কৰালা অথচ মোক নজনালা।

ধৰ্মেশ্বৰে মিচিকিয়াই হাঁহিলে।

কণুৱে দুই হাত যুৰিলে সলজ্জভাৱে নমস্কাৰ।

নমস্কাৰ বুলি এটা ৰোমাণ্টিক ধাৰাৰে প্ৰতি সম্ভাষণ জনাই ভাল লাগি গ'ল পলাশৰ মনটো।

কণু এইয়া আমাৰ মালিকৰ ল'ৰা পলাশ দেই। বৰ ভাল ল'ৰা। বাহিৰত এগ্ৰিকালচাৰ কলেজত পঢ়ি আছিল — ধৰ্মেশ্বৰে চিনাকী কৰি দিলে।

অ' সিদিনা বাইদেউৱে ছাৰক কোৱা শুনিছিলো আমাৰ পলাশ আহিব চাকৰি এটা যোগাৰ কৰিব লাগে বুলি। আৰু তলা মাৰি থোৱা ৰুমটো কালি মোক চাফা কৰি ৰাখিবলৈও কৈছিল — আৱেগ ভৰা কণ্ঠেৰে জনালে কণুৱে।

কণুৰ কোমল মাত কেইটা শুনি তাইৰ চেহেৰাটো আৰু ভাল লাগি গ'ল। পলাশৰ অন্ততঃ ঘৰত থকা আহৰি সময়খিনি ভালকৈ কাটি যাব বুলি।

পলাশ আৰু কণুৰ আৱেগ ভৰা কণ্ঠৰ মাত শুনি সিহঁতৰ হৃদয় পৰশা যৌৱনৰ স্বাভাৱিক চাৱনি দেখি সিহঁতে জোৰ কৰি দমাব খোজা অনুভূতিবোৰ দেখি ধৰ্মেশ্বৰৰ অনুভৱ হ'ল প্ৰকৃতিৰ নীতি অনুযায়ী ইহঁত হালৰহে পাভজোৰা হ'লহেঁতেন। কিন্তু বেয়া কথা মনলৈ আনিব নাপায় বুলি ভাবি আৰু নিজৰ কমনীয়া ঘৈণীয়েকজনীৰ কথা ভাবি গৌৰৱ অনুভৱ কৰি ধৰ্মেশ্বৰে মৰম লগাকৈয়ে ক'লে — কণু যোৱাঁ পলাশৰ বাবে হাত মুখ ধোৱাৰ ব্যৱস্থা কৰি চাহ জলপান দিয়াগৈ।

পলাশে হ'ব বাৰু কৈ আহি নিজৰ কোঠাত সোমালহি।

কণুৱে পলাশৰ বাবে প্ৰথমে কি কৰিব কি নকৰিব ভাবি ক্ষন্তেক ৰ'ল।

ধৰ্মেশ্বৰে বাকী বস্তুখিনি গাড়ীৰ পৰা নমাই আনিবলৈ বুলি তললৈ নামি আহোঁতে ভাবিলে এই সম্মোহিত ক্ষণটো পলাশৰ জীৱনত ৰোমাঞ্চিত হ'ব যেন অনুভৱ হ'ল তাৰ। মাদকতা ভৰা সিহঁতৰ যৌৱনৰ স্বচ্ছল অৱস্থা আৰু নিজৰ অকাল বৃদ্ধ প্ৰায় অৱস্থাটোৰ মাজত অনেক পাৰ্থক্য তাৰ মনত খেলাই গ'ল অজানিতে।

আকাশ মেঘাচ্ছন্ন কৰি আহিল চমক চমক বিজুলীয়ে আকাশ চেলেকিলে। জীৱ জন্তুবোৰ ভয়ত পেপুৱা লাগিল। মেঘৰ প্ৰবল গৰ্জনে চৌদিশ গম গমাই উঠিল যেন কিবা মহাবিপদ, অমঙ্গলৰ আগজাননী এইয়া।

হঠাৎ বহিঃজগতৰ সংগ্ৰাম দেখি পলাশৰ কামুক মনটো উৎফুল্লিত হৈ উঠিল। যিমানে পৰিবেশটো ঠেক হৈ আহিছে সিমানে তাৰ মনটোত জাগি উঠিছে পশু প্ৰবৃত্তিবোৰ। আহিল মুহূৰ্ততে ধুমুহা বতাহ।

ৰুণুৱে ভাত বন্ধাৰ পৰা দৌৰি ওলাই আহি কোঠাবোৰৰ দুৱাৰ-খিড়ীকিবোৰ বন্ধ কৰাত লাগিল। এইবাৰ তাই নিচিন্তে পলাশৰ কোঠালিলৈ সোমায় আহি খিড়ীকি বন্ধ কৰিলেহি।

পলাশে তেতিয়া চুৰ কৰি কুমনৰ আবেগেৰে ৰুণুৰ ৰূপ পান কৰাত নিমগ্ন। বাহিৰৰ কোলাহলে তাৰ মনত কোনো চাপ পেলাব পৰা নাই বৰঞ্চ মনটো নিচ প্ৰবৃত্তিৰে ভৰাইহে পেলাইছে। — ৰুণু মাত দিলে চেপা কণ্ঠেৰে পলাশে।

ৰুণুৱে সাধাৰণ ভাৱেই ক'লে — কওক পলাশ দা,

ৰুণু, তুমি মোক আপুনি বুলি ক'লে বেয়া পাম কিন্তু — মনৰ কাষলৈ চপাব খুজিলে পলাশে।

ঠিক আছে হ'ব তুমি বুলিয়ে ক'ম বাৰু — ৰুণুৱে ভাতৃ-ভগ্নী সুলভ ভাবেই জনালে।

পলাশে ৰুণুৰ নিচেই কাষ চাপি দুষ্ট চাৱনিৰে চাই সুধিলে, ৰুণু ভয় লাগিছে নেকি তোমাৰ ?

উৱা, ইয়াতকৈ বেছি ধুমুহা বতাহে আমাৰ ঘৰৰ চাল উকৱায় নিলেও আমি ভয় নকৰো — ৰুণুৱে সাধাৰণ ভাৱেই জনালে।

ভালেই হ'ল আজি মা-পাপা সোনকালে ক্লাবৰ পৰা ঘূৰি আহিব নোৱাৰিব। পলাশে বৰ উলাহেৰে জনালে।

আগতেও কেইবাদিনো এনেকুৱা অৱস্থা হৈছে। মই ভগৱানক খাটিছো ছাৰ বাইদেউহঁত ঠিকেই আহি গৈছে — ভক্তিৰে জনালে ৰুণুৱে।

পলাশে এইবুলি ৰুণুৰ আৰু কাষ চাপি নিজৰ হাতেৰে ৰুণুৰ ঠুঁটৰিটোত ধৰি মুখখন সামান্য ডাঙি ধৰি সুধিলে— তুমি ভগৱানক খুউব বিশ্বাস কৰা ন ৰুণু।

হয় কৰোঁ।

মোক বিশ্বাস কৰানে ৰুণু ?

অ, কিয় নকৰিম কৰো ?

মোক ভাল পোৱানে ৰুণু ?

মালিকৰ ল'ৰা বেয়া পোৱাৰ কি কাৰণ থাকিব পাৰে— ৰুণুৱে সাধাৰণভাৱে নিৰ্ভয়ে জনালে।

বাৰু ৰুণু, তুমি ধৰ্মেশ্বৰক ভাল পোৱা জানো— পলাশে নিজক ঘড়াবলৈ চেষ্টা কৰিলে এইবাৰ।

ৰুণুৱে আমনি পায় পলাশৰ হাতখন লাহেকৈ একৰাই দি ক'লে— কিয় নাপাম তেখেত মোৰ স্বামী হয়।

নহয় মানে তেওঁ আগতে বৰ ভাল মানুহ নাছিল। ৰাতি হ'লে য'ত ত'ত বায়।

ৰুণুৱে স্বামীৰ বেয়া কথা শুনাত অকণো ৰাজী নহয় সেইয়ে মনত আঘাত লাগি গহীনভাৱে বাধা দিলে— বচ হ'ব পলাশদা মই বিয়াৰ আগৰ কথা জানি জীৱনলৈ অশান্তি চপাই লোৱাৰ পক্ষপাতী কেতিয়াও নহওঁ। সেয়ে কোনো কথা শুনাৰ প্ৰয়োজন নাই। কিন্তু বিয়াৰ পাছৰ পৰা মানুহজনক মইতো ঠিকেই পাইছো।

এইবাৰ পলাশে পোনকৈ হানিলে— মিছা কথা ৰুণু তুমি বৃদ্ধস্য তৰুণী ভাৰ্য্যা গতিকে যৌৱনৰ মাদকতা

ৰুণুৱে তৎক্ষণাৎ বাধা দিলে— চোৱাঁ পলাশদা মই ভাৰতীয় নাৰী ত্যাগ, সংযম, পৱিত্ৰতা মোৰ আছে। পলাশে পুনৰ অবিবেচকৰ দৰে যুক্তি ডাঙি ধৰিবলৈ প্ৰয়াস কৰিলে — বাৰু, ৰুণু তুমি অগ্নিস্নান চিনেমাখন চাইছিলানে?

অঁ, চাইছিলো— সৰুকৈয়ে ক'লে ৰুণুৱে।

কেনেকুৱা লাগিছিল বাৰু তোমাৰ ?

ভাৰতীয় নাৰীৰ পৰম্পৰাৰ বিৰুদ্ধে সংযম, ত্যাগক নেওচি উশৃঙ্খল সমাজ এখন

গঢ়াৰ প্ৰচেষ্টা যেনহে লাগিল, সেই কাৰণে বেয়া লাগিল।

ওঁহো নহয়। চোৱাঁ ৰুণু তুমি একেবাৰে পুৰণি সমাজৰ হৈ আছা। সেই চিনেমাত নায়িকাৰ ভূমিকাৰ বাবেই চিনেমাখনে ৰাষ্ট্ৰীয় পুৰস্কাৰ পাই স্বীকৃতি লাভ কৰিছে কিয় তেন্তে ?

ৰুণুৱে পলাশৰ দ্বিদ্ধাহীন ইঙ্গিতৰ মৰ্ম বুজি আৰু কামাতুৰ কু-চাৱনিৰ ভাষা জানি, নিজৰ সুৰক্ষাৰ পথ বাহিৰে ভিতৰে আৱদ্ধ দেখি উপায়ন্তৰ হৈ মনোবল অটুট ৰাখি দৃঢ়ভাৱে ক'লে — মই কিন্তু আদিম যুগক আদৰি লোৱাৰ পক্ষপাতী নহয় আৰু পশ্চিমীয়া যৌন নিতীকো মই ঘৃণা কৰোঁ। সংস্কাৰপূৰ্ণ ভাৰতীয় নাৰী হিচাপে মই কিন্তু সতীত্ব চৰিত্ৰৰ মহত্ব হেৰুৱায় ধ্বংস বেয়া পাওঁ।

তেনেহ'লে সৃষ্টি ভাল পোৱাতো— পলাশে কামনা চৰিতাৰ্থ কৰাৰ সুযোগ বিচাৰিলে।

ৰুণুৱে সুন্দৰৰ সাধনাৰে ক'লে— হয় পাওঁ।

পলাশে কিন্তু ৰুণুৰ কথাৰ অৰ্থই সলাই দিলে— তেনেহ'লে তোমাৰ মোৰ মাজত নতুন প্ৰেমৰ সৃষ্টি হওক কৈয়ে পলাশে লাইটৰ চুইচটো অফ কৰি দুৱাৰখনৰ হুকটো ভিতৰফালৰ পৰা টানকৈ মাৰি ল'লে। বাকী ভিতৰত সেই সময়ত কি জঘন্য কাণ্ড হৈছে বাহিৰৰ পৰা কোনেও গমকে নাপালে। বাহিৰৰ বৰষুণজাক এনে লাগিল যেন প্ৰকৃতিয়ে ভাৰাক্ৰান্ত বেদনাৰে অবিৰাম চকুলো টুকিলে সেইয়া কিজানি অসৎ পুৰুষে প্ৰকৃতিৰ (নাৰীৰ) ওপৰত কৰি অহা নিলৰ্জ অমানুষিক অসৎ অশালীন ব্যৱহাৰৰ বাবেই।

ক্ৰীং ক্ৰীং কৈ ফ'নটো বাজি উঠিল। ওকালতিৰ কিতাপ এখন পঢ়ি থকা ডেকাই কিতাপখন লাহেকৈ টেবুলৰ ওপৰত থৈ ৰিচিভাৰটো ডাঙি ল'লে হেলো— এক্সিডেণ্ট কাৰ ! অ - কি নাম ক'লে সুবলা। না না ৰঙ নাম্বাৰ, আচ্ছা আচ্ছা মই সুবলা তুবলা চিনি নাপাওঁ। হয়— কিন্তু চেঞ্চলেচ প্ৰায় অৱস্থাত মানুহগৰাকীয়ে ঠিকনা দিওঁতে নিশ্চয় ভুল কৰিছে, হয়— বেয়া নাপাওঁ থেঙ্কিউ ৰাখিছো। ৰিচিভাৰটো থৈ মাত দিলে— পলাশ।

কাষৰ কোঠাটোৰ পৰা পুতেক ওলাই আহিল— কি পাপা।

ডেকাই ক'লে—"ধৰ্মেশ্বৰক মই মাতিছো বুলি কোৱাঁচোন।"

পলাশে একো নামাতি লাহেকৈ নামি আহিল।

ৰুণু

ধৰ্মেশ্বৰৰ নিৰস মাতটোত ৰুণু কাষ চাপি আহিল— কওকচোন

ৰুণু তুমি ছাৰৰ তালৈ যাবলৈ ওলালা নেকি ?

অঁ— সৰুকৈ ক'লে ৰুণুৱে।

আজি মই কামলৈ যাব নোৱাৰিম বুলি ছাৰক কৈ দিবা।

কেলেই ?

এনেয়ে কিবা গা-মন ভাল লগা নাইচোন।

ৰুণুৱে দুঃখিত হৈ প্ৰশ্ন কৰিলে— আজিকালি আপুনি আগৰ নিচিনাকৈ স্ফূৰ্ত্তি কৰি নথকা হ'ল যে ?

ধৰ্মেশ্বৰে সমবেদনাৰে সুধিলে— তুমিওটো আজিকালি মন মাৰি থাকা। মোৰ পৰা যেন আঁতৰি বেলেগ হৈ থাকিবলৈ বিচাৰা তুমি — হুমুনিয়াহ এটা কাঢ়ি তলমূৰকৈ মৌন হৈ ৰোৱা ৰুণুজনীলৈ চাই আত্মগ্লানি যেন জাগি উঠিল ধৰ্মেশ্বৰৰ মনত। সি বেদনা সিক্ত কণ্ঠে ক'লে— "মোক ক্ষমা কৰিবা ৰুণু, তোমাক মই কোনো ফালৰ পৰা সুখ দিব পৰা নাই। বিয়া কৰোৱা দিন ধৰি নিজৰ সামৰ্থৰে নচলাই লোকৰ ঘৰত গেবাৰী খাটিবলৈ এৰি দিলো। পুৱাৰ পৰা নিশা এঘাৰটা বজালৈকে মালিক-মালিকনী ক্লাবৰ পৰা নহা পৰ্য্যন্ত বাট চাই তুমি আৰু কিমান খাটিবা, মানুহৰ দেহাহে, মই মহাপাপী ৰুণু।"

ৰুণুৱে ধৰ্মেশ্বৰৰ কাষতে বিছনাত বহি তাইৰ লাহী হাতৰ আঙুলি কেইটা ধৰ্মেশ্বৰৰ মূৰৰ চুলিৰ মাজত বুলাই দি ভগা অন্তৰৰ অনুশোচনাৰে ব্যক্ত কৰিলে "লোকে বিয়া

কৰোৱাৰ পাছত লখিমী তিৰোতাৰ প্ৰভাৱত দোপত দোপে উন্নতি হয় আৰু মই আপোনালৈ বিয়া হোৱাৰ পাছত দিনক দিনে অধোন্নতিৰ পথলৈহে নমাই নিছো, আনকি আপোনাৰ স্বাস্থ্য প্যাতিৰ প্ৰতিও অকণো যত্ন ল'ব জনা নাই। কেৱল মালিকৰ ঘৰৰ গৰাহত পৰি নিজৰ মধুময় জীৱনৰ অস্তিত্ব পৰ্য্যন্ত বিধস্ত কৰি দিছো। মোৰ নিজৰ জীৱনৰ প্ৰতি ঘৃণা আহিছে স্বামী"। ৰুণুৱে ধৰ্মেশ্বৰৰ বুকুত মূৰটো গুজি দি গভীৰ বেদনাত হুক হুকাই কান্দি উঠিল।

ধৰ্মেশ্বৰে আত্মগ্লানিৰে ৰুণুক শান্ত্বনা দিবলৈ নিজক উদঙাই দিয়াৰ প্ৰয়াস কৰিলে- এই সকলোবোৰ মোৰ নিজা কৰ্মফল। সৰুতে নপটি-নুশুনি মনক নাবান্ধি, সংযম ত্যাগ কৰি যুৱকালত বেয়াৰ সঙ্গত পৰি অগম্যা গমন কৰি আজি যেন জীৱন-যৌৱন সুখ-শান্তি সকলো হেৰুৱাই পেলাইছো, মোক ক্ষমা নকৰিবানে ৰুণু।

ৰুণুৱে ধৰ্মেশ্বৰৰ বাক্যত উচপ খাই উঠিল দুয়ো দুয়োলৈকে অপলক নয়নে চাই ৰ'ল।

-ভৱিষ্যৎ অন্ধকাৰময় শংকাৰে ৰুণুৰ মন মেঘাচ্ছন্ন হৈ পৰিল। তাই ধৰ্মেশ্বৰৰ মুখত দুহাতেৰে সোপামাৰি ধৰিলে আৰু যেন ভযাৱহতাৰ অৱতাৰণা নহয়। ধৰ্মেশ্বৰে নিজে আৰ্জি ল'লে জীৱনৰ কলঙ্ক আৰু তাইৰ জীৱনত আনে জাপি দিলে চিৰকলঙ্ক, দুয়োটাই কলঙ্কিত জীৱন পাৰ্থক্য মাথো আত্মহননৰ।

অনুশোচনাত ডুব যাওঁতেই দুৱাৰত টোকৰ পৰিল। ৰুণু উঠি আহি জপাই থোৱা দুৱাৰখন খুলি দি সন্মুখত পলাশক দেখি আচৰিত হৈ ক্ষোভেৰে প্ৰশ্ন কৰিলে— তোমাক ইয়াত কি লাগে পলাশদা ?

ৰুণুৰ চকুত চকুলো দেখি নিজৰ কিবা বদনাম ধৰ্মেশ্বৰক লগোৱা যেন অনুভৱ কৰি নিজকে দোষী যেন ভাবি পলাশে তলমূৰকৈ ক'লে — ধৰ্মেশ্বৰ কাই আছে নেকি ?

পলাশৰ মাত শুনি ধৰ্মেশ্বৰে বিছনাৰ পৰা নামি আহি সুধিলে — কোৱাঁচোন পলাশ কিয় মাতি পঠিয়ালে ছাৰে।

পাপায় তোমাক মাতিছে সোনকালে— কৈয়ে তলমূৰকৈ পলাশ উভতিল।

একান্ত বাধ্য ধৰ্মেশ্বৰে নিজৰ গাৰ বিষৰ কথা পাহৰি তৎক্ষণাত ভিতৰলৈ আহি গাত চোলাটো সুমুৱাই বুটাম কেইটা মাৰি মাৰি লৰালৰিকৈ আহি মালিকৰ কাষ পালেহি— ছাৰ কিয মাতিছিল মোক।

ডেকাই সাৱধানে জনালে— শুন ৰুণুক ক'ব নালাগে তাইৰ মাকৰ এক্সিডেণ্ট হ'ল। এইমাত্ৰ মোলৈ ফ'ন আহিছিল থানাৰ পৰা সুবলা মেডিকেলৰ কেজুৱেলিটিত আছে।

ঘটনা শুনি ধৰ্মেশ্বৰ স্বৰ ঘমাদি ঘামি উঠিল।

পাছত বৈ শহাকণিয়াভাৱে শুনি থকা ৰুণুৱে কথা শুনি একেজাপে আহিল-কি হ'ল ! মাৰ এক্সিডেণ্ট' কেনেকৈ হ'ল ছাৰ। -- বুকু কঁপি উঠিল, চকুপানী বৈ আহিল ৰুণুৰ।

ৰ'বি তই নাকান্দিবিচোন। উকিলে ৰুণুক বাধা দিয়াৰ চেষ্টা কৰিলে।

আমি যাওঁচোন বাৰু-ধৰ্মেশ্বৰ যাবলৈ ওলাল।

মইও যাওঁ ছাৰ-- ৰুণুও ওলাল।

উকিলে মূৰটো মোহাৰি বুদ্ধিটো সাজিলে-- ৰুণু তই এতিয়া যাব নালাগে। ধৰ্মেশ্বৰে আহি খবৰটো দিয়কহিচোন বাৰু।

মালিকৰ কথাত ৰুণু থতমত খাই বৈ গ'ল।

ধৰ্মেশ্বৰে ব্যগ্ৰভাৱে সুধিলে-- ছাৰ মই গাড়ীখন লৈ যাওঁ।

তোৰ দেৰি হ'লে মই খোড়া হ'ব লাগিব, ধৰ্মেশ্বৰ তাতকৈ তই ৰিক্সা নতুবা চিটি বাছতে গুচি যাগৈ।

সঙ্কোচিত হৈ আহিল ধৰ্মেশ্বৰৰ মন, সি জেপত হাত দি চালে ওঁহো নাই এক পইচাও নাই। ছাৰ কেইটামান টকা দিব নেকি ছাৰ।

ডেকাই অমানৱীয়তাৰে স্পষ্টভাৱে জনালে "চা ধৰ্মেশ্বৰ তোক মই আগতেই এদিন কৈছিলো নহয় মোৰ বহনি নোহোৱাকৈ পুৱাই পইচা নুখুজিবি বুলি। তাতে আজি বৃহস্পতিবাৰ গতিকে দিনটোলৈও পইচ' নাপাব বুজিছ।

কোনো দিন অৱমাননা নকৰা ধৰ্মেশ্বৰৰ আজি উকিলৰ ওপৰত অমানৱীয়তাৰ বাবে ঘৃণা উপজিল। বিতৃষ্ণাত সি ক্ষন্তেকো নৰৈ লৰালৰিকৈ নামি আহিল তললৈ।

যাত্ৰাত পাছফালৰ পৰা মাত দিব নাপায় বুলি জানিও ৰুণুৱে বাধ্যত পৰি মাত দিলে -- ৰ'বচোন একেবাৰে শুদা হাতে নাযাব। দৰৱ পাতি কিনিবলৈ মোৰ হাতৰ এই ৰূপৰ খাৰুযোৰকে লৈ যাওঁকচোন।

নিজৰ ওপৰত ধিক্কাৰ উপজা ধৰ্মেশ্বৰে আৰু কাৰো কথালৈ কৰ্ণপাত নকৰি কোবা-কোবিকৈ আগবাঢ়িলে শাহুৱেকক বচাবৰ বাবে মেডিকেল অভিমুখে।

পলাশে বাৰান্দালৈ ওলায় ৰুণুহঁতৰ দুৰ্দ্দশা দেখিও নেদেখাৰ ভাও জুৰি ৰুণুৱে ঘূৰি ক'ৰবাত দেখা পায় বুলি লৰালৰিকৈ ভিতৰলৈ সোমায় গ'ল মুহূৰ্ততে।

অজ্ঞান অৱস্থাত লেতেৰা পেতেৰা বিছনাখনত ওপৰমূৰকৈ পৰি আছে মেডিকেলৰ কেজুৱেলিটিত সুবলা।

শাহুৱেকৰ তেনে অৱস্থা দেখা পায় মূৰ আচন্দ্ৰাই কৰি আনিলে ধৰ্ম্মেশ্বৰৰ।

সুবলাৰ মূৰৰ, হাতৰ, আঘাতৰ পৰা কেঁচা তেজ তেতিয়াও নিগৰি আছে।

ডাক্তৰে নাৰ্চক সুধিলে — সুবলাৰ ঘৰৰ মানুহ কোনোবা আছে নেকি ?

নাৰ্চে জনালে-নাই ছাৰ। এতিয়ালৈকে কোনো আহি পোৱাহি নাই ছাৰ।

ধৰ্মেশ্বৰে কোনোমতে হাতযোৰকৈ জনালে-- নমস্কাৰ ছাৰ, মোৰ শাহু হয়, এইয়া ছাৰ।

এখেতে জীয়েকক চাবলৈ আহোঁতে কোনোবা গাড়ীয়ে পিছফালৰ পৰা খুন্দ মাৰি পলায় গ'ল বুলি লগতে জীয়েকৰ ঠিকনাটো কোনোমতে জনায়। বহুত তেজ যোৱাৰ বাবে এইমাত্ৰ চেঞ্চলেচ হৈ গৈছে। গতিকে ব্লাডৰ যোগাৰ কৰি দিয়ক সোনকালে নহ'লে দিগদাৰ আছে।

ডাক্তৰৰ কথাত ধৰ্মেশ্বৰৰ গা-মনলৈ যেন যুৱ শক্তি ঘূৰি আহিল— মই তেজ দিম ছাৰ মাক।

দিম বুলিলেই ব্লাড দিব পৰা নহয়। আপুনি প্ৰথমে ব্লাড বেঙ্কলৈ যাওঁক তাতে ব্লাড টেষ্ট কৰাই গ্ৰুপ থিৰ কৰি যদি মিলে দিব আৰু নিমিলিলে আপোনাৰ ব্লাড জমা দি বাকী প্ৰয়োজনীয় গ্ৰুপৰ জমা ব্লাড, ব্লাড বেঙ্কৰ পৰা যোগান দিব।

ডাক্তৰৰ কথাত ধৰ্মেশ্বৰে আগ্ৰহেৰে জনালে— ছাৰ তেনেহ'লে আপুনি এখন লিখি দিয়কচোন।

ডাক্তৰে ধৰ্মেশ্বৰৰ চেহেৰাটোলৈ চাই সন্দেহেৰে প্ৰশ্ন কৰিলে — কিন্তু আপোনাৰ শৰীৰৰ অৱস্থা আৰু বয়সলৈ চাই

আনৰ পৰা ব্লাড কিনিবলৈ ধন নথকা ধৰ্মেশ্বৰে ক'ৰবাত অথন্তৰ ঘটিব বুলি বাধা দি ক'লে— হ'ব ছাৰ, আপুনি মুঠতে নিশ্চিন্তে থাওক মই মাজে-সময়ে ৰক্তদান দিয়া অভ্যাস আছে ছাৰ।

বাট চাৰঁলে বিশেষ সময় নথকাত ডাক্তৰে লিখি দিলে ব্লাড বেঙ্কলৈ হেৰেচাৰ ভাইলেঞ্চ পদ্ধতিৰে ব্লাড টেষ্ট কৰি ল'বলৈ— লওক এইয়া মই লিখি দিছো — পলম নকৰিব পেচেন্ট চিৰিয়াচ। সুবলাৰ ব্লাড ইমাৰজেঞ্চি টেষ্ট কৰা হৈ গৈছে ব্লাড ৰিপৰ্ট ইয়াতে লিখি দিছো লৈ যাওঁক সোনকালে।

ধৰ্মেশ্বৰে মুহূৰ্তও পলম নকৰি কোবাকোবিকৈ আগবাঢ়িল ব্লাড বেঙ্ক অভিমুখে। যাওঁতে সি ডাক্তৰে লিখি দিয়া কাগজখন সযত্নে ভৰাই ল'লে চোলাৰ ওপৰ জেপত। ধৰ্মেশ্বৰৰ বিবৰ্ণ মুখখনলৈ বাকীবোৰ মানুহে ঘূৰি চালে।

বন্ধৰ দিন গতিকে ডেকা আৰু বিৰলাই ৰুণুৱে বাঢ়ি দিয়া ভাত খাই বিছনাত উঠি জিৰাইছে তেতিয়া। পলাশ আহি ঘৰ সোমোৱাহিয়ে নাই তেতিয়াও। ৰুণৱে খালি পেটে ধৰ্মেশ্বৰে মাকৰ বাৰ্ত্তা অনালৈ অধিৰভাৱে অপেক্ষা কৰি দুগাল তিয়াই বেৰখনকে ভৰষা কৰি আউজনী লৈ বৈ আছে সেই সময়ত।

দুইহাতে পেটত হেঁচা মাৰি ধৰি ধৰ্মেশ্বৰ প্ৰাণ-প্ৰণে দৌৰি আহি খোলা গেটখনেদি সোমায় কোনোমতে চুচৰি বাগৰি গাৰ সমস্ত বলেৰে অ'ত ত'ত ধৰি চিড়ি বগাই আহি বাৰান্দাৰ পৰা প্ৰাণৰ কাতৰে সেহাই সেহাই মাত দিলে — ৰুণু মোৰ

ৰুণু, মাত শুনি অপেক্ষাৰতা ৰুণু স্তম্ভিত হৈ গ'ল— যি ভয় কৰিছিল সেইযে হ'ল নেকি বাৰু? তাই গাৰ চাদৰখন ঠিক কৰিলৈ একেকোবে আহি দুৱাৰ খুলি বাৰান্দা পাই থমকি ৰ'ল — আৰে আৰে ধৰ্মেশ্বৰ-স্বামী মোৰ হ'ল কি আপোনাৰ ? গাৰ নোমবোৰ তাইৰ ডাল ডালকৈ শিয়ৰি উঠিল, চকু কেইটা ডাঙৰকৈ মেলি দি তাই চালে।

মাত শুনি শহাকণিয়াহৈ থকা ডেকা আৰু বিৰলা ওলায় আহি বাৰান্দা পালেহি। ধৰ্মেশ্বৰে ৰুণুক সাৱতি ধৰি শৰীৰৰ অন্তিম শক্তিৰে ঘন ঘন চুটি উশাহে জনালে ৰুণু মোক ক্ষ. মা ক ৰা জীৱনত ব ৰ ভুল কৰিলো। ৰুণু মোক অ ন্তি ম ক্ষমা কৰিবা মাক ম ই ব চাব নো ৱা ৰি লো বিদায ৰু উ উ ণু উ উ জিভা চুটি হৈ লুটি খাই আহিল। কাণ দুখন তাৰ পৰি গ'ল। ৰুণুক গাত সাৱত মাৰি ধৰি থকা হাত দুখন শিথিল হৈ আহি এৰাই মজিয়াত ঢলি পৰি চকুহাল মুদি অন্তিম নিশ্বাস পেলালে ধৰ্মেশ্বৰে।

আকাশী সৰগ যেন ভাগি পৰিল ৰুণুৰ মূৰৰ ওপৰত, সমস্ত পৃথিৱীখন তাইৰ চকুৰ আগত ঘূৰিবলৈ ধৰিলে-মা-মা-মা, স্বামী মোৰ একেলগে দুয়ো এৰি অনাথ কৰি গ'ল মোক। দুই হাতে তাই নিজৰ বুকুত ভুকুৱাই মুহূৰ্ততে মূৰটো আচন্দ্ৰাই কৰি ৰুণু মূৰ্চ্ছা গৈ ধৰ্মেশ্বৰৰ সংজ্ঞাহীন গাৰ ওপৰতে পৰি ৰ'ল।

নাটকীয় ভঙ্গীমাৰে চল্লা ডেকাই একান্ত মনে সঁচা ঘটনা চাই থাকোতে ঘৈণীয়েক বিৰলাই কৰ্কশ মাতেৰে আদেশ দিলে— কি চাই আছাহে। চকীদাৰক মাতি আনি ধৰ্মেশ্বৰৰ লাছটো তলৰ চোতাললৈ চোঁচৰাই নিবলৈ কোঁৱা। নহ'লে ঘৰটো চুৱা হ'লে ভাঙিব লগা হ'ব।

ডেকাই চূৰ্ত্তি হেৰুৱাই ক'লে— ৰ'বা ৰ'বা পুলিচলৈ আগেয়ে ফ'ন এটা কৰি জনাওঁ।

বিৰলাই স্পষ্টভাৱে ক'লে— বাদ দিয়া আকৌ মৃত্যুৰ কাৰণলৈ ঝামেলাত পৰিব নালাগে।

ডেকাই চকু কেইটা কপাললৈ তুলি সুধিলে— তেন্তে ডাক্তৰলৈকে ফ ন এটা কৰোঁ।

পুনৰ বাধা দিলে বিৰলাই— আকৌ সেই একেই ঝামেলা। এইবোৰ সাধাৰণ মানুহ মৰা জীয়াৰ কি পাৰ্থক্য আছে। ৰুগ্ণক চকুত পানী এচাটি মাৰি দিলেই সাৰ পাব এইবোৰ সাময়িক ঘটনাহে। কামৰ তাড়ণাত কালিলৈ সকলো পাহৰি পেলাব।

কিন্তু সুবলাৰ খবৰটো — উকিলৰ মনত আৰু সমস্যাই খেলালে।

টিপিচকৈ খণ্ডটো উঠি আহিল বিৰলাৰ— তুমি মিছা কেছবোৰত যেনেকৈ মগজ খটোৱা ঠিক ইযাত তেনেকৈ উত্তেজিত হোৱাৰ কোনো কাৰণ নাই। লাছটো দুদিন মুৰ্দ্দা খানাত পেলাই থ'ব। তাৰ পাছত ষ্টুডেণ্টে কাটি ছিৰি মানৱ দেহ সম্পৰ্কে জ্ঞান আহৰণ কৰিব পাৰিব বচ। টকা ঘটিবলৈ চিন্তা নকৰা মানুহে ধৰ্ম্ম-কৰ্ম্মলৈ কি ভয় কৰিব লাগিছে।

ওলট-পালট কৰাটো প্ৰযেচনৰ টেকনিক বুলি ভবা, নিজকে অভিজ্ঞ শ্ৰেষ্ঠ পৰামৰ্শদাতা বুলি গৌৰব অনুভৱ কৰি অহা ডেকাৰ নিজৰ তিৰোতাৰ মুখৰ কথা শুনি অকণমান আত্মসন্মানত অৰশ্যে লাগিল সেইযে ডেকাই কপাল কোঁচাই প্ৰশ্ন কৰিলে— এতিয়া মই তেন্তে কি কৰোঁ। "সুদূৰ মহিলা সমিতিৰ  সভানেত্ৰী মিচেছ্ বিৰলা ডেকা।

চমুৱাই পেলোৱা চকীদাৰৰ হতোৱাই ধৰ্মেশ্বৰৰ মোমাযেকক খবৰ এটা দিয়া হওক, সিহঁতে আহি শ সৎকাৰ কৰে নকৰে যি কৰে কৰক। কথা হ'ল আমাৰ গাত চুৱা নাইতো।

সি সম্পূৰ্ণ মৰিলেনে আছে বা— উকিলে এইবাৰ ধৰ্মেশ্বৰলৈ জুপি চালে।

বিৰলাই উৎসাহেৰে ক'লে— সেইটো মুখেদি যেন ওলোৱাৰ পাছত বাছি থকা নাই আৰু— এইবাৰ বিৰলাই কথা সুৰবে প্ৰসঙ্গ সলালে — হেৰা মনত আছেনে তোমাৰ।

কি কথানো মিছেছ্।

আজি আমাৰ পুত্ৰ পলাশে তাৰ বিযাৰ দিন ঠিক কৰিবলৈ লাভাৰৰ কাষলৈ গৈছে।

উকিলৰ মনত পৰিল— অ' অথনিতো সি কৈ গৈছে, কিন্তু এই মৰা মানুহলৈহে চিন্তা।

উকিল চাহাব, মৰা মানুহৰ নামত জীয়া মানুহ হাকিমৰ সন্মুখত উপস্থিত কৰি কাৰ্য্য সিদ্ধি কৰিব পৰা তোমাৰদৰে মানুহে মৰা মানুহলৈ চিন্তা কৰে নেকি? আজি ল'ৰাৰ শুভদিনত এই অশুভ দৃশ্যবোৰ চকুৰ আগৰপৰা হতাই দিয়া। চকীদাৰক মাতি আনি এই অধৰ্ম্মিবোৰক আঁতৰোৱাৰ ব্যৱস্থা কৰা এতিয়াই— বিৰলাই নিজৰ মানুহটোক নিৰ্দ্দেশ দি ভিতৰলৈ সোমায় গ'ল মুহূৰ্ততে।

পলাশে গাড়ী ৰখাই লৰালৰিকৈ পাৰ্কলৈ সোমায় আহিল।

অধীৰভাৱে অপেক্ষাৰতা মানসীয়ে পলাশক দেখি স্বৰ্গত আছেনে মৰ্ত্ত্যত আছে পাহৰি মনৰ অসীম উলাহত দৌৰি আহি সাৱত মাৰি ধৰিলে— পলাশ আহিলা তুমি— ইমান দেৰী কৰিলা কিয় ?

প্ৰেম আপ্লুত পলাশে মানসীৰ ওঁঠত চুমাৰ পৰশ যাঁচি তাইৰ হাত দুখন এৰুৱাই ক'লে— এই মানসী ক'ত আছা পাহৰি গৈছা কিয় ?

পাৰ্কত বহি, ফুৰি মলয়া বতাহ আৰু সু-পৰিৱেশৰ আমেজ লৈ থকা লোকসকলে একোবাৰকৈ যুৱক-যুৱতী হালৰ অদমনীয় অকৃত্ৰিম সঁচা প্ৰেম দেখি সঁচায় মন-প্ৰাণ জুৰায় ল'লে।

মানসীয়ে হাতৰ লাহি আঙুলি কেইটাৰে চেপা এটা দি দিম যেন ভবা মনেৰে পলাশৰ গাল দুখনত চেপা এটা দি গাল ৰঙা কৰি দি ক'লে— তেনেহ'লে ব'লা নৈৰ কাষৰ নিৰ্জ্জন ঠাইলৈ।

পলাশেও সৰুকৈ মৰম সনা আঙুলিৰ পৰশ এটা মানসীৰ গালত আঁকি দি জনালে মানুহে যদি কিবা বোলে।

আৰে পলাশ ভয় কৰিছা কিয় ? তোমাৰ মোৰ হ'ল সঁচাপ্ৰেম আজি নহয় কালিলৈ বিয়া হ'বই। তাৰ পাছত একেখন গাড়ীতে দেখিব আমাক, চোৱানা পলাশ মই জানিবা এটা প্ৰশ্ন আৰু তুমি সাক্ষাৎ সমস্ত প্ৰশ্নৰ উত্তৰ, জানা পলাশ এনেযে বহুত কথা সুধিম বুলি ভাবি কিন্তু তোমাক কাষত পালে সকলো উত্তৰ পাই যাওঁ সকলো প্ৰশ্নৰ সমাধান হৈ যায়। জানা পলাশ মোৰ বাবে সংসাৰত কেৱল তুমি আৰু তুমি। তুমি মুঠতে তুমি- আত্মহাৰাহে মানসীয়ে পলাশৰ বুকুত মূৰটো গুজি দি যেন সঁচাপ্ৰেম সঁচাউম বিচাৰি পালে।

পলাশে নিজৰ মানুজনীৰ মূৰত মৰমৰ হাত বুলাই দি ধেমালি কৰিলে— জানা মানসী মোৰ বাবে কিন্তু সেইটো নহয়।

উচপ খাই উঠিল মানসী, চকু তাইৰ কপালত উঠিল। প্ৰশ্নবোধক চাৱনীৰে তাই পলাশলৈ মূৰ তুলি চালে— তাৰ মানে পলাশ ???

পলাশে এষুকু মৰমেৰে মানসীৰ পিঠিত হাত বুলাই দিলে। মোৰ বাবে কিন্তু কেৱল তুমি আৰু মই। তুমি আৰু মই এই সংসাৰৰ সকলোতে মাথো তুমি আৰু মই।

আকৌ হিয়াভৰা আৱেগেৰে অধিক উলাহত পলাশক জোৰকৈ সাৱত মাৰি ধৰিলে মানসীয়ে— আই ঔ এইটো যে সঁচাকৈয়ে মোৰ খাই থম যেন লাগে জানা।

ব'লা মানসী নৈৰ পাৰত বহোঁগৈ।

যৌৱনৰ তৰঙ্গৰাশি সমস্ত শৰীৰত বিয়পি মন-প্ৰাণ কঁহুৱা তুলাৰ দৰে উৰুৱাই দিয়া মানসী আৰু পলাশে ইটোৱে সিটোৰ কান্ধত হাত থৈ এপৃথিৱী আশা, স্বপ্নভৰা বিশাল আকাঙ্ক্ষাৰে সীমাহীন কল্পনাৰ পৃথিৱীত সাতুৰি-নাদুৰি আহি পালেহি নৈৰ পাৰ। দুটা ডাঙৰ শিলৰ ওপৰত গাতে গা লগাই বহিল দুয়ো।

পাৰৰ শিলনীত ঠেকা খাই বৈ যোৱা পানী যুঁৱলিত মানসীয়ে ভৰিৰ আঙুলি কেইটা চিল চিলাই নচুৱাই দিলে — কোৱানা পলাশ, এই নদীৰ সোঁতৰ দৰে অবিৰাম গতিত প্ৰবাহিত হোৱা মোৰ হৃদয়ৰ ভাববোৰ তোমাৰ বিশাল অন্তৰত ঠাই পায় লীন হৈ গৈছেনে বাৰু !

পলাশে আকলুৱা মৰমত মানসীৰ কোলাত মূৰটো থৈ ওপৰমূৰকৈ ক'লে— নদী গৈ সাগৰত বিলীন হৈ যায়— তোমাৰ হৃদয়ৰ কোমল ভাববোৰে মোৰ হৃদয় স্পৰ্শ কৰিছে, সাগৰত গৈ মিলোতে প্ৰবল জোৱাৰৰ সৃষ্টি হৈছে যেন তোমাৰ মোৰ অন্তৰৰ ভাববোৰৰ জাগি উঠা ঢৌৱে।

মানসীয়ে সীমাহীন আনন্দত ভাবাক্ৰান্ত আৱেগত হাতৰ লাহি আঙুলিকেইটাৰে পলাশৰ গাল দুখন চেপা মাৰি ধৰি পলাশৰ ওঁঠত ওঁঠ থৈ চুপি চুপি সমস্ত স্বৰ্গীয় প্ৰেমৰে প্ৰেমিকৰ হৃদয় স্পৰ্শাই দিলে।

পানী যুঁৱলিত এই দুয়োখন হৃদয় এক হৈ যোৱা মহান আৱেগৰ প্ৰতিবিম্ব প্ৰতিফলিত হ'ল। সেই সঁচা প্ৰেমৰ দৃশ্য কিন্তু যুৰিয়া বৌ মাছ এহালে উপভোগ কৰি পৰম তৃপ্তি লভিলে তেতিয়া।

মানসীয়ে পলাশৰ চকুত চকু থৈ কামনা বাসনাৰ পৰিতৃপ্তি বাঞ্ছা কৰিলে— এই নিৰ্ঘাত পৱিত্ৰ প্ৰেমৰ বাস্তৱ ৰূপ কেতিয়া হ'ব কোৱানা পলাশ।

পলাশে সমস্ত শৰীৰত বিয়পি পৰা শিহৰণেৰে মিঠা হাঁহি ওঁঠত বিৰিঙাই জনালে "যেতিয়া তোমাৰ মোৰ হ'ব বিয়া"।

মানসীয়ে অন্তহীন আৱেগেৰে নিকা প্ৰেমেৰে নিজৰ বুকুখন পলাশৰ বুকুত হেচি ধৰি মৰমৰ উম যাঁচি একেখন হৃদয়েৰে একে তৰঙ্গ বোৱাই দিলে— পলাশ তুমি মোৰ।

পলাশে মানসীক দুইহাতে সাৱতি ধৰিলে— মানসী মই তোমাৰ।

চোৱাঁ পলাশ, "এনেকুৱা লাগে তোমাক যেন মই কেতিয়াকৈনো সদায় কাষতে পাম"।

পলাশে উল্লাহতে জনালে— মযো তাকেই ভাবো জানা মানসী, মোৰ।

এইবাৰ পলাশৰ বুকুত তাই মূৰটো থৈ কাণ পাতি যেন হৃদযৰ স্পন্দন জানিলে পলাশ তোমাক মই কিমান মৰম কৰিম জানা।

আঁকোৱালি ধৰিলে পলাশে মানসীক – কিমান কোৱানা মোৰ জানজনী।

হিয়া উবুৰিযাই ক লে মানসীযে— জানা মোৰ হৃদযৰ দেৱতা পলাশ, পৃথিৱীত আজিলৈকে কোনেও কাকো ইমান মৰম কৰা নাই।

মানসী তোমাক মই কি দিম জানা।

কোৱানা পলাশ—

জানা মানসী, তুমি বিচাৰিলে প্ৰযোজন হ'লে দেৱতাৰ লগত যুদ্ধ কৰি হ'লেও আকাশৰ পৰা জোন, বেলি, তৰা, পৰ্য্যন্ত আনি দিম তোমাৰ বাবে জানা মোৰ মনজনী।

জানা পলাশ, তোমাৰ মোৰ প্ৰেম হ'ব অজৰ-অমৰ, চিৰসুন্দৰ, চিৰনতুন, অকৃত্ৰিম স্বৰ্গীয ধাৰাৰ— অকৃত্ৰিম আন্তৰিকতাৰে জনালে মানসীয়ে পলাশক মৰম কৰি কৰি।

চোৱাঁ মন মোৰ আমি বৰ সুখী আমাৰ প্ৰেমৰ মাজত কোনো প্ৰতিবন্ধকতা নাই, দুযোৰে পিতৃ-মাতৃৰ স্নেহ আছে। জানা মানু মোৰ পাপা মায়ে মোক তোমাক সুধি বিয়াৰ দিন ঠিক কৰাৰ কথা কৈ আছে।

অতি হেঁপাহেৰে জনালে মনজনীযে— মোকো জানা পলাশ।

যৌৱনৰ জোৱাৰত মন প্ৰাণ ভহাই দিয়া পলাশে শৰীৰ মনৰ উচপিচনিত জনালে – মন মোৰ তোমাক এতিয়া মই কি কৰিম, কি নকৰিম যেন লাগিছে জানা। ওঁঠত ওঁঠ থৈ আকৌ চুমাৰ পৰশ বিযপাই দিলে পলাশে একেবাৰে নিজৰ নিজৰ যেন লগা মানুজনীক।

বিয়াৰ আগতে এনেয়ে কিবা এটা মন যায় — ন পলাশ।

কি মন যায় কোৱানা মানসী, মোৰ— কামনা বাসনা চৰিতাৰ্থ কৰাৰ উদ্ৰেক জাগি উঠিল পলাশৰ দুৰ্ব্বল মনত।

পলাশক অন্তৰ সপি দিয়া মানসীয়ে অবুজভাৱে পৱিত্ৰ অন্তৰেৰে জনালে— মই নিজেও ক'ব নোৱাৰোঁ জানা পলাশ, ক'ৰবাত যোৱা শোসুভিত উদ্যানত দুয়ো দুয়োকে আৱেগত আঁকোৱালি লোৱা অন্তৰৰ আৱেগ বিনিময়ত ভোক পিয়াহ্ পাহৰি দিনটো নাচি বাগি গান গায পাৰ কৰি দিয়া। ফৰকাল আকাশৰ তলত বহি আমাৰ ভৱিষ্যৎ পৰিকল্পনা কৰা এইবোৰেই নহয় জানো আৰু বহুত কিবা কিবি সত্য আৰু মহৎ ভাৱধাৰাৰ আদান প্ৰদান ন পলাশ;— মনটো তাইৰ দৈহিক প্ৰেমৰ পৰা পৱিত্ৰ স্বৰ্গীয় প্ৰেমলৈ যেন ৰূপান্তৰিত হ'ল।

তোমাৰ মনৰ গোপন আচল কথাতো এতিয়াও কিয় ঢাকি ৰাখিব খুজিছা মোৰ মানসী।

চিৰন্তন সত্য স্বৰ্গীয় প্ৰেমৰ আৰাধ্য প্ৰেমিক-প্ৰেমিকাৰ মাজত লুক-ঢাক থাকে জানো মোৰ পলাশ।

পলাশে নিজৰ দুষ্ট মনৰ গোপনীয়তা উদঙাই ক'লে— আৰু বিচাৰে এটা বন্ধ কোঠাত আৱদ্ধ হোৱাৰ প্ৰয়াস নহয় জানো মানসী মোৰ মানসীৰ নাকটোত ধৰি চেপা মাৰি দিলে পলাশে।

মানসীয়ে অন্তৰৰ পৰা বাধা দিলে না পলাশ না না তেনেহলে বিয়াৰ পাছত একো নতুনত্বই যে নাথাকিবচোনা ফুলশয্যাৰ স্বৰ্গীয় প্ৰেম তেতিয়া হ'লে থাকিবই বা ক'ত ?

পলাশে কামনা-বাসনা পৰিপূৰ্ণ আৱেগৰে ক্ষুধাতুৰভাৱে বিপৰীত অৰ্থৰে মানসীক পৰাভুত কৰাৰ চেষ্টা কৰিলে— চোৱাঁ মানসী মোৰ বিয়া হ'ল এটা বিশেষ দিনৰ শব্দ মাৰ্থোন আৰু তাৰ পাৰ্টি হ'ল এটা মুহূৰ্তৰ আমোদ-প্ৰমোদ ক্ষণস্থায়ী আৱেগ মাৰ্থোন। কিন্তু আমাৰ প্ৰেম আজীৱন একেই চলি যাব গতিকে আজি এনজয় কৰা আৰু কালিলৈ বিয়াৰ পাছত এনজয় কৰা একে কথা।

মানসীয়ে পুষ্পিতা হোৱা দিন ধৰি সযতনে হৃদয়ত সাঁচি ৰখা মূল্যবান কথাষাৰ জীৱনৰ সন্ধিক্ষণত প্ৰকাশ কৰিলে "জানা পলাশ মই কিন্তু বিয়াত হোম পুৰি অগ্নিক সাক্ষী কৰি ভগৱান ভগৱতীৰ আশীষ লভি অথবা সামাজিক পদ্ধতিৰে ৰাইজ, পিতৃ-

মাতৃ গুৰুস্থানীয় জনৰ আশীৰ্বাদৰ অন্ততহে জীৱনৰ দ্বিতীয় অধ্যায়ৰ সূচনা কৰিব বিচাৰো – পলাশৰ বুকুৰ মাজত হাতখন সুমুৱাই একান্ত মনে মোহাৰি মোহাৰি ব্যক্ত কৰিলে মানসীয়ে নিজৰ নিষ্পাপ পৱিত্ৰ হৃদয়ৰ কথা।

তুমিতো মোক ভালকৈয়ে জানা মানসী, মই কোনো সামাজিক বাধ্য-বাধকতা অথবা যিকোনা ফৰ্মেলিটি ভাল নাপাওঁ আৰু নামানো। ভগৱান বিশ্বাস নকৰো অৰ্থ আৰু ক্ষমতাক গুৰুত্ব দিওঁ। মোৰ মতে সুযোগত উপভোগ কৰিব লাগে। মানৱ জীৱনৰ অৰ্থইতো ভোগেই। মুক্ত প্ৰেম মোৰ কাম্য, প্লিজ মানসী মোৰ এটা ৰিকুৱেষ্ট ৰাখিবা

মই যদি তোমাৰ, তুমি যদি মোৰ তেন্তে ৰিকুৱেষ্ট কৰাৰ কি প্ৰয়োজন, সঁচা ভালপোৱাৰ মাজত অবিশ্বাস কিহৰ। সৰল অন্তৰৰ ভাব প্ৰকাশ কৰিলে মানসীয়ে।

এইবাৰ দুৰ্বলতাৰ সুযোগ ল'লে পলাশে। দুষ্ট মনেৰে জনালে– তেনেহলে মানসী কালিলৈ আবেলিৰ বাবে হোটেল পেৰিচত এটা ৰুম বুক কৰিম আজিয়েই।

প্ৰিয়জনৰ অভাজন হোৱাৰ পৰম শঙ্কাত মানসীয়ে পৰাধীনভাৱে পাৰহীন ভাৰাক্ৰান্ত মনে অসমূৰকৈ নিৰসভাৱে মাথো ক'লে– ভাল বেয়া তুমি জানা পলাশ, মই কিন্তু.

পলাশে মানসীৰ পৰা আৰু বাধা নিবিচাৰি সুযোগ বিচাৰি তাইৰ মুখত চেপা মাৰি ধৰি ক'লে– কিন্তুৰ কোনো পশ্ন নাই, প্লিজ মানসী মোৰ প্লিজ ।

তেতিয়া ঠিক কাল সন্ধ্যা পৃথিৱীৰ বুকুলৈ নামি আহিছিল উজ্জ্বল দিনটোক গ্ৰাস কৰি। নৈৰ বুকুত যেন বেলিটো সম্পূৰ্ণ হেৰাই গ'ল তেতিয়া। পলাশ আৰু মানসীয়ে শেষ সিদ্ধান্তত উপনীত হওঁতে সেইকথা গমকে নাপালে।

হোটেল পেৰিচৰ গ্ৰাউণ্ড ফ্ল’ৰত চাৰিজনীয়া চকীৰ টেবুলত বহি যাৰ যি ইচ্ছা মিঠাই, চাহ, চিঙৰা, পৰঠা, আমলেট খোৱাত ব্যস্ত লোকসকল।

ইউনিফৰ্ম পিন্ধা বয়বোৰে নিয়াৰিকৈ কাম কৰি গৈছে কিন্তু দেখা গৈছে প্ৰায় টেবুলতে যুৰিয়া যুৱক-যুৱতীৰ মেল আৰু চাহ বা কফি পান।

ইপিনে ধুনীয়া পশ্চিমীয়া আবহ সঙ্গীতৰ মূৰ্চ্ছনায় মন-প্ৰাণ জুৰায় ৰাখিছে আধুনিক যুগৰ লোকসকলক।

ওপৰৰ কমৰ পৰা চিড়িয়েদি নামি আহিল পলাশ আৰু মানসী গাতে গা লগায়।

চাহৰ কাপটো সোহা মাৰি থৈ ডাক্তৰ-ৰাজীৱ কলিতাই ওপৰলৈ চাই থমকি ৰ’ল।

পলাশহঁত ঠিক টেবুলখনৰ কাষেৰে পাৰহৈ যাবলৈ লওঁতেই ৰাজীৱে থাপ মাৰি ধৰিলে পলাশৰ হাতত – আৰে বন্ধু পলাশ তই. ।

গাতো অকণমান দুৰ্বল লাগি থকা পলাশে হঠাৎ বন্ধুক দেখি লাজেই কৰিবনে কি য়ে কৰিব ভাবি অপ্ৰস্তুতভাৱে ৰাজীৱক কৰমৰ্দ্দন কৰিলে – আৰে বন্ধু ৰাজীৱ তই ইয়াত যে ।

আৰে বন্ধু বহচোন বহ টানিলৈ কাষৰ চকীখনতে বহুৱাই দিলে পলাশক ৰাজীৱে।

পলাশৰ স্বভাৱ অনুযায়ী সন্মুখত বেচ ধুনীয়া লনী ছোৱালীজনীলৈ চালে।

ৰাজীৱে ক’লে – প্ৰথমে চিনাকী হৈ লওঁ দেই, এওঁমানে মোৰ বুজিছইতো হেৰি মানে দেৱীকা বৰুৱা দেই।

নমস্কাৰ – পলাশে অন্যমনস্কভাৱে হাত জুৰিলে।

দেৱীকাই মিঠা হাঁহি এটা ওঁঠত বিৰিঙাই প্ৰতি সম্ভাষণ যাচিলে নমস্কাৰ।

ৰাজীৱে আকৌ পৰিচয় কৰালে– আৰু চোঁৱা দেৱীকা এয়া হ’ল মোৰ বাল্য বন্ধু পলাশ ডেকা। এগ্ৰিকালচাৰ কলেজৰ পৰা সুখ্যাতিৰে ওলাইছে,

হায় – হাতখন আগবঢ়াই দিলে দেৱীকাই।

পলাশে হেণ্ডচেক এটা দিলে – হায়।

গালখন টিক-টিকিয়া ৰঙা হৈ থকা নেদেখা ভাও জোৰা মানসীয়ে বিব্ৰত হৈ গাৰ শাড়ীখন আকৌ এবাৰ ঠিক ঠাক কৰিলে। আজি কিবা পৰিচয় দিয়াৰ আগেয়ে বিশেষকৈ নতুন ছোৱালীজনীৰ সন্মুখত ধৰাপৰি যোৱাৰ শঙ্কাত তাই অকণমান আঁতৰি আহিল।

পলাশে ক'লে— সেইয়া মোৰ মানে ধৰ তহঁতৰ নিচিনাই মানে সেইয়া মোৰ মানসী। মাতচোন তোৰ মানসীক মাত, কমচেকম চিনাকীতো কৰিদে।

ৰাজীৱৰ কথা শুনি মানসীয়ে কিবা যেন বিয়াৰ আগতে ধৰাপৰি যোৱাৰ ভয়ত লাজত খেলি মেলি হৈ থকা আগৰ চুলি কেইডাল হাতেৰে আকৌ ঠিক কৰিলৈ বিশেষ আমেজ লাগি থকা গাল দুখন ৰুমালেৰে মোহাৰিলৈ আৰু দুখোজ আগুৱাই গ'ল।

পলাশে কথাতো বুজি পায় ক'লে— চা ৰাজীৱ মানসী বৰ লাজকুৰীয়া দেই। তেওঁ এইবাৰ এম এ ফাইনেল দিব ছাবজেক্ট ইংলিছ্।

থেঙ্কিউ— আমাৰ দেৱীকা আকৌ মোৰ লগত হাউচ চাৰ্জন দেই।

ৰাজীৱৰ কথাত দেৱীকাই লাজ অনুভৱ কৰিলে হ'ব-হ'ব।

এইবাৰ ৰাজীৱে মানসীলৈ চাই ক'লে— ঐ পলাশ তই যা, যা মানসীয়ে বৰ অস্বস্তি বোধ কৰিছে যেন পাওঁ।

ঠিকেই কৈছ তই— সুবিধা বিচাৰি থকা পলাশ উঠিল যাবলৈ।

ৰাজীৱৰ কিবা এটা কথা মনত পৰিল— বায় দি বায় তোক এটা কথা সোধো পলাশ।

কচোন বাৰু— পলাশ ৰ'ল।

ৰাজীৱে চিন্তা কৰি কলে— আজি কিছুদিনৰ আগতে মই আমাৰ হস্পিটেলৰ কেজুৱেলিটিত থাকোঁতে এটা কেছ্ পাইছিলো মানে সুবলা ৰাজখনিকৰ নামৰ এগৰাকী লেডিৰ দুৰ্ঘটনা হৈছিল আৰু তেওঁক ৰক্তদান দিবলৈ তেওঁৰ জোঁৱায়েক ধৰ্মেশ্বৰ কলিতা বুলি লোক এজন আহিছিল। তেওঁৰ ৰক্ত পৰীক্ষা কৰিবলৈ মইয়ে লিখি দিছিলো ছেৰছাৰ ভাইলেঞ্চ পদ্ধতিৰে। অৱশেষত তেওঁৰ ব্লাডত এইচ, আই, ভি, পজেটিভ ৰিপৰ্ট পোৱা গ'ল। অৱশেষত পেচেণ্ট মানে তেওঁৰ শাহুৱেকৰ মৃত্যু ঘটিল উপযুক্ত চিকিৎসাৰ অভাৱত। মানুহজন সেই মুহূৰ্ততে পাগলৰ দৰে হৈ কেনি গুচি গ'ল কোনেও গমকে নাপালে।

যথৰ হৈ পৰা পলাশৰ মুখত ওলাল— তাৰ পাছত— সি প্ৰশ্নবোধক চাৱনীৰে সন্দিহান ভাৱে চাই ৰ ল ৰাজীৱলৈ।

ৰাজীৱে উত্তৰ দিলে— তাৰ পাছত এইড্‌ছৰ প্ৰতিৰোধ সংক্ৰান্তত আমি ধৰ্মেশ্বৰৰ বিৰুদ্ধে পুলিচত ৰিপৰ্ট দিলো।

ঘোৰ শঙ্কাত সন্দেহেৰে প্ৰশ্ন কৰিলে পলাশে— এড্ৰেছটো মানুহজনে কি বুলি দিছিল বাৰু ?

ৰাজীৱে অলপ চিন্তা কৰি ক'লে— এড্ৰেছটো চাম ডেকা— মানে মই তোক সোধাৰ কাৰণ সেইটোৱেই মালিকজন ডেকা উপাধিৰ হোৱাৰ বাবে তহঁতৰ একো ৰিলেশ্যন নহয়তো ?

দীঘল নিশ্বাস এটা পেলাই অজান আশঙ্কা ভৰা মনেৰে প্ৰশ্ন কৰিলে পলাশে— কচোন মানুহটোৰ শুং সূত্ৰ কিবা পালি— পলাশে যেন কিবা এটা ঢাকিবলৈ চেষ্টা কৰিলে।

শুনামতে এডভোকেট জনৰ ঘৰত তেনে কোনো লোক নাই বুলি অৱশ্যে জনালে।

ৰাজীৱৰ কথাত দেউতাকক বচাবলৈকে আৰু নিজৰ জীৱনলৈ আহিব পৰা ভয়াৱহতালৈ লক্ষ্য ৰাখি পলাশে থোৰতে সামৰি থলে— আচলতে মানুহটোৱে মিছা ঠিকনা দিছিল। দেউতা উকিল মানুহতো গতিকে কিবা গ্ৰাজ থাকিবও পাৰে।

ৰাজীৱে পলাশৰ ম্লান পৰি অহা মুখখনলৈ চাই ক'লে— অৱশ্যে ধৰ্মেশ্বৰে এটা কথা স্বীকাৰ কৰিছিল কিন্তু।

কিবা ভয়ঙ্কৰ বিষয় অৱতাৰণা হোৱাৰ শঙ্কাত পলাশৰ ওঁঠ দুটা শুকাই গ'ল, কপালখন হাতেৰে চেপি ধৰি সি সুধিলে— কি কথানো ৰাজীৱ ? কিবা কথা পৰিস্ফুট হৈ যোৱাৰ ভয়ত তাৰ অন্তৰখন কঁপি উঠিল। প্ৰশ্নবোধক চাৱনিয়ে পলাশে চাই ৰ'ল ৰাজীৱলৈ।

তাৰ হেনো কোনোবা পৰ্য্যটক এগৰাকীৰ লগত যৌন সম্পৰ্ক হৈছিল। বনাঞ্চলৰ কোনোবা এখন হোটেলত মাথো এনিশা, সি হেনো বিয়া কৰোৱা ছোৱালীজনীৰ নাম ৰুণু।

পলাশৰ হৃদয়ৰ খোলা দুৱাৰৰ এপাত বন্ধ হৈ গ'ল। এপিনে ৰুণু আনপিনে মানসী আৰু তাৰ অৱশ্যেম্ভাৱি হৈ যাব পৰা পঙ্গু জীৱনলৈ দুঃচিন্তা কৰি মুখাৱয়ৱ ৰঙা-ক'লা পৰি অহা পলাশ আৰু নৰ'ল— চা ৰাজীৱ মানসীয়ে বেয়া পাব কিজানি লগ পাম বায়।

বায়— ৰাজীৱে জনালে।

বায়— মিচ্ দেৱীকা

ৰায়— মানসীক কিন্তু অন্য দিনা পৰিচয় কৰাই দিব লাগিব দেই।

দেৱীকাৰ কথাত পলাশে গৈ থাকোতে জনাই গ'ল— নিশ্চয় থেঙ্কিউ আহোঁ।

ৰাজীৱ

দেৱীকাৰ মাতত পলাশ যোৱাঁলৈ একেথিৰে চাই থকা ৰাজীৱে সংজ্ঞা পাই যেন ক'লে— অ' কোঁৱা দেৱীকা।

মানসী কোন হ'ব পাৰে ঠিক ৰাজীৱ।

মইয়ো তাকেই ভাবিছো, আমি বাল্য বন্ধু, পলাশৰ দুৰ্বলতাৰ বিষয়ে অৱশ্যে মই জানো। সেইয়ে ধৰ্মেশ্বৰৰ নিচিনা মানুহৰ জীৱনত কু-কৰ্ম্মৰ জৰিয়তে বিয়পি পৰা এইড্ছৰ ভয়াবহতাৰ বিষয়ে তাক মই বুজোৱাৰ চেষ্টা কৰিছিলো। অৱশ্যে পৰ ধন ভোক্তাৰ একমাত্ৰ ল'ৰা, টকাৰ মূল্যই সি নুবুজে। টকা উৰুৱাবলৈ তাৰ যেন ঠাইয়ে নাই।

পলাশ আৰু মানসী হোটেলৰ পৰা ওলাই আহি হেণ্ডচেক কৰি নিজৰ নিজৰ গাড়ীত উঠি হাত জোকাৰি দুয়ো দুয়োকে বায় বায় দি দুয়ো দুফালে গাড়ী চলাই আগবাঢ়িল নিজ নিজ ঘৰ অভিমুখে।

দুঃচিন্তাত ভৰাক্ৰান্ত মনেৰে পলাশে ভাবিলে গাড়ীখনেৰে ক'ৰবাত খুন্দিয়াই দি আত্মহত্যা কৰিব নেকি। আকৌ মনত পৰিল নিৰ্জ্জু সহনশীল কণুজনীলৈ। লগে লগে মনত পৰিল কিছু সময়ৰ আগেয়ে অপৰূপা ৰাংঢালি মানসীৰ সংস্পৰ্শৰ ৰোমাঞ্চিত ক্ষণৰ কথা। সঁচাকৈয়ে এই পৃথিৱীখনৰ মায়া মোহ এৰি যাবলৈ ওলোৱাটো সামান্য কথা নহয়।

সন্ধিয়া ৰুণুৱে প্ৰত্যেক কোঠাৰ লাইটবোৰ জ্বলাই দুৱাৰ খিড়িকীবোৰ মাৰি আহি ড্ৰইংৰুমতে মূঢ়াটোত আমন-জিমনকৈ বহি পৰিল। ওপৰ মহলাত থাকি তাই যেন সাধাৰণ মানুহৰ সংস্পৰ্শৰ পৰাও সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিল। এইটো এটা জানো জীৱন তাতোকৈ সৰগৰ তৰা এটা হৈ জ্বলি থাকিলেও উজ্জ্বল হৈ থাকিব পাৰি। তেতিয়াতো অন্ততঃ নিজৰ বাবেও বনাই খাব নালাগিব। একেবাৰে অকলশৰীয়া অথচ কাষত কোনোবাই যেন নাটকীয়ভাৱে ৰক্ষণা-বেক্ষণ দি আছে।

এনে সময়তে কোনো সঙ্কেট নিদিয়াকৈ জপাই থোৱা দুৱাৰখন হেঁচা মাৰি সোমায় আহিল পলাশ।

পলাশক দেখা মাত্ৰে নিজকে অকলশৰীয়া অনুভৱ হৈ অজানিতে শিহৰণ এটা বিয়পি পৰিল ৰুণুৰ সমস্ত শৰীৰতে।

আজি কিন্তু পলাশে ৰুণুক মাত এটাও নিদি আনকি ঘূৰিও নাচাই অন্যমনস্কভাৱে নিজৰ কোঠাৰ দুৱাৰখন খুলি সোমাই আহিল।

আচৰিত হ'ল ৰুণু। অসময়ত ঘৰ সোমোৱা নাৰী চিকাৰী আজি যে নিস্তব্ধ। তাই শহাকণিয়া হৈ ৰ'ল পলাশে তাইক মাতে নেকি বুলি। ওহোঁ কোনো সাৰ-সুৰ নাইকিয়া হ'ল যে, সন্ধিয়া সিহঁতৰ ঘৰত চাহ জলপানৰ কাৰবাৰ নাই বুলিলেই হয়। ল'ৰাই ডেকাই মালিকনীয়ে হোটেলত খায়নে ক্লাবত খায় ক'ব নোৱাৰি। তথাপি আজি আবেলিৰ চাহ জলপান পলাশক দিয়াতো কৰ্ত্তব্য ভাবি ৰুণু উঠি আহি পলাশৰ কোঠাৰ মুখত ঠিয় হৈ ৰ'ল। ভাবিলে পলাশে ৰুণু বুলি নিশ্চয় নিজেই মাতিব, অলপ সময় নিমাতে যোৱা দেখি তাই নিজেই মাত দিলে— পলাশদা, ক'তা নাইচোন ইমান সঙ্কোচহীন উত্তেজিত পলাশটোৱে আজি দেখিও নেদেখা ভাও জুৰিছে, মাতিলেও চোন নমতা হৈছে। কি জগৰ লাগিল বাৰু ! টোপ পৰিবলৈ নিদিয়া দেউতাক মাকৰ লগতো কোনো তৰ্কা-তৰ্কি হোৱা নাই। মোৰ লগতো কোনো দ্বন্দ্ব কৰা নাই তেনেহলে আকৌ হ'ল কি। তথাপি কি হৈছেনো জনাৰ প্ৰয়োজন ভাবি তাই পুনৰ মাত দিলে— পলাশদা চাহ কৰো খাবানে? আৰে এইবাৰোচোন নামাতিলে পলাশে। এইবাৰ তাই কিনো হৈছে ভাবি চিন্তি দুখোজ আগুৱাই আহি দুৱাৰৰ পৰ্দাখন সামান্য কোঁচাই চালে— আৰে পলাশে চোন জোতাই মোজাই বিছনাত উঠি ওপৰ মূৰকৈ পৰি আছে যে! নিশ্চয় ক'ৰবাত কিবা এটা হ'ল পলাশৰ। তাকে ভাবি তাইৰ নিজৰ্জু আলসুৱা সহানুভূতিশীল মনে বাধা নামানি এখোজ দুখোজকৈ আগবাঢ়ি আহি পলাশৰ বিছনাৰ কাষত বৈ সুধিলে— পলাশদা হ'ল কি

তোমাৰ ? আলাসতে চকুহাল মুদি থকা পলাশৰ বিবৰ্ণ প্ৰায় মুখখন শুকাই যাব ধৰা ওঁঠ যুৰি আৰু নিস্তেজ প্ৰায় সেমেকা চকুহাললৈ অপলক নয়নে নিৰীক্ষণ কৰি ৰুণু স্তম্ভিত হৈ গ'ল। এই কেইদিন নীৰৱ নিস্তব্ধ হৈ পৰিছে পলাশ। আনকি তাৰ কোঠাত বাজি থকা আবহ সঙ্গীতৰ সুৰবোৰ আজিকালি চোন নবজা হৈ গৈছে। তাই কি কৰিব কি নকৰিব ভাবি পলাশৰ ভৰিৰ পৰা জোতা মোজাযোৰ খুলি ভৰি কেইটা বিছনাৰ ওপৰলৈ লাহেকৈ উঠাই দি -গাত কম্বলখন জাপি দি সাৱধানে ওলায় আহিবলৈ ললে ৰুণু।

ৰুণু

পলাশৰ নিৰস মাতত ৰুণু ৰ'ল-- কি পলাশদা ?

তুমি মোক আৰু আমনি কৰিছা কিয় ৰুণু ?

নিজৰ সত্ত্বা বিসৰ্জ্জন দি হলেও মালিকপক্ষৰ জীৱন ৰক্ষা কৰাটো দাস-দাসীৰ কৰ্ত্তব্য পলাশদা-- তলমূৰ কৰি ৰ'ল ৰুণু।

অন্তৰৰ কোনোবা এঠাইত আঘাত হানিলে নিকৰুণ পলাশৰ ৰুণু-- উঠি বহিল পলাশ।

মই জানো মিছা কৈছোঁ পলাশদা। মই ৰূপান্তৰিত অবলা নাৰী। মোৰ মা, দেউতা নাই। মোৰ স্বামী নাই। কালিলৈ যদি তোমালোকে এই ঘৰৰ পৰাও উলিয়াই দিয়া তেন্তে মইতো অকলে কতো থাকিব নোৱাৰো। ষ্ট্ৰিট গাঁলো হ'ব নোৱাৰোঁ, কৃত্ৰিম ৰক্ষণা-বেক্ষণৰ মাজত থাকিও সতীত্ব হেৰুৱালো। চোৱাঁ পলাশদা, নাৰী মুক্তি আন্দোলন কেৱল দিনটোৰ বাবে সভা সমিতিতহে ৰাতি অকলশৰীয়া নাৰীৰ বাবেতো নহয়। গতিকে মই দুখ, শোক, অপৰ্য্যাপ্ত বেদনা, গোপনে ঢাকিলৈ অন্তত তোমালোকৰ কৃপাত জীয়াই থাকিবলৈ বাধ্য অন্ততঃ মৰাৰ দিনলৈকে।

পলাশৰ নিৰ্দ্দয় হৃদয়ৰ অনিৰ্বাণ জুইকুৰা আধা যেন নুমাই গ'ল। বিছনাৰ পৰা লাহেকৈ নামি অবাঞ্চিত দুখৰ বোজা বহনকাৰিণী ৰুণুৰ হাতখনত ধৰি ক'লে-- মোৰ কাষতে বহাচোন ৰুণু।

চোৱাঁ পলাশদা, মই তোমাক নিজৰ ককাই বুলি ভাবিবলৈ সদায় হৃদয়ৰ পৰা যত্ন কৰি আহিছো। তুমিহে অমানৱীয়তাৰে ভগ্নীৰ স্থান নিদি পতিতাৰ ৰূপ দিবলৈ ধৰিলা। ভাৰতীয় নাৰীৰ সাধি সতীৰ মাহাত্যৰ পৰাও বঞ্চিত কৰি পৱিত্ৰ নিষ্পাপ অন্তৰে পৰমাত্মাত বিলীন হোৱাৰ পৰাও বিচ্ছিন্ন কৰি দিলা মোক। মই ভাবিছিলো মোৰ স্বামী ঢুকাল যদিও মায়ে মোক লৈ সংযমেৰে থকাৰ দৰে ময়ো তোমালোকক ককায় ভাই আই-বোপাইৰ দৰে একেটা নিজৰ পৰিয়াল বুলি ভাবি সংযম ত্যাগেৰে সতীত্ব বজাই ৰাখি জীৱন

অতিবাহিত কৰিব পাৰিম কিন্তু সভ্যতাৰ মুখা পিন্ধা বৰ মানুহৰ সমাজত যে সভ্যতাৰ মানৱীয়তাৰ তলি উদং হ'ল। এই কথা শিক্ষিত বুলি ভবা সমাজলৈ আহিহে গম পালোঁ। আগেয়ে মই ভাবিছিলোঁ ইতৰ শ্ৰেণীৰ মাজতহে এনে কু-প্ৰথা আছে বুলি। চোৱা পলাশ বিধৱা বিবাহ আইনখন প্ৰচলন বাধ্যতামূলক হোৱাতো তোমালোকৰ দৰে গৰকি বোৱাই খোৱা নিৰ্দ্দয়লোকে নিবিচাৰিলেও অৱশ্যে সন্তানবতিৰ বাবে কোনো ক্ষেত্ৰত প্ৰযোজ্য নহ্‌লেও। অন্ততঃ বাল্য বিধৱা সকলৰ বাবে বাধ্যতামূলক হোৱাটো বাঞ্চনীয় কাৰণ এই অমূল্য জীৱন যৌৱন মাত্ৰ এবাৰলৈহে লাভ কৰে। মোৰ দৰে বৈৰাগ্যময়ী মহিয়সী বহুগৰাকীৰ বাবে কাম্য নহ্‌লেও অনেকৰ বাবে সংসাৰৰ বিতৃষ্ণাময় অভিশপ্ত বন্দীৰ দৰে অতৃপ্ত কামনা-বাসনাই জীৱন পঙ্গু, অন্ধকাৰময় কৰি তোলে। যি কি নহ্‌ওক মূলকথা চোৱাঁ পলাশ, তোমাৰ বিয়া পালেহি বুলি শুনিছোঁ গতিকে হাত এৰা কাৰণ এই নিচ পাপাচাৰি কামনা চৰিতাৰ্থৰে তোমাৰ ভৱিষ্যৎ জীৱন পঙ্গু কৰি দিব পাৰে।

জীৱন নাও বুৰ গৈ অথাই পানীত পৰি ককবক কৰি পাৰ বিচাৰিলে যেন পলাশৰ আত্মাই, আধা মৰা দেহাটোলৈ সি টান মাৰি ৰুণুক বিছনাত বহুৱাই দগ্ধ অনুশোচনাৰে তাইৰ কোলাত মূৰতো সুমুৱাই তিক্ত বেদনা সিক্ত মাতেৰে ক'লে— ৰুণু তুমি মোৰ ভনী নহয়-বাইদেউ সঁচাই বাইদেউ। ধনেৰে জীৱনৰ মূল্য নিৰূপণ নহয়-মহত্বৰেহে জীৱনৰ মহানতা নিৰ্ণয় হয়। মই তোমাক শাৰিৰীক উৎপীড়ন কৰি তোমাক জোৰকৰি বাহিৰৰ বদনামৰ ভয় দেখুৱাই সম্ভোগ কৰি নাৰীৰ জীৱন ৰত্ন অমূল্য সতীত্ব হৰণ কৰি অক্ষমনীয় মহাপাপ কৰিলোঁ আৰু তাৰ পৰিণাম আজি মোক ভগৱানে হাতে হাতে দিলে। মৰিলেও আত্মা মোৰ স্বৰ্গগামী নহয়— নৰকগামীহে হ'ব।

চোৱাঁ পলাশ অসহায়-নিষ্পাপ নিস্কলুষ নাৰী ৰূপে মোৰ ওপৰত যিদিনাই তুমি অশালীন ব্যৱহাৰ আৰম্ভ কৰিছিলা, স্বামীৰ বদনাম কৈ মোক বলাৎকাৰ কৰিছিলা। সিদিনাই তোমাক মই বহুবাৰ সঁকিয়াই দিছিলো যে মই অগ্নিস্নান বোলছবিৰ নায়িকাৰ হীনমান্য কাহিনীটোৰ পক্ষপাতী নহওঁ। কাৰণ মই ভাৰতীয় নাৰী, সতীত্বই হ'ল আমাৰ মহত্ব। দেৱী তুল্য মহিয়সী নাৰীৰ পৰিচয়। চোৱাঁ পলাশ, পশ্চিমীয়া সভ্যতাৰ আৰ্হিৰে স্বামী-স্ত্ৰী বা দুয়োপক্ষ উশৃঙ্খল হ'লে ভৱিষ্যৎ বংশধৰে ঘৰৰ বা সমাজৰ পৰা শিক্ষা পাব কি ? এজনে ভুল কৰিলে তাৰ সংশোধন নকৰি প্ৰতিহিংসাৰে তাৰ প্ৰতিশোধ লবলৈ গ'লে ভয়াবহতাৰ সৃষ্টি অনিবাৰ্য্য যেনেকৈ তুমি সেই বিষয় শিৰোগত কৰি মোকো সেই পথ অনুসৰণ কৰিবলৈ, নিচপথে পৰিচালিত কৰিবলৈ প্ৰয়াস পাইছিলা। ঠিক তেনেকৈ আমাৰ ভৱিষ্যৎ বংশধৰেও এনে নীতি অনুসৰণ কৰি বিশৃঙ্খল হৈ পৰিব আৰু তাৰ পৰিণাম হত্যা আৰু আত্মহত্যা। মুক্ত যৌন নিৰ্ব্বিচাৰ জীৱনৰ বাবে প্ৰতিদিন ঘটি আছে

এনে ঘটনা। বিশেষকৈ আমেৰিকাত আৰু এনেহলে সমাজত সভ্যতা নিঃশেষ হৈ স্বৰ্গীয় প্ৰেমৰ ঠাইত ধৰ্ষণ আৰু হৃব লুণ্ঠন। সমাজত বিয়পিব ঘৃণা, জ্যেষ্ঠজনৰ প্ৰতি কৰিব অৱজ্ঞা। মই সংশোধন বিচাৰো, ত্যাগ, সংযম, নৈতিকতা, আধ্যাত্মিক সাধনাৰে যাৰ ফলত মানুহে পাৰ্থিব বস্তু হেৰুৱালেও সমাজ আৰু আৰাধ্য দেৱতাক নেহেৰুৱাই জীৱনৰ অন্তিম ক্ষণটোলৈকে আধ্যাত্মিক সাধনাৰ বলত শান্তিৰে বাস কৰিব পাৰে।

গভীৰভাৱে অনুতপ্ত হৈ পলাশে ব্যক্ত কৰিলে "ৰুণু এইবোৰ জিতেন্দ্ৰীয়, ৰিপুদমন কৰি গাম্ভিৰ্য্যপূৰ্ণ মহান শিক্ষা গৃহত পিতৃ-মাতৃ, স্কুলত, গুৰু সমাজৰ বিজ্ঞজনে বহু পূৰ্বেই বাল্য কালতে দিব লাগিছিল। এতিয়াতো জোৰপুৰি হাত পালেহি।

"শুনা পলাশদা এতিয়াও সময় পাৰ হৈ যোৱা নাই, অভিজ্ঞতা বৰ ডাঙৰ সম্পদ, ধৰ্ম্ম, ত্যাগ, সংযম সংস্কাৰপূৰ্ণ বান্ধোনেৰে আদিম বৰ্বৰতাক ৰোধ কৰি মানুহে আইন শৃঙ্খলাৰে সভ্য জগতৰ সৃষ্টি কৰিছে। বাকী বদগুণ প্ৰতিহিংসাৰে প্ৰতিৰোধ কৰা নাযায়, পশুত্বৰে কাম সমাধা নহয়। মানৱীয় গুণ সতীত্বৰেহে মহত্ব আনিব পাৰি সঁচাকৈয়ে, তথাপি মই এতিয়াও কওঁ মইও পৃথিৱী জননীৰ অংশ স্বৰূপা, পৃথিৱীৰ বুকুত যিমান অত্যাচাৰ কৰা জননীয়ে সহি যায়। ময়ো সকলো ভাল বেয়া সহি সামৰি লওঁ মাতৃৰূপে। চোৱাঁ পলাশ, মোৰ দৰে এগৰাকী সাধাৰণ নাৰীৰ জীৱন যৌৱনৰ কথা বাদ দিয়া, তুমি এতিয়া এগৰাকী পঢ়া-শুনা ধুনীয়া ছোৱালী ভৱিষ্যৎ মঙ্গলৰ বাবে বিয়া কৰাই আনিবা। দুয়োখন ঘৰৰ ভৱিষ্যৎ হ'লা তুমি । গতিকে তুমি এতিয়াৰ পৰা সংযমী হোৱা। তোমাৰতো একো অভাৱ নাই পলাশদা।

পলাশে ৰুণুৰ স্বৰ্গীয় সতেজতাৰে ভৰা কোলাৰ পৰা উঠি নিস্পাপ অন্তৰৰ অধিকাৰী দেৱীস্বৰূপা ৰুণুলৈ গভীৰ সিক্ত নয়নেৰে চাই অনুশোচনাৰে জনালে— জানা ৰুণু অভাৱ একমাত্ৰ সৎ চৰিত্ৰৰ । এই অসৎ চৰিত্ৰৰ কুফলক ধন, দৌলত, যৌৱন, জীৱন, আইন-কানুন অথবা পৰিয়াল পৰিজনে কোনেও আৰু ঘূৰাই দিব নোৱাৰে।

মই পাৰিম পলাশদা। ৰুণু যেন পলাশৰ দুখত দুখি হৈ সমস্যা সমাধানৰ বাবে সাজু হ'ল।

পলাশে অনুতপ্ত হৈ জনালে— কেতিয়াও নোৱাৰা ৰুণু । হেৰোৱা জীৱনৰ অমূল্য সম্পদ যৌৱনক তুমি কেতিয়াও ঘূৰাই দিব নোৱাৰা ৰুণু ।

বুজিছো তুমি মোৰ বাবে ভয় কৰিছা নহয় জানো পলাশদা। তুমি ভাবিছা, তোমাৰ নতুন পত্নী আহিলে নিষ্ঠুৰ নিয়তীৰ দৰে মই তোমাৰ বদনাম নৱ পৰিণিতাক লগাই দি তোমাৰ বিবাহিত জীৱনত জুই জ্বলাই ধ্বংস কৰি দিম। ওহোঁ মিছা কথা মোৰ নিচিনা সহনশীলা আজীৱন পৰৰ হিতাকাঙ্খীয়ে কেতিয়াও সেই পৰিণতিৰে দুখন ঘৰ ধ্বংস

ৰূপত পৰিণত নকৰে। তোমাৰ ভৰিত ধৰি মই প্ৰতিজ্ঞা কৰিছো পলাশদা, লাগিলে তোমাৰ সুখৰ বাবে মই বিহ খাই আত্মহত্যা কৰিম। পলাশৰ ভৰি দুটাত সাৱতি ধৰিলে দৃঢ় প্ৰতিশ্ৰুতিৰে ৰুণুৱে।

পলাশে এতিয়াহে যেন সংজ্ঞা ঘূৰাই পালে পুৰুষতকৈ দুৰ্বল বুলি ভবা নাৰীৰ মাজত ইমান সুক্ষ্ম অনুভূতি সম্পনা সহনশীল। পৰৰবাবে জীৱন উৎসৰ্গা কৰিব পৰা মহিয়সী নাৰী আছে, যাক পুৰুষে ক্ষন্তেকীয়া সুখৰ উপভোগৰে দমনেৰে পৃথিৱীত শান্তি, সৌন্দৰ্য্য ধ্বংস কৰি দুখ দুৰ্দশাৰ প্লাৱন বোৱাই দিছে। সি ৰুণুক দুবাহুত ধৰি উঠাই ল'লে। তাৰ চকুৰ আগত ভাঁহি উঠিল ৰুণু যেন এগৰাকী চিৰপূজ্য চিৰনমস্য স্বৰ্গস্থিতা কোনোবা এগৰাকী দেৱী। সেইয়ে সি সভক্তিৰে জনালে ৰুণু, তুমি মোৰ বাইদেউ নহয়— উপদেশত তুমি মোৰ মাতৃ তুল্য। নিজৰ মা, দেউতাই ইমানেই মৰম কৰিলে যে সামান্যতম অভাৱ মই অনুভৱ নকৰিলোঁ। লাগ বুলিলেই কোনো প্ৰশ্ন নাই কিহৰ বাবে খৰচ কৰিবলৈ টকা লাগে। দেউতাই জেপৰ পৰা, সৰহীয়া হলে মায়ে বাকচৰ পৰা যিমান ধন লাগে উলিয়াই দিয়ে। তেওঁলোকৰ ভাব মই ধনীৰ দুলাল, ধনৰ বাবে আনৰ সন্মুখত হেয় হ'ব নালাগিব আৰু ইচ্ছামতে স্ফূৰ্তি কৰি মনে বিচৰা বস্তু পাব পাৰোঁ। সেইয়ে মই টকাৰ জোৰত সকলো বস্তু ল'ব পৰা হলোঁ। সদায় নিজকে সম্ভ্ৰান্ত বুলি ভবা ধনী পৰিয়ালৰ লোকৰ ল'ৰা-ছোৱালীয়ে পঢ়া ভিতৰ ফোপালা উচ্চ মানদণ্ড স্কুলৰ হোষ্টেলত থাকি পঢ়ি সাধাৰণ মানুহো যে মানুহ হয় তাক বুজিব নোৱাৰিলো। যৌৱনৰ মিছা গৰ্বত ছোৱালী বুলিলেই সম্ভোগৰ পাত্ৰী বুলি ভবা হলোঁ ধনৰ বলত আইন, শৃঙ্খলা, শক্তি নিজৰ কবলত আছে বুলি ভাৰ্বি, দেউতা এজন প্ৰভাৱশালী লোক গতিকে কোনেও মোক দোষ দিবলৈ, গাত হাত দিয়াৰ ক্ষমতা নাই বুলি মিছা অহঙ্কাৰত ফুলি পৰিলোঁ। প্ৰতি সাজতে আমিষ ভোজন কৰি শাৰিৰীক, মানসিক উত্তেজনা বঢ়াই গলোঁ। কিন্তু তাৰ পৰিণাম এতিয়া মোৰ অক্ষমতাক, মোৰ হতাশাক মোৰ সমীপ মৃত্যু দূতক কোনো ক্ষমতা শক্তি, ধন জনে কোনোপধ্যে প্ৰতিৰোধ কৰিব নোৱাৰে আৰু ৰুণু। চোৱা ৰুণু তুমি মোৰ মাতৃ তুল্য, তুমি মোক ক্ষমা নকৰিলে মোৰ আত্মাই চিৰশান্তি কেতিয়াও লভিব নোৱাৰিব।

ৰুণুৰ দুৰ্ভগীয়া কোমল অন্তৰখন কান্দি উঠিল পলাশৰ আত্মসমৰ্পণ আৰু অনুশোচনাত দহি পুৰি মৰা হৃদয়লৈ অনুকম্পা আহি পৰিল ৰুণুৰ। দুখত দৰদি ৰুণুৰ সমবেদনাত অজানিতে দুধাৰি চকুলো বৈ আহিল। তাই চকুলো আচলেৰে মচি লৈ বাধা দি কলে — চোৱাঁ পলাশদা, ব্যক্তিগতভাৱে তোমাৰ ওপৰত মোৰ কোনো ঘৃণা নাই। কিন্তু সামূহিকভাৱে মোৰ আক্ৰোশ আৰু ঘৃণা, যিসকলে মুখা পিন্ধি মিছা আভিজাত্য দেখুৱাই অভিজ্ঞতাহীন ল'ৰা-ছোৱালীক-যুৱৰ ওপৰত স্থান দি নৈতিকতাৰ অভাৱত সিহঁতৰ

ভৱিষ্যৎ ধ্বংস হলেও চকু মুদি সিহঁতক ৰক্ষণা-বেক্ষণ দি সমাজ ধ্বংস কৰে, দুস্প্ৰাপ্য নিকা চৰিত্ৰ গঠনত সংযম ত্যাগ, আধ্যাত্মিক সাধনাক জীৱনৰ ব্ৰত কৰিবলৈ আহৰি নিদিয়ে। কেৱল অনিৰ্বাচনীয় কিতাপ, টেলিভিশ্যন চিনেমাত ব্ৰতী হয় সি সাধাৰণতে মতিচ্ছন্ন, ধন আৰু নাৰীৰ প্ৰতি আকৰ্ষিত হোৱাতো স্বাভাৱিক। তেনেবিলাকৰ ঘৰলৈ কোনোবা আহিলে তাক আদৰ কৰিবলৈ নিশিকে কেৱল নিজৰ ষ্টেণ্ডাৰ্দ আনতকৈ উন্নত দেখে। তেনেবোৰ ধৃতৰাষ্ট্ৰৰ দৰে অন্ধই তোমালোকৰ দৰে সামাজিক কালৰ সৃষ্টি কৰ্ত্তা।

তুমি সত্য কথা কৈছা কণু কিন্তু সমাজ সংস্কাৰ কৰিবলৈ মোৰ জীৱনৰ ক্ষণ যেন হেৰাই গ'ল। গতিকে মৃত্যুৱেই মোৰ ইহ জীৱনত প্ৰায়শ্চিত্ত হওঁক।

কণুৱে দৃঢ়তাৰে জনালে তেনেকৈ নকবা পলাশদা। তোমাৰ ধন আছে, যৌৱন আছে গতিকে জীৱন আছে মানে সকলো আছে।

কণু তোমাৰ এখন বিশাল সংস্কাৰপূৰ্ণ এটা পৱিত্ৰ মন আছে— সততা, দৃঢ়তা আছে তেন্তে নিজকে তুচ্ছ বুলি সঙ্কোচিত হৈ পৰিছা কিয়? তুমি সমাজ গঢ়া কণুবা।

কণুৱে অনুশোচনাৰে জনালে— সমাজ গঢ়িবলৈ মোৰ জীৱনৰ মূল বস্তু নিকা চৰিত্ৰ আৰু দৈহিক পৱিত্ৰতাখিনিকেই হেৰুৱাই পেলালো কালৰ কৰাল গ্ৰাসত। সংজ্ঞাহীন সমাজত দুখীয়া, দুৰ্ভগীয়া পৰিয়ালত জনমলৈ পৰৰ বান্দী হোৱাতেই মোৰ বাবে কালৰ কুটিল পৰিহাস। দীঘল হুমুনিয়াহ এটা কাঢ়ি নিজৰ অক্ষমতাকে মানি ল'লে কণুৱে ? শান্তনা দিবলৈ সকাহ পালে পলাশে— সেইবোৰ পাহৰি যোৱা কণু।

চোৱাঁ পলাশদা, সুকোমল হৃদয়ত গুলী লাগি থান-বান হৈ যোৱাৰ পাছত আনটো গুলী শিৰ পাতিলৈ মৃত্যুক সাৱতি লোৱাতো বাঞ্চনীয় নহ'লে সেই মৃত্যুমুখী প্ৰাণৰ বেদনা অসহনীয় বা চেতনাহীন অলাগতিয়াল জীৱনৰ দায়িত্ব কোনেও বহন নকৰে। মই আত্মহত্যাক ঘৃণনীয় কাপুৰুষৰ লক্ষণ বুলি ভাবোঁ। যি সমস্যাক প্ৰতিৰোধ কৰিব নোৱাৰি জীৱনত পৰাজয় বৰণ কৰি নিজৰ লগতে সমাজক ঠগি আত্মাক হত্যা কৰে। তাৰ সমান মহাপাপী, দুৰ্ভগীয়া, পলায়নবাদী, প্ৰৱঞ্চক, বিশ্বাসঘাটকী ত্ৰিলোকত নাই। চোৱাঁ পলাশদা, মোৰ কিন্তু সমাজত সুখ-শান্তিৰ প্ৰতি প্ৰলোভন নাই। সেইয়ে নিজৰ ওপৰত শাৰিৰীক কষ্ট নিজেই জাপিলৈ প্ৰয়োজন অধিক কৰ্মত ব্যস্ত থাকি ৰাতি উজাগৰে কটাই দি একমাত্ৰ ভগৱানৰ চিন্তাত নিমগ্ন হৈ পঞ্চভুতৰ দ্বাৰা নিৰ্ম্মিত শৰীৰক পঞ্চভুত বিলীন কৰি দিবলৈ ওলাইছো পলাশদা।

কিন্তু কিয় কণু— পলাশে তাৰ সেমেকা চকুযুৰি মচি ল'লে।

চোৱাঁ পলাশ, যি জীৱনত সত্য প্ৰেম, পৱিত্ৰতা নাই, স্বাধীনতা নাই, সতীত্ব নাই, সমাজৰ সমবেদনা নাই, মুখ খুলি সত্যক প্ৰকাশ কৰাৰ স্থল, অধিকাৰ নাই, সদায়

কাৰোবাৰ আদেশ, অনুগ্ৰহত জীয়াই থাকিব লগা হয় তেনৈ জীৱনৰ মূল্য বা মাৰ্য্যদা ক'ত ? পৰাধীন হৈ মাৰ্য্যাদাহীন হৈ জীয়াই থকাতকৈ মৃত্যুৱেই শ্ৰেয়— পলাশদা।

পলাশে বেদনাসিক্ত কণ্ঠে ক'লে— আজি মোৰ নিচাত্মিকা কু-কৰ্ম্মৰ বাবে তুমিও প্ৰস্তাইছা ৰুণু, কুকুৰে এবাৰ কামুৰি মুখত তেজ পালে বাৰে বাৰে মানুহ কামোৰৰ দৰে মইও যৌনতাৰ নগ্নৰূপ এবাৰ পশুত্বৰে উপভোগ কৰি বাৰে বাৰে চৰিতাৰ্থ কৰি মোৰ নিজৰ লগতে তোমাৰ জীৱন বিপন্ন কৰি দিলোঁ। আজি যেন জীৱনৰ সৰ্ব্বস্ব সুখ-শান্তি হেৰুৱাই যৌন ৰোগত ভূগী তিল তিলকৈ মৃত্যুক সাৱতি ল'বলৈ আগবাঢ়িছোঁ। কিন্তু মোৰ শপত ৰুণু, তুমি কিন্তু এই পৃথিৱীত জীয়াই থাকিবই লাগিব অন্ততঃ সমাজ সংস্কাৰৰ বাবেই।

মই তোমাক অন্তৰৰ পৰা ক্ষমা কৰি দিছোঁ পলাশ। চোৱাঁ পলাশদা, যিদিনাই মোৰ মতৰ বিৰুদ্ধে তোমাৰ দেউতা-মাৰ চলনাত পৰি মাযে ধৰ্ম্মেশ্বৰলৈ জোৰ কৰি মোক বিয়া দিছিল সিদিনাই মই মনৰ স্বাধীনতা হেৰোৱাই জীৱনৰ মত, শান্তি, সুখ, বিসৰ্জ্জন দি পৰৰ হাঁহি আৰু মনোকামনাৰ বাবে জীৱন উৎসৰ্গা কৰি শামুকৰ খোলাৰ মাজত আত্মাটো সুমুৱাই ৰাখিছোঁ। গতিকে পলাশদা— তোমাৰ জীৱন মধুময় কৰি তোলাটো মোৰ প্ৰতিশ্ৰুতি। মই বুজিছো তোমাৰ উদাসিনতাৰ একমাত্ৰ কাৰণ হ'ল মানসীয়ে তোমাৰ আত্মসম্মানত আঘাত কৰি তোমাক প্ৰত্যাখ্যান কৰিছে কিন্তু মই মিছাক প্ৰশ্ৰয় দি হলেও তোমাৰ মহানতা, পৱিত্ৰতাৰ বিষয়ে কৈ তেওঁক তোমাৰ লগত বিবাহ পাশত আবদ্ধ কৰায় তোমাৰ জীৱন মঙ্গলময় কৰি তুলিম, ই মোৰ প্ৰতিশ্ৰুতি পলাশদা। মাথোঁ তুমি মোক এবাৰ মানসীৰ কাষলৈ লৈ ব'লা।

পলাশৰ শিলাময় পাষাণ হৃদয়খন সম্পূৰ্ণ গলি গ'ল। সি আৰু মাতৃতুল্য ৰুণুৰ সন্মুখত কিবা গোপন কৰাৰ অৰ্থ বিচাৰি নাপালে। অন্তত অৱশ্যাম্ভাৱি মৃত্যুৰ পূৰ্বে সত্য প্ৰকাশ কৰি আত্মাক মুক্ত কৰাতো বাঞ্চনীয়। তাকে ভাবি সি ক'লে— মই আৰু নিস্পাপ শুভাকাঙ্খী মৰম আকলুৱা মানসীৰ সন্মুখত মুখ উলিয়াৰ যোগ্যতা হেৰুৱাই পেলাইছোঁ ৰুণু। সেইয়ে- এই জীৱ আৰাধ্য অমূল্য জীৱন শেষ কৰি দিবলৈ ওলাইছো ৰুণু।

কিন্তু কিয় পলাশদা ?

তুমি মোক ক্ষমা কৰিবাতো ৰুণু ?

চোৱাঁ পলাশদা, মই মোৰ সত্বাক ভগৱানৰ লগত ইতিমধ্যে বিলীন কৰি দি তোমাক ক্ষমা কৰিছোঁ। মুঠতে তোমাৰ যি ক'ব লগা আছে নিশ্চিন্তে কোৱাঁ মোক। এতিয়া আৰু সংসাৰৰ কোনো দুখ বেদনাই মোৰ অন্তৰত আঘাত হানিব নোৱাৰে।

বেয়া যেন নাপাবা ৰুণু— মানে মই সিদিনা মানসীক ফুচুলাই নি পেৰিচ হোটেলৰ বন্ধ কোঠাত সম্ভোগ কৰি ওলাই আহোঁতে মোৰ বাল্য বন্ধু ডাক্তৰ ৰাজীৱ কলিতাই পাই ধৰ্মেশ্বৰৰ মৃত্যুৰ কাৰণ মোক সবিশেষ ক'লে।

সচকিত হৈ পৰিল ৰুণু। মাৰ মৃত্যুৰ বাবেই অভাৱনীয় শোকত হাৰ্ট এটেক কৰিতো মোৰ স্বামীৰ মৃত্যু ঘটিল।

পলাশে নিজকে প্ৰস্তুত কৰি ক'লে— নহয় ৰুণু।

তেনেহ'লে পলাশদা— অপলক নয়নে চাই ৰ'ল পলাশৰ মুখলৈ ৰুণুৱে।

শুনা ৰুণু ধৰ্মেশ্বৰে নিজৰ চৰিত্ৰৰ দুৰ্বলতাৰ বিষযে ডাক্তৰ ৰাজীৱ কলিতাক জনাইছিল। এবাৰ হেনো তেওঁ অভয়াৰণ্য চাবলৈ গৈ হোটেলত এজনী পৰ্য্যটককাৰিনী বুলি পৰিচয় দিয়া ষ্ট্ৰীট গাৰ্লৰ লগত নিশা কটাইছিল। যেনেকৈয়ে নহওঁক তেওঁৰ গালৈ এইচ আই ভিৰ বীজাণু সম্প্ৰসাৰিত হ'ল। তোমাৰ মা মৰিবৰ সময়ত ধৰ্মেশ্বৰে তেজ দিবলৈ গৈ ৰক্ত পৰীক্ষা কৰোঁতে তাৰ ব্লাডত ধৰা পৰিল ছেৰোলজিকেল পজিটিভ মানে এইচ আই ভি পজিটিভ বুলি।

অনুত্তেজিত ৰুণুৱে স্বাভাৱিকভাৱেই ক'লে— বচ হ'ব পলাশ আৰু সেইয়ে মোক বচাবলৈ কু-কৰ্ম্মক লুকুৱাবলৈ গৈ আত্ম অনুশোচনাৰে গ্লানিৰে ধৰ্মেশ্বৰ নামৰ মানুহটোৱে আত্মহত্যা কৰিলে নহয় জানো ?

অপৰিৱৰ্ত্তিত ৰুণুৰ মুখখনলৈ চাই পলাশে গভীৰ নিশ্বাস এটা পেলাই কলে— হয ৰুণু।

ৰুণুৱে এইবাৰ ক্ষোভভৰা মাতেৰে ক'লে— কিন্তু তাৰ প্ৰতিফল মোৰ গালৈ বীজাণুৰ প্ৰেৰণ আৰু মোৰ গাৰ পৰা তুমি কৰি ল'লা তোমাৰ গালৈ সম্প্ৰসাৰণ নহয় জানো আৰু তাৰ পৰিণাম ভুগিছে নিষ্পাপ নিষ্কলুষ পৱিত্ৰ উদীয়মান হাস্যময়ী জীৱনত চিৰ-সুখ, চিৰ প্ৰফুল্লতা প্ৰয়াসি মধুময়ী মানসীয়ে— নহয় জানো ?

অজানিতে এই গুপ্তৰোগৰ বীজাণু সম্প্ৰসাৰিত হৈ গ'ল— ৰুণু তলমূৰকৈ অন্তৰৰ বেদনাৰে জনালে পলাশে।

ৰুণুৱে দৃঢ়তাৰে ক'লে— কেতিয়াও হ'ব নোৱাৰে পলাশ। ক্ষন্তেকীয়া সুখ উপভোগৰ ছায়াঁবাজিত গুপুতে উপভোগ কৰি মহাপাপ অৰ্জন কৰাতো অজানিত বুলি কোৱা নাযায় পলাশ। জানি শুনি চৰিত্ৰহীনভাৱে কৰা কাৰ্যৰ প্ৰতিফল আজি হাতে হাতে পালা তুমি। ভয় মোৰ সমাজক গ্ৰাস কৰিব খোজা ভয়াৱহ এইড্ছ ৰোগলৈ, মোৰ মৃত্যুলৈ কিন্তু অকণো ভয় নাই।

পলাশে ৰুণুৰ অম্লান মুখখনলৈ চাই আচৰ্য্য প্ৰকাশ কৰিলে— ৰুণু, তুমি ইমান সহজে নিৰ্ভয়ে সমাগত ভয়ঙ্কৰ মৃত্যুৰ সঙ্কটকো হজম কৰি লব পাৰিবা বুলি মোৰ বিশ্বাস নাছিল মই ভাবিছিলোঁ .

ভাবিবলৈ আৰু আছে কি ? চৰম ত্যাগৰ মহিমাৰে পৱিত্ৰৰূপে নিজ আত্মাক পৰমাত্মাত বিলীন কৰিব খোজা লোকৰ মৃত্যুলৈ আৰু কি ভয় ? তুমি ইমানখিনি কথাৰ অৱতাৰণা নকৰাকৈ মুঠ কথাটো কৈ থোৱা হলেই হ'লহেঁতেন। জানি শুনি ভুল কৰি নিজৰ জীৱনৰ ওপৰত যৌন উৎপীড়ন কৰি উশৃঙ্খলতাৰ অন্তত অনুশোচনা কৰি লাভ হব কি ? এতিয়া আৰু যাতে সমাজখন পঙ্গু নহয় মৃত্যুমুখী মহামাৰী ভয়াৱহ দুৰাৰোগ্য এইড্ছৰ বীজাণু আৰু যাতে কালৈও বিয়পিব নোৱাৰে তাৰ বাবে তিক্ত অভিজ্ঞতাৰে জীৱনৰ বাকী কম সময়ছোৱা ব্যয় কৰা পলাশ, সমাজ সেৱাত ব্ৰতী হৈ ।

মই আৰু নোৱাৰোঁ ৰুণু। মোৰ অক্ষম মস্তিষ্কই এতিয়া মৃত্যুক সাৱতি লবলৈ উদবাউলহৈ পৰিছে। আচলতে চোৱাঁ ৰুণু চৰিত্ৰ হ'ল মানৱ জীৱনৰ প্ৰধান অলঙ্কাৰ-চৰিত্ৰহীন লোক সমাজত তুচ্ছ জীৱ গতিকে এইড্ছ ৰোগ মোৰ গাত ধৰা পৰা মানে মই কালিলৈ পিতৃ মাতৃৰ সন্মুখত সমাজত কেনেকৈ দুঃচৰিত্ৰৰ নিচ চৰিত্ৰহীন লোক বুলি মুখ দেখুৱাম বাৰু ? তাৰ আগতেই মৃত্যুবৰণ কৰাটো ৱেই শ্ৰেয়।

দৃঢ় কণ্ঠে জনালে ৰুণুৱে— পলাশ সমাজত মৃত্যু, পাপ বিয়পাই এতিয়া পৰিত্ৰাণৰ নামত মৃত্যুক সাৱতি ললে অক্ষমনীয় অপৰাধত, মহাপাপত পৰি তুমি প্ৰেতাত্মা হ্বা। সমাজে তোমাক ক্ষমা নকৰে। বদনাম তোমাৰ চিৰকাল পৃথিৱীত থাকি যাব আৰু চোৱাঁ পলাশ তুমি দায়িত্ব এৰি যাবা ঠিকেই কিন্তু মোৰ এতিয়া তিনিমাহ হ'ল— মাহেকীয়া বন্ধ।

পলাশ উচপ খাই উঠিল। চকু থৰহৈ ৰ'ল। বিহ্বলভাৱে সুধিলে পলাশে— তাৰমানে তুমি অন্তঃসত্বা ???

হয় পলাশ। ইয়াৰ বাবে ধৰ্মেশ্বৰৰ লগতে তুমিও সমানে দায়ী। শুনা পলাশ কেৱল ময়ে নহয় মানসীও একে পথৰে যাত্ৰী হব। গতিকে মই আৰু মানসীয়ে নিজৰ জীৱনৰ লগতে আগন্তুক নৱজাতকক হত্যা কৰি নৰকত পৰিব নোৱাৰোঁ। এইবাৰ ৰুণুৱে গভীৰ চিন্তাৰে ক'লে— এটা কাম কৰা চোৱাঁ পলাশ।

পলাশে অবোধ শিশুৰ দৰে মাতৃতুল্য ৰুণুলৈ চাই ৰ'ল— কোৱাঁ ৰুণুবা।

ধৰ্মেশ্বৰ কাইৰ দোহাইদি মই তোমাক মোৰ ফালৰ পৰা নিৰ্দোষী কৰি ৰাখিম প্ৰতিশ্ৰুতি মোৰ। কিন্তু পাপ কাম লুকাই চুৰি কৰি কৰিলেও সত্যৰ এদিন উদ্ভাৱণ হবই। তুমি মানসীৰ আগত সঁচা কাহিনী কেতিয়াও লুকুৱাব নোৱাৰিবা। অন্ততঃ তাইৰ নিষ্পাপ মোহনীয় হাস্যময়ী জীৱনটো ৰক্ষা কৰিবলৈ চেষ্টা কৰা। বিশেষজ্ঞ কোনোবা ৰিচাৰ্চ

স্কন্সাৰৰ লগত পৰামৰ্শ কৰা। নতুন আৱিষ্কাৰেৰে নিষ্পাপ জীৱন বক্ষা কৰিব পৰা হয়তো হবও পাৰে

গভীৰ বেদনাৰে জনালে পলাশে– মই জানো ইয়াৰ কোনো প্ৰতিকাৰ নাই। এইড্ছ্‌ভোগা লোকৰ অকাল মৃত্যু অনিবাৰ্য্য তথাপি

হঠাৎ বাহিৰৰ খোলা দুৱাৰখনেদি অসময়ত চন্দ্ৰ চৰণ ডেকা আৰু বিৰলা সোমায় আহিল।

পলাশ আৰু ৰুণু পাৰহীন দুখ সাগৰত উটি ভাঁহি ঘুৰিছে তেতিয়া। দুয়োৰে ক্ষীণ দৃষ্টিৰে নয়নত অশ্ৰুৰ বান।

পলাশৰ কোঠাত গুণ গুণনি শুনি দুয়ো সন্তৰ্পণে আগুৱাই আহিল। পলাশৰ কোঠাৰ দুৱাৰৰ পৰ্দাখন সাৱধানে দাঙি চাই দুয়োতাকে একেলগে বিছনাত সমানে বহি থকা দেখি আচৰিত হৈ বিৰলাই কঠোৰভাৱে মাত দিলে– ৰুণু, তই সৰু মালিকৰ লগত সমানে বিছনাত বহি ।

পলাশে বাধা দিলে– ৰুণুক মই মোৰ কাষত বহিবলৈ অধিকাৰ দিছো মা।

ৰুণুৱে ঘপহকে বহাৰ পৰা উঠি এখন ঘৃণীয় মান সংসাৰৰ পৰা কৃত্ৰিম সংসাৰলৈ ঘূৰি আহি সুধিলে– আজি ইমান সোনকালে ঘূৰি আহিল যে ছাৰ-বাইদেউ

বিৰলাই নিজকে অকণমান সুস্থিৰ কৰি লৈ ক'লে– আজি আমাৰ ক্লাবৰ গ্ৰেটেষ্ট মেনেজাৰজন মৰিলে হঠাতে ষ্ট্ৰক হৈ।

চকু জলক-তবক কৰা ডেকাই কিনো ঘটিছে চিন্তা কৰিবৰ অৱকাশ নাপায় পুতেকৰ সম্মুখত নিজ বদ অভ্যাসৰ কথা ধৰা পৰাৰ ভয়ত বিৰলাৰ হাতত ধৰি টানিলে। বাদ দিয়াহে এইবোৰ। মোৰ বিছনাখন ৰুণুক ঠিক কৰি দিবলৈ কোৱাঁ। আজি কিন্তু মই ভাত নাখাওঁ।

পলাশ আৰু ৰুণুৰ বৈ অহা চকুপানীৰ ধাৰালৈ চাই বিৰলাই নিজৰ ৰঙা পৰি অহা চকুযোৰ মোহাৰি মোহাৰি ক'লে– তহঁতি বেয়া পাইছ আমাক দেখি। নহয় অ' পাপাৰৰ গাতো ভাল নাই সেইবাবেহে ভাত নাখাওঁ বুলি কৈছে বুজিছ।

ৰুণু ওলাই আহিল পলাশৰ কোঠাৰ পৰা।

পলাশে নিজৰ কোঠাৰ লাইটৰ চুইচটো অফ কৰি দি আন্ধাৰৰ মাজত আৱদ্ধ হৈ পৰিল সেই সময়ত।

প্ৰাকৃতিক দুৰ্য্যোগৰ ভয়ত যেন প্ৰাণী জগত আৱদ্ধ হৈ পৰিল একো একোডোখৰ ঠেক ঠাইত।

দুজন যুৱকৰ চিনাকী মাত শুনি পলাশে ৰিক্সাবালাটোক ক'লে— এই ৰিক্সাৱালা অলপ ৰ'চোন।

ৰিক্সাখন ৰখালত পলাশে ঘূৰি চায় দেখা পালে পাণ গুমতিটোৰ সন্মুখত সেইয়া বন্ধু ইকবাল আৰু এলবাৰ্ট।

দুযোটা বন্ধু আগবাঢ়ি আহি সুধিলে— আৰে হাঁইঠা মাটিত পৰিল যে। হ'ল কি দোস্ত গাড়ী এৰি ৰিক্সাত উঠিলিযে ?

সেমেকা মাতেৰে উত্তৰ দিলে পলাশে— কিয় ৰিক্সাত উঠিব নাপায় নেকি ?

এলবাৰ্টে সুধিলে আৰে দোস্ত যাব ক'ত ?

জানইতো বিয়াৰ কথা চলি আছে— পলাশে লাহেঁকৈ জনালে।

বুজিছো চুপ কৰি মানসীক লগ কৰিবলৈ যাব নহয় জানো। কৈয়ে ইকাবালে দিলে হা হা হাঁকৈ হাঁহি স্ফূৰ্ত্তিতে ।

কওঁ নকওঁকৈ জনালে পলাশে— মানে বিয়াৰ ডেটটো অলপ পিচুৱাই দিবলৈ যাওঁ বুজিছ্।

কথা শুনি এইবাৰ এলবাৰ্টে দিলে হা হা হাঁকৈ হাঁহি। লোকে বিয়াৰ দিন আগুৱাই তই আকৌ ন যোৱান হৈ পিচুৱাব। বাৰু শহুৰ বাৰিলৈ ভাবি জোঁৱাই হৈ এনেকৈ যাব নেকি— কচোন, নামি আহচোন— হাতত ধৰি পলাশক নমাই আনিলে ৰিক্সাৰ পৰা। ব'ল গা টনকিয়াল কৰি আমিও যাওঁ তোৰ লগতে।

হেইত বাদ দে আজি । মোৰ লগত কি যাবি আনদিনা লৈ যাম বাৰু তহঁতক মোৰ লগত— পলাশে দুয়ো উত্তেজক বন্ধুক লগ এৰাৰ মানেসেৰে ক'লে।

বাদ দে টেক্সিৰ ভাড়া মই দিম হ'লতো— ইকবালে ক'লে।

ভাড়াটো মোৰ পকেটত আছে ইকবাল।

তেনেহ'লে কিহৰ চিন্তা— লগে লগে এলবাৰ্টে জেপৰ পৰা টকা দহটা উলিয়াই

ৰিক্সাৱালাৰ হাতত গুজি বিদায় দি পলাশৰ কান্ধত ধৰি প্ৰায় জোৰকৈয়ে লৈ গ'ল অন্যফালে।

যাৱি ক'ত এতিয়া ক'চোন এলবাৰ্ট— পলাশে অস্বস্তি বোধ কৰি প্ৰশ্ন কৰিলে।

চা দোস্ত কেনিবা যোৱাৰ আগতে সাজুহৈ গ'লে নিজৰ তন মন নাচি থাকিব। শহুৰবাৰী গতিকে এলকোহল বৰ ভাল নহ'ব বিয়াৰ আগত গতিকে ড্ৰাগচকেই লৈ লওঁ ব'ল।

পলাশে জোৰকৈ বাধা দিলে— চা এলবাৰ্ট, শুন ইকবাল আজি মোৰ অকণো ভাল লগা নাই। প্লিজ কৈছো মোক বাদ দে। তহঁতিয়ে যা তাইৰ তালৈ। লাগিলে পইচা ময়ে দি দিম।

চা দোস্ত পলাশ, ইকবালৰ ফিফটি পাৰ্চেন্ট প্ৰফিট বিজনেচৰ টকা থবলৈ ঠাই নাই আৰু মোৰ কন্ট্ৰেকৰ ফলছ্ বিলৰ টকা বিলাবলৈ ঠাই পোৱা নাই। তোৰতো দেউতাৰৰ দুখীয়া-সুখীয়া মক্কেলৰ টকাহে এতিয়া থৈদে। এগ্ৰিকালচাৰ ডিৰ্পাটমেণ্টৰ চাকৰিলৈ যেতিয়া ৰজা বনিবি তেতিয়া বেলেগ কথা। আচলতে কি জান অকলে এটা ল'লে, দৌৰটো বাঢ়ি যায়— ভগাই ল'লে সমানে উত্তেজনা বাঢ়িলে আৰু কামবোৰত মজা আহে জান ব'ল— সিহঁতে পলাশক লৈ আনি এটা জুপুৰি ঘৰত সোমালহি।

মাত দিলে ইকবালে— নাৰ্চ বাইদেউ।

ওলাই আহিল এজনী মুখত কামোৰ হেন ক'লা দাগ থকা চুলিবোৰ আধাতে ফান কটা মাৰ যোৱা যৌৱনক ওঁঠৰ টিকটিকিয়া ৰঙা লিপিষ্টিকবোৰে ধৰি ৰাখিব খোজা নাইটি পিন্ধা ওলমি পৰা স্তন যুগলৰ প্ৰৌঢ়া মানুহজনী। তাই দুষ্ট চকুহালেৰে কেউটালৈ চাই কৃত্ৰিম হাঁহি এটা মাৰিলে— অ' তোমালোক আহিলা। এইমাত্ৰ চপল সমীৰহঁত আহিছিল লগ পাইছিলা নেকি ?

নাই পোৱা— ইকবালে জনালে।

নিচাত্মিকা মনৰ মানুহজনীলৈ চাই আজি পলাশৰ বিতৃষ্ণা লাগি গ'ল। একোজনী নাৰীয়ে ল'ৰাক নিজৰ সন্তান বুলি ভাবি আৰ্দশৰ বাট দেখুৱাই তেনে এজনী মানুহেই কালৰূপ ধৰি আগবাঢ়ি অহা ভৱিষ্যতক ধ্বংস কৰি তৃষ্ণা পূৰায়।

খাবানে, ল'বানে, আমেজ কৰিবা, কোৱাঁ সোনকালে— মানুহজনীয়ে দুষ্ট হাঁহি বিৰিঙাই সুধিলে সিহঁতক।

এলবার্টে জনালে এতিয়া দিনত নাখাওঁ। তোমাৰ ভিতৰ কোঠালৈও নোসোমাওঁ এতিয়া মাত্র লওঁহে, ঘূৰি আহোঁতে দেখা যাব বাৰু।

মানুহজনী ঘপহকৈ ভিতৰলৈ সোমায় আহিল।

পলাশে কোঠাটোৰ চাৰিওফালে ঘূৰি চালে, বেৰত কতো ভগৱান কোনোবা জীৱ আনকি এটি দেৱ শিশুৰ প্ৰতিচ্ছবিও আঁৰা নাই। এই নিৰ্দ্দয় অধাৰ্মিক পাপালয়, যমালয় যেন লগা ঘৰতোৰ পৰা আজি এই মুহূৰ্ততে কেনেকৈ মুক্ত হব পাৰে তাৰেই চিন্তাত নিমগ্ন হ'ল পলাশ।

মানুহজনীয়ে টুৱেণ্টি এম এল চাইজ চিৰিঞ্জৰ ড্ৰাগচ ভৰা ইনজ্যেকশ্যনটো আনি ক'লে "মই দি দিমনে নিজে ল'বা।"

তুমি শিকাই দিয়া মতে লোৱাৰ অভ্যাস আছে আমাৰ দিয়া। আমাক খোৱা তুমি নিজৰ কাম কৰাঁগে। ভিতৰত কাষ্টমাৰে অপেক্ষা কৰি আছে নিশ্চয়। লোৱাঁ এয়া টকা এশ।

ওপৰৰ জেপৰ পৰা টকা শ উলিয়াই তাইৰ হাতত গুজি দি ইকবালে ইনজেকশ্যনৰ চিৰিঞ্জটো হাতত লৈ প্ৰথমে নীৰৱ দৰ্শকৰ দৰে অন্যমনস্কতাৰে বৈ থকা পলাশৰ চোলাৰ বুকুৰ বুটাম খুলি কাপোৰ নমাই বাহুটো উলিয়াই সুমুৱাই দিলে ইনজ্যেকশ্যন আৰু পাছত উলিয়াই আনি সাজু কৰি ৰখা এলবাৰ্টৰ বাহুত পুচ কৰি এলবাৰ্টৰ হাতত দিলে। এলৰ্বাটে ইকবালৰ বাহুটো উলিয়াই অৱশিষ্ট চিৰিঞ্জৰ ড্ৰাগচখিনি সুমুৱাই দিলে। তাৰ পাছত চিৰিঞ্জটো ভগা চকীখনৰ ওপৰতে থৈ ইকবালে মাত দিলে– বাইটি আহিছোঁ আমি।

ভিতৰ কোঠাৰ পৰ্দাখন ফাঁক কৰি কৃত্ৰিম ৰঙেৰে পৰিপূৰ্ণ মুখৰ কামাতুৰ এজনীয়ে মুখখন উলিয়াই হাঁহি বিৰিঙাই জনালে– আহকনা ভিতৰলৈ দিদি ভিতৰতে আছে।

এইবাৰ মানুহজনী ওলায় আহি পলাশৰ সন্মুখত বৈ ক'লে– ইটো ধনীৰ দুলাল আৰে দি যোৱাঁ আৰু অলপ।

বুকুৰ ধপ ধপনি বাঢ়ি অহা পলাশৰ শৰীৰটো উত্তেজনাত কঁপি উঠিল। তাৰ বন্ধুৰ ওপৰত নিজৰ জীৱনৰ ওপৰত ধিক্কাৰ জন্মি মানুহজনীক সাক্ষাত যমদূত যেন দেখি মাৰিলে এক পূৰ্ণহতীয়া চৰ মানুহজনীৰ গালত।

সকলো অবাক

এইবাৰ পলাশে উত্তেজিত কণ্ঠে ক'লে নৰকৰ কীট, যমৰাজ্যৰ পিশাঁচিনী, তই সমাজ সৃষ্টি কৰাতকৈ তিল তিলকৈ মৃত্যুৰ মুখলৈ ঠেলি দিছ।

নির্লজ্জ মানুহজনীয়ে নিজৰ গালখন হেঁচি ধৰি ক'লে– "ধনৰ বলত বৰ মানুহৰ ল'ৰা দেখুৱাইছ।" তহঁতি পঢ়িছ চার্টি ফিকেটতত লিখি দিয়া ডিগ্রী আৰু ধনৰ বাবে, জ্ঞানৰ বাবেতো নহয় বুজিছ। মগজ থকা হ'লে ভাল বস্তু খাই প্রয়োজন হ'লে দুজনী বিয়া কৰাই আৰামত দিন কটাব পাৰিলিহেঁতেন। নেদেখিছ এম চুব্বাই পাঁচজনী, জি আপঙে তিনিজনী বিয়া কৰায় মৌজ কৰি আছে তহঁতৰ মগজ নাই বাবেইতো গলিয়ে-জুপুৰিয়ে সোমায় কোটিপতি হোটেলৰ কোঠা ভাড়ালৈ সোমায় ফুৰিছ। তহঁতিও চৰকাৰক ঠগি, মানুহ ঠগি গাড়ী দালান লৈ ক্রৌড়পতি হৈছ। আমিও তহঁতৰ নিচিনা মূৰ্খৰ দুর্বলতাৰ সুযোগ গ্রহণ কৰি টকা ঘটিছোঁ। তোৰ মোৰ মাজত পার্থক্য একো নাই বুজিছ। বাহাদুৰি নেদেখুৱাবি।"

কি ক'লি, তই কাল শাখিনী– দুর্বল মগজুত উত্তেজনা বৃদ্ধি হৈ অহা পলাশ একো নাই যেন হৈ খঙত ভৰি উঠালেই মানুহজনীক গোৰ মাৰি দিবলৈ– একেগোৰে তোৰ বুকু ভাঙি দিম জনা নাই।

ৰক্ষীতা মানুহজনী পৰৰ সাহসত গর্বিতা হৈ অহঙ্কাৰ দেখুৱাই চিঞৰি উত্তৰ দিলে – তই মোক চৰিয়াবলৈ, গোৰিয়াবলৈ সাহস কৰিছ। যাচোন আগশাৰীৰ পৰিচিত তাড়িনীৰ ঘৈণীযেক তুনুমাক চৰিয়াগৈ। তাইৰ ঘৰত তোৰ নিচিনা চোঁচোৰাবোৰক নোপোঁচেই বুজিছ। আজি বম্বে, কালিলৈ দিল্লীলৈ প্লেনেৰে ঘূৰি ফুৰি ফাইভষ্টাৰ হোটেলত ৰেট কৰা তুনুমাৰ সঙ্গী হ'ল নামী দামী-ইঞ্জিনীয়াৰ, ইন্সপেক্টৰ, অফিচাৰ, বিধায়ক, মন্ত্রী আনকি নামি অভিনেতাও আছে বুজিছ।

ফেমাচ তুনুমাৰ কথা তেনেকৈ বেয়া ভাবত ক'লত পলাশৰ সঁচাকৈয়ে খঙ উঠি গ'ল – মুখ চম্ভালি কথা কবি বুজিছ শাখিনী। তুনুমা বাইদেউ সঙ্কট হাৰিণী বুলি জনাজাত কেলেঙ্কাৰীৰপৰা লোকক বচাওঁতা সংস্কৃতিৰ পূজাৰীক সম্বৰ্দ্ধনা জনাওঁতা। মুখিয়াল লোকৰ সোঁহাতস্বৰূপ পৰামর্শদাতা, শিল্পীমুখি গতিকে তেওঁক যিকোনো মানুহে আমন্ত্রণ কৰা বা লগ ধৰাতো স্বাভাৱিক বুজিছ।

বুজিছোঁ বুজিছোঁ সেইবাবেই ঘনিষ্ঠ সঙ্গীসকলৰ এতিয়া নিজক লুকুৱাব নোৱাৰাকৈ মুখা খুলি গ'ল।

মানে– পলাশে চকু ৰঙা কৰি প্রশ্ন কৰিলে।

ঠাট্টা কৰি ক'লে— ইনজেকশ্যন পুচ কৰি নাৰ্চ নাম কিনি লোৱা মানুহজনীয়ে মানে আৰু হ'ব কি। তুনুমাৰ সহধৰ্ম্মী সঙ্গী চাকৰিত নামী দেখাত দামী গাড়ী বহুন থকা লোক সকলে গোপনীয়তাৰে বিদেশত গৈ ৰক্ত পৰীক্ষা কৰি পাইছে নিজ নিজ শৰীৰত এইড্‌ছৰ বীজাণু, — তলমূৰকৈ ৰোৱা পলাশলৈ চাই দুগুণ উৎসাহেৰে ক'লে তাই। কেৱল ডিগ্ৰীৰ বাবে কিতাপ কেইখন বা নভেল পঢ়িলেই নহয়— বাতৰি কাকত আলোচনীও পঢ়িব লাগে এনেবোৰ খবৰৰ বাবে বুজিছ। চা তুনুমাই জাপানিজ টাইপৰ ঘৰৰ পৰা মৰাৰ আগতে লোককো মাৰি চাৰিমহলীয়া ঘৰ চকুৰ আগতে সাজিলে। আ-অলঙ্কাৰ, ধন-সম্পত্তি কিমান কৰিলে সীমা নাই, মেয়ো কিন্তু সাজিহে এৰিম বুজিছ।

শেষৰ কথাষাৰে পলাশক উত্তেজিত কৰি তুলিলে— তোৰ নিচিনা পতিতাই সমাজ পঙ্গু কৰি ধ্বংস কৰিবি গতিকে তোক আজি মই ডিঙি চেপি মাৰি পেলাম চা— জ্বলন্ত মনেৰে অৱশ দেহাটোৰে চোঁচা মাৰি আহিল পলাশ মানুহজনীৰ কাষলৈ।

মানুহজনীয়েও সংহাৰ মূৰ্ত্তি যেন ধাৰণ কৰিলে আৰু আগবাঢ়িবিতো চাপ্পাই দিয়া আমাৰ ৰক্ষক ৰবাৰ্ট ডেনিয়েলহঁতক এষাৰ মাত দিলে তোক সিপুৰিলৈ পঠাব জনা নাই।

ৰ'বি তোৰ ঘাটি মই উকৰাই দিম, তোক যোগান ধৰা কেউতাকো জেলৰ ভাত খুৱাম। খঙত জ্ঞান হেৰুৱাই পলাশে গৰজি উঠিল।

মানুহজনীয়ে আনবাৰতকৈয়ো অহঙ্কাৰ দেখুৱাই স্পষ্ট কৰি দিলে বেছি কথা নকৰি বুজিছ। প্ৰয়োজন হ'লে মোৰ হাতৰ গুলিয়েই তোৰ বাবে যথেষ্ট হ'ব।

সিৰা-উপসিৰাত উচ্চৰক্ত প্ৰবাহিত হোৱা এলবাৰ্টে পলাশক হাতত ধৰি বাহিৰলৈ টানিলে। ধেইত দোস্ত আমাৰ গোপন ঘাটি উৰি গ'লে আমাৰ উন্মত্ত মন প্ৰাণ জুৰাবি ক'ত ক, আহ্ বাদ দে, ব'ল।

ইকবালে মানুহজনীৰ বাহুত ঠপৰিয়াই ক'লে— হৈ বাইটি ঘাটিততো এইবোৰ বাক বিতণ্ডা সংঘৰ্ষ স্বাভাৱিক কথা। তাতেনো তই খং খাইছ কিয় ? তোক লাগে টকা। টকাৰ লগত মান ইজ্জতৰ কি সম্বন্ধ আছে কচোন ?

নহয় বুজিছ, এনেকুৱা মানুহক কোনোবাই কিবা শিকাই দিলেই পৰিৱৰ্ত্তন হৈ যায়। অলপ হলেও মগজ থকা মানুহতো গতিকে ইহঁতৰ নিচিনাবোৰক শেষ কৰি দি নিজৰ জীৱিকা চলাই ৰখাই ভাল।

এইবাৰ ইকবালে টক টকিয়া ৰঙা চকু কেইটা জোৰকৈ মেলি দি ক'লে— ঐ ভনীটি

চা আমি আছো নহয়। এবাৰ এই ৰাস্তাত আহিলে ঘূৰিব নোৱাৰে আৰু বুজিছ আচলতে ইয়াৰ দুৰ্বল শৰীৰত দৌজ বেছি হ'ল বুজিছ। সেই কাৰণে ইয়াৰ নাৰ্ভে কাম কৰা নাই। পইচা তোৰ পাবি-- বায় বায়।

পলাশৰ মূৰটো আচন্দ্ৰাই কৰি আনিলে-- চা এলবাৰ্ট মোৰ বুকুখন বৰ কঁপিছে। প্লিজ মোক ঘৰত থৈ আহঁগে ব'ল।

তাৰমানে তই এতিয়া আৰু ডাৰ্লিং মানসীৰ ঘৰলৈ নাযাৱ-- এলবাৰ্টে পলাশৰ গাত ধৰি সুধিলে।

মানুহজনীয়ে বকিলে এইবোৰ দুৰ্বল পৰিয়ালৰ মানুহ। টকাৰ জোৰ দেখুৱাই ইফালে খাই ল'লে চম্ভালিব পৰা ক্ষমতা নাই-- লৈ যা সোনকালে ইয়াৰ পৰা। নহ'লে ইয়াত কিবা এটা হ'ব লাগিলে বাপেকে মিছাতে পুলিচ পঠিয়াব।

প্ৰত্যুত্তৰ দিবলৈ পলাশৰ মগজুত আৰু চিন্তাশক্তিবোৰ হেৰাই গ'ল তেতিয়া।

ইকবাল আৰু এলবাৰ্টে পলাশক ধৰা-ধৰিকৈ লৈ আহিল বাহিৰলৈ।

ডেকা আৰু বিৰলাই ডাইনিঙ টেবুলত বহিল। সজোৱা থালত ভাতৰ পৰিমাণ কম কিন্তু বাতিত সজাই দিছে মাংসৰ আঞ্জা, প্লেটত অমলেট আৰু ডিচখনত সজাই ৰাখিছে তিনিভাগ কৰি ৰৌমাছৰ তেলেতিয়াকৈ ভজা টুকুৰা।

ডেকাই স্বাভাৱিক লোভত মাছৰ টুকুৰা এটা লৈ কামোৰ মাৰি কাষতে আদেশৰ বাবে অপেক্ষাৰতা ৰুণুক ক'লে—পলাশক মাত আকৌ ৰুণু।

ৰুণু আহি পলাশৰ কোঠাত সোমাল। টেবুলত বহি কিবা লিখি থকা পলাশক জনালে পলাশদা আহঁা ভাত খোৱাঁহি।

পলাশে মূৰ নোতোলাকৈয়ে জনালে— যোৱাঁ মই আজি ভাত নাখাওঁ বুলি কৈ দিয়াগৈ।

প্লিজ নিজক চম্ভলা পলাশদা। ছাৰে, বাইদেউৱে কথাটো গম পালে বৰ বেয়া কথা হ'ব। আহাঁ কৈয়ে পৰিৱেশ সুস্থিৰ ৰখাৰ উদ্দেশ্যে ওলায় - আহিল ৰুণু পলাশৰ কোঠাৰ পৰা।

উপায়হীন পলাশে অন্তত ৰুণুৰ কথা পেলাব নোৱাৰি স্থিতিহীন লোকৰ দৰে লাহেকৈ টেবুলত ভৰ দি উঠি নিজক চম্ভালি লাহে ধীৰে আহি ডাইনিঙ টেবুলত বহিলহি।

ইতিমধ্যে বিৰলাই অমলেটৰ প্লেটখন খালি কৰিলেই।

যন্ত্ৰবত কাৰো মুখত মাত বোল নাই হাঁহি স্ফূৰ্ত্তি নাই তলমূৰকৈ নিজ নিজ ধ্যানত মন নিবিষ্ট কৰি খোৱাত লাগিল তিনিওটি প্ৰাণী।

পলাশে অমলেটটো মুখত দিয়ে হাউসকৈ বমি কৰিবলৈ ল'লে।

মাক-বাপেকে খোৱাৰ পৰা মূৰ তুলি তাৰ ফাললৈ মন কৰিলে।

সি তৎক্ষণাৎ পানী গিলাচ কোট কোটকৈ পি ভাতৰ পাতৰ পৰা উঠিল।

বিৰলাই পুতেকক ক'লে— ভাত খোৱাঁ আকৌ পলাশ।

পলাশে তলমূৰকৈ জনালে নাখাওঁ মা, পেটতো ভাল লগা নাই। কৈয়ে সি আহি নিজৰ কোঠা পালেহি।

ডেকাই ঘূৰি চাই ক'লে কালি ৰাতি চাগে ক'ৰবাত কিবা এসোপা সুমুৱাই আহিছে

হজম হ'ব ক'ৰ পৰা।

ৰুণুৱে পলাশৰ দুৰৱস্থাৰ কথা সহ্য কৰিব নোৱাৰি দেউতাকৰ অবুজন মন্তব্য শুনি ৰ'ব নোৱাৰি হঠাৎ তাইৰ মুখত ওলাই গ'ল— সেইটো নহয় ছাৰ। আপোনালোকে পলাশদাক মন খাৰিছেনে নাই জানো।

কি কথা— বনকৰা ছোৱালীজনীয়ে অভিজ্ঞ দুয়োকে উপদেশ দিবলৈ লোৱা যেন ভাবি বিৰলাই চকু টেলেকা কৰি প্ৰশ্ন কৰিলে ৰুণুক।

পলাশদা দিনে দিনে দুৰ্বল হৈ গৈছে। লেট্ৰিনলৈও কেইবাবাৰো যোৱা দেখোঁ। যিকোনা সময়তে বমি, কাহি থাকে অনবৰতে।

সেইবোৰ সাধাৰণ মানুহৰো হয়। সি জনা শুনা ল'ৰা দেখিছো নহয়। মই তাৰ টেবুলত পেইন কিলাৰ এণ্টিবাযেটিক মেডিচিনবোৰ। তই তাৰ বাবে চিন্তা কৰিব নালাগে থ হ'ব— মালিক-মালিকনীৰ সন্মুখত সাধাৰণ ছোৱালীজনীয়ে কথা ক'বলৈ সাহস কৰা দেখি খঙটো উঠি আহিলেই বিৰলাৰ।

নহয় বাইদেউ আপোনালোকে পলাশদালৈ মন কৰা নাই তেওঁৰ কোৱাৰিৰ কাষত ঘা হৈছে গোটেই গাতে খজুৰতি তাৰোপৰি আজি বহুদিন ধৰি জ্বৰ তেওঁৰ আছেই। চাবচোন তেওঁ ইমান ঘামি থাকে এনেকৈ আৰু দুৰ্বল হৈ গ'লে পাছত দিগদাৰি হবগৈ।

পিছে কি কৰিব লাগে আমি! কথা শুনি আমনি লাগি যোৱা ডেকাই টানকৈ প্ৰশ্ন কৰিলে ৰুণুক।

মানে ছাৰ— ডাক্তৰক ভালকৈ দেখুৱালে ভাল হব নেকি— বৰ আগ্ৰহেৰে কৈ তাই ডেকাৰ খঙাল মুখখনলৈ চাই ৰ'ল। তাইৰ যেন এতিয়া চকুলো বৈ আহিব অন্তৰে তাইৰ কান্দি উঠিল।

বিৰলাই ঠাট্টাৰ সুৰত ক'লে— আও আজিকালি দেখিছো তোৰ পলাশলৈ বৰ মৰম। এইবাৰ কঠিন নিৰ্মম স্বৰে ক'লে— বিধৱা হৈ পুৰুষৰ দেহালৈ চাবলৈ লাজ লগা নাই তোৰ, বৰ কথা কবলৈ শিকিছ। উপদেশ দিবলৈ আহিছ। টোকোনাৰ ঘৰৰ ছোৱালী দুমহলাত উঠি কুকুৰৰ দৰে বগা ভাত চেলেকিবলৈ পাই নিজে কিমানৰ মানুহ পাহৰি গৈছ।

অন্তৰ যেন ভাগি গ'ল ৰুণুৰ। নিচাত্মিকা দুৰ্ব্যৱহাৰত হুক হুকাই কান্দি উঠিল তাই। নিজৰ জীৱনৰ সৰ্বস্ব বিসৰ্জন দি পৰৰ মঙ্গল কামনা কৰোঁতে যদি আনে ভুল বুজি অন্তৰত কামোৰ মাৰে তেন্তে অন্তৰ ফাটি যোৱাতো স্বাভাৱিক।

পলাশে ৰুণুৰ হিয়া ভঙা কান্দোন শুনি সমবেদনাৰে ওলায় আহি দুৱাৰ মুখত কৌতূহলভাৱে থিয় হৈ ৰ'ল।

চোৰেহে চোৰৰ ঠেং দেখাৰ দৰে বিৰলাই দুৰ্ভাবনাত উত্তেজিত হৈ জকি উঠিল। তই আমাৰ ল'ৰাৰ বাবে কান্দিবলৈ হ'ল কি ? তাৰ মানে আমি নথকাত তই তাৰ লগত কিবা গোপন সম্বন্ধ কৰিবলৈ চেষ্টা কৰিছ— নিশ্চয়, নহ'লে তাৰ শৰীৰৰ ভিতৰুৱা ৰোগৰ বিষয়ে ইমানবোৰ কথা জানিলি কেনেকৈ ?

ৰুণুৱে ৰ'ব নোৱাৰি হঠাৎ বিৰলাৰ ভৰি দুটাত সাৱত মাৰি ধৰি উচুপি ক'লে— বাইদেউ আপুনি মোৰ অন্নদাতৃ মাতৃ। পলাশদা মোৰ নিজৰ ককাই, পলাশদায়ো মোক সদায় নিজৰ ভনীৰ দৰেই মৰম স্নেহ কৰি আহিছে। পলাশদা বৰ চৰিত্ৰবান ল'ৰা। মোক বেয়া ভাবি মাৰি পেলালেওক কিন্তু পলাশদাক ভুল নুবুজিব বাইদেউ। তেওঁক ৰক্ষা কৰাৰ ব্যৱস্থা কৰক।

গোৰ মাৰি দিলে ৰুণুক উত্তেজিতা বিৰলাই— বাহিৰা বনকৰা বেটিৰ মুখত গৃহস্থক উপদেশ। অকলৈ এৰি থৈ যোৱা দেখি ঘৰৰ গৃহিনী হ'লি। পলাশৰ বিষয়ে আমি মাক-বাপেকে নজনা হলোঁ। তই বান্দিজনীযে সকলো কথা জনা হ'লি। এনেকৈ হলে তই যে কি সাংঘাটিক ঘটনা ঘটাবি তাৰ ঠিকনা নাই।

চন্দ্ৰ চৰণে ঘৈণীয়েকৰ কথাৰ বশৱৰ্তী হৈ খণ্ড ক্ষোভত টিকচি বিকচি উঠিল— তই আজিয়েই এই মুহূৰ্ততে মোৰ ঘৰৰ পৰা ওলায় যা। য'ত মৰ মৰগৈ, তহঁতৰ নিচিনাবোৰেই ঘৰ ভঙাৰ মূল, সমাজৰ কলঙ্ক। তোৰ নিচিনা বনকৰা লগুৱাৰ অভাৱ নাই বুজিছ। কেছত যিজ দিব নোৱাৰা মোৰ বহুতো মক্কেল আছে যাৰ বন্ধকত দিবলৈ মাটি সম্পত্তি নাই অথচ সাধাৰণ কথাতে মাৰপিট লাগি জধা মূৰ্খবোৰে কৰ্টলৈ দৌৰি আমাৰ আশ্ৰয় লয়। তেনে মানুহৰ ল ৰা-ছোৱালী, বছৰ বছৰ ধৰি বিনা পইচাত বান্দী খটুৱাব পাৰো বুজিছ। এটা নালাগে চাৰিটা ৰাখিব পাৰো। তোৰ নিচিনা বান্দীৰ মোৰ আৰু প্ৰয়োজন নাই ওলায় যা— কৈছো নহয় মোৰ চকুৰ আগৰ পৰা ওলায় যা।

ৰুণুৱে আতঙ্কত হাত যুৰিলে-- ছাৰ ভৰিত ধৰিছো আপোনাৰ, আজিও পৰমুখাপেক্ষী অবলা নাৰী হিচাপে অন্ততঃ মৃত্যুৰ দিনলৈকে অকণমান ঠাই দিয়ক তাৰ বিনিময়ত মই সকলো দিবলৈ ৰাজী।

চিঞৰি উঠিল বিৰলা— তই নাৰী হৈ সকলো দিবলৈ ৰাজী তাৰ মানে ??? ভাতৰ কাঁহিখন উঠাই লৈ মাৰি পঠিয়ালে ৰুণুৰ মুখলৈ—

ঠালখনৰ বাৰতো কপালত লাগি ৰুণুৰ কপালৰ পৰা তেজৰ সো বৈ আহিল। তাই ক্ৰোধ, ঘৃণা আৰু বেদনাত জুৰুলাহৈ দুই হাতে কপালখন হে'চি ধৰিলে।

একচেকেণ্ড মোৰ ঘৰত নৰ'বি ওলায় যা কৈছো তৎক্ষণাত মোৰ চকুৰ আঁতৰ হ— সামাজিক কানুণ শৃঙ্খলা উপেক্ষা কৰি খঙৰ বশবৰ্ত্তি হৈ পেচাত আইনজ্ঞ হৈ জ্বলামুখি ৰূপ ল'লে।

মৰ্ম্মান্তিক দৃশ্য দেখি নিজে জীৱনৰ প্ৰতি কি সিদ্ধান্ত ল'ব তাৰ পৰামৰ্শৰ বাবে ৰুণুৰ উপদেশলৈ অপেক্ষা কৰি থকা পলাশৰ হৃদয় তন্ত্ৰিডাল ফৰ্ছকৈ যেন ছিগি গ'ল। মৰ্ম্মাহত হৈ সি শেষ নিশ্বাসক বাস্তৱত ৰূপ দিবলৈ নিজৰ কোঠাত সোমায় পিস্তলতো উঠাই লৈ ভাবিলে এনেকুৱা দুৰ্বহ জীৱনৰ কিবা অৰ্থ আছেনে???

বিচলিত হতভগীয়া ৰুণুৱে মালিক মালিকনীৰ কঠোৰ নিৰ্ম্মম, নিৰ্লজ্জ, হৃদয়হীন আদেশক লঙ্ঘন কৰিবলৈ এষাৰো বাক্য প্ৰয়োগ নকৰি তিক্ত অভিজ্ঞতাৰে ভগৱানক ভৰষা কৰি ওলায় অহা ৰুণুৱে কপালৰ পৰা বৈ অহা কেঁচা তেজ অকণমান হাতৰ আঙুলিৰে মচি আনি আহিবৰ সময়ত পলাশৰ কোঠাৰ দুৱাৰৰ পৰ্দ্দাত ছাটি মাৰি বিয়পাই থৈ আহিল যেন তাৰ বাবেই তাইৰ জীৱনৰ শেষ ৰক্তকণ দান দি আহিল অজান দেশলৈ।

নিশা গভীৰ হৈ আহিল, নিজম নিতাল পৃথিৱীখন তেতিয়া নিদ্ৰা দেৱীৰ কোলাত যেন শুই পৰিছে।

এনে সময়তে ঘৰৰ সম্মুখৰ বকুল জোপাত পৰি ফেঁচা এটাই নিউ নিউকৈ অমঙ্গল বাণী সুচালে।

ডেকাই জান নাজানকৈ শুনিলে এলকহল আৰু টোপনিৰ জালত।

হঠাৎ আহি মেকুৰী এহালে ঘৰৰ মুখৰ চোতালত আঁচোৰা আচুৰি দবৰা-দবৰি লাগি আওঁ কাওঁ কৈ ঘোৰ অমঙ্গলীয়া মাতেৰে বিনালে।

অমঙ্গলীয়া মাত শুনি বিৰলাই টোপনিৰ জালত সপোননে দিঠক একো ঠিৰাং কৰিব নোৱাৰি বাগৰ সলালে।

বিপৰ্য্যয়ৰ আগ্‌জাননী জানী চকীদাৰটোৰ অসহ্য লাগি গ'ল। হোই হোই জা জা ভাগ বুলি সি লাঠিডাল জোকাৰি জোকাৰি মেকুৰীহালক খেদা মাৰি আহিলে।

নিঁয়তিৰ পৰিহাস মুহূৰ্ততে পলাশৰ কোঠাৰ পৰা ধুমকৈ এটা গুলিৰ শব্দই নিশাৰ নিজান নিস্তব্ধ পৰিৱেশটো উত্তেজনা পূৰ্ণ জয়াল কৰি তুলিলে।

ডেকা আৰু বিৰলাৰ প্ৰাণ অজান আশঙ্কাত কঁপি উঠিল। দুয়ো একেজাপে বিছনাৰ পৰা নামি উধাতু খাই পলাশৰ কোঠাৰ ফালে আহিল।

চকীদাৰটোৱে ঘৰৰ ভিতৰত হঠাৎ গুলিৰ শব্দ শুনি বিপদ অনিবাৰ্য্য বুলি ভাবি একে দৌৰে ভিতৰৰ বাৰান্দা পায়। ছাৰ ছাৰ বুলি দুৱাৰত হাতৰ লাঠি ডালেৰে টকৰিয়ালে ধুম ধাম।

দৃশ্য দেখি মাক বাপেকৰ মূৰত যেন আকাশী সৰগ ভাগি পৰিল। বৈ গ'ল ঘপহকৈ দুয়ো

মাজ বুকুত গুলি লাগি পলাশৰ এইড্‌ছ গ্ৰাহী দেহাৰ পৰা সামান্য ৰক্ত বাহিৰ হৈ মাজ মজিয়াতে বাগৰি পৰিল যেন মুক্তি বিচাৰি। যমদূত যেন পিস্তলটো অলস হাতৰ পৰা এৰাই কাষত পৰি আৰু কাৰোবাৰ তেজ পিবলৈ যেন বাট চাই ৰ'ল।

পলাশ তই কৰিলি কি বুলি আৰ্ত্তনাদ কৰি পুতেকৰ কিছু সংজ্ঞা থকা দেহাতো সাৱতি ধৰি মাক বিৰলা মূৰ্চ্ছা গ'ল পলাশৰ দেহাৰ ওপৰতে পৰি।

ডেকাই অন্তিম আশাত পুতেকক মেডিকেললৈ নিবৰ বাবে দৌৰি আহি দুবাৰ খুলি ভিতি বিহ্বল চকীদাৰটোক থোকা থুকি মাতেৰে ক'লে "চকীদাৰ ধৰ্মেশ্বৰক মাত, পলাশৰ এক্সিডেণ্ট।"

চকীদাৰে বিমৰ্ষতাৰে জনালে— ধৰ্মেশ্বৰ মৰিল নহয় ছাৰ।

কিছু সংজ্ঞা যেন আহিল ডেকাৰ- তয়েই গাড়ীখন উলিয়াচোন।

চকিদাৰে হাত জোৰকৈ কলে— মাফ কৰিব চাৰ মই গাড়ী চলাব নাজানো।

ডেকাই উশাহটো দীঘলকৈ টানি মনলৈ বল আনিবলৈ চেষ্টা কৰি ক'লে— ঠিক আছে চকীদাৰ তই পলাশক দাঙি আন মই গাড়ীখন উলিযাইছোঁ।

চকীদাৰ কঁপি উঠি ভিতৰ সোমাল আৰু সন্দেহ কৰিলে সি, বাপেক পুতেকৰ মাজত কিবা সংঘাত হ'ল নেকি বাৰু।

ডেকাই প্ৰায় দৌৰি তললৈ নামি আহিল।

হঠাৎ কলিং বেল ক্ৰীং ক্ৰীং কৈ বাজি উঠিল। বিপৰ্য্যয়ৰ স্বপ্ন ভঙ্গ হৈ গ'ল। মৰ্ম্মান্তদ কাহিনী স্তব্ধ হৈ ৰ'ল।

ৰুণু আগবাঢ়ি আহি দুৱাৰখন মেলি দি ক'লে— আহক মানসী বা আহক ডাক্তৰ দাদা।

মানসীক দেখা মাত্ৰকে ডেকা আৰু বিৰলাৰ মনৰ ধুমুহাজাক ক্ষান্ত হ'ল, এইবাৰ ভিতি বিহ্বল নয়নে নিজকে দোষী প্ৰতিয়মান কৰি দুয়ো ক'ব নোৱাৰাকৈ বহাৰ পৰা উঠি মাত দিলে— আহাঁ মানসী।

মানসীয়ে ধৈৰ্য্যৰে নিজক বজাই ৰাখি স্বাভাৱিক গহীনভাৱে জনালে— বহক আপোনালোক।

ৰুণুৱে পৰিচয় কৰাই দিলে ইন্সপেক্টৰ চাওক এইয়া হ'ল পলাশদাৰ হ'ব লগা অথচ নিয়তিৰ পৰিহাসত নোহোৱা পত্নী ৰূপী মানসী বাইদেউ আৰু এইয়া হ'ল পলাশদাৰ বন্ধু আৰু এই সপ্তাহ মেডিকেলৰ কেজুৱেলিটিৰ চাৰ্জত থকা ডাঃ ৰাজীৱ কলিতা।

ডেকা আৰু বিৰলাই ৰাজীৱলৈ চাই চিনি পায় গভীৰ নিশ্বাস এটা পেলালে যেন পলাশৰ আত্মাৰ সদ্গতি কামনা কৰি।

ৰুণুৱে আকৌ ক'লে বাকী ঘটনাৰ সামৰণিত ডাঃ ৰাজীৱ কলিতাই বন্ধু পলাশদাক বচাব নোৱাৰি সেই সময়ত পলাশদা মৃত বুলি কেজুৱেলিটিত ঘোষণা কৰিলে কৈয়ে ৰুণুৱে বেয়া লাগি অহা মুৰতোৰ কপালখনত হেঁচি ধৰিলে।

পুলিচ ইন্সপেক্টৰে নিজৰ কামত আগবাঢ়িবলৈ চেষ্টা কৰি কাৰো দুখ বেদনালৈ লক্ষ্য নাৰাখি শুং সূত্ৰৰ আশাত প্ৰশ্ন কৰিলে— ৰুণু তুমি অন্তিম খবৰ ক'ত পালা যিহেতু তুমি ।

ৰুণুৱে আঁত ধৰি ক'লে— যিহেতু মই উপায়ন্তৰ হৈ নাৰীৰ মাৰ্য্যদা নাৰীয়ে ৰাখিব বুলি ভাবি পলাশ দাই পূৰ্ব্বে দিয়া ঠিকনা মতে মানসীবাৰ ঘৰত নিশা থাকি বাকী সবিশেষ জনাওঁতেই পুৱা পলাশদাৰ বন্ধু এখেত ডাক্তৰ ৰাজীৱ কলিতা দাদাই মানসীবাৰ ঘৰলৈ আহি পলাশদাৰ করুণ মৃত্যুৰ বাতৰিটো দিলেহি আৰু মই জীৱনৰ মূল্যবোধ হেৰুৱাই নিজৰ কৰ্ত্তব্য বুলি ভাবি আহি সন্দেহতে গোপনে ৰখা পিস্তলটো চকীদাৰে মোক দিলত মই তাক থানাত গতাই দিবলৈ পঠিয়ায় অন্তিমসময়লৈ মানৱীয়তাৰ খাতিৰত ছাৰ আৰু বাইদেউৰ দুখত সমবেদনা জনাওঁ বুলি আৰু মানসী বাইদেউ আৰু ডাক্তৰ দাদায়ো অন্তিম শ্ৰদ্ধাৰে তৰ্পণ দিবলৈ বুলি আহিলে।

বিৰলাই সাৱত মাৰি ধৰিলে মানসীক— মানসী মোৰ তুমি আমাৰ বোৱাৰী হ'ব নোৱাৰিলা।

মানসীয়ে দৃঢ়ভাৱে উত্তৰ দিলে— তাৰবাবে সম্পূৰ্ণ দায়ী আপোনালোক।

স্তব্ধ হৈ গ'ল বিৰলাৰ চকুপানী।

নীৰৱ দৰ্শকৰ দৰে চাই ৰ'ল ইন্সপেক্টৰ আৰু ডেকাই বেদনাসিক্ত ক্ষোভেৰে ভৰা মানসীৰ মুখখনলৈ।

মানসীয়ে স্পষ্টভাৱে ক্ষোভেৰে ক'লে— যি মাক বাপেকে নিজৰ সন্তানক মানুহ কৰি গঢ়িব নোৱাৰে তাৰ পৰিণাম নিজৰ লগত আনেও ভোগি আজি দেশৰ ভৱিষ্যত বংশধৰ কৰাল গ্ৰাসত পৰিছে। আপোনালোকৰ ডিগ্ৰী ন্যায়ৰ বাবে নহয়। কেৱল ধনৰ বাবেহে, বিচাৰ নোহোৱাকৈ কিতাপ এসোপা পঢ়িলেই নহয়। মানুহ গঢ়িব লাগিব প্ৰথমে ঘৰুৱা শিক্ষা ন্যায়-নীতি আধ্যাত্মিক সাধনা, ত্যাগ, সংযম, পৰোপকাৰ নিজৰ জীৱনৰ মূল্যবোধ সুখী আৰু দীৰ্ঘায়ু হোৱাৰ প্ৰেৰণা ঘৰতহে পোৱা যায়।

ৰুণুৱে বহি অহা মাতটোৰে দৃঢ়ভাৱে জনালে— সেইবাবে প্ৰকাৰন্তৰে আপোনালোক দুয়োৱে পলাশক হত্যা কৰিলে। কিয়নো পলাশে বুজি উঠিছিল কেৱল ধনৰ বলতে

সকলো পাব পাৰি বুলি। সেইয়ে কাৰো প্ৰতি ন্যায়, দয়া-মমতা, ভাল পোৱাৰ বিচাৰ ৰখা নাছিল। তাৰ পৰিণাম নিয়তীয়ে দিয়ালে পলাশৰ আত্মহত্যাৰে। কিন্তু আজি মই অন্তঃসত্ত্বা আৰু পলাশৰ গোপনীয় প্ৰতাড়ণাৰে নাৰীৰ প্ৰিয়জনৰ বিচ্ছিন্নতাৰ প্ৰবল শঙ্কাৰে মনৰ পবিত্ৰতাক পুৰুষৰ কাষত আত্মসমৰ্পণ কৰাই আজি মানসীবাও অন্তঃসত্ত্বা। ৰুণুৱে পুনৰ অতি কষ্টৰে গভীৰ বেদনাৰে বুকুখন হেঁচি ধৰি জনালে— মই কিন্তু জীয়াই থাকি পঙ্গু বীজাণুবাহক যৌৱন বিদ্বেষক কামনা, বাসনাহীন সন্তানৰ জন্ম দি সমাজখনক মৃত্যুৰ কবলত পেলাব নোৱাৰোঁ।

ডাক্তৰ বাজীৱে বাধা দি ক'লে— ৰুণু তুমি জীয়াই থাকিবই লাগিব মোৰ প্ৰেৰণাত মানসীবাৰ আশ্ৰয়ত। দোষীয়ে দ্বন্দ পোৱাতো উচিত কিন্তু নিৰ্দ্দোষীয়ে তাৰ পৰিণাম ভোগাতো যুক্তিসঙ্গত নহয়। চোৱাঁ এইড্ছ ৰোগী হিভ বীজাণু গাতলৈ জীয়াই থকাৰ সমাজত স্থল আছে। সাৱধানতা মাথোঁন এইড্ছ ৰোগীয়ে কাৰো লগত বিশেষকৈ যৌন সম্পৰ্ক, তেজ দানৰ পৰা বিৰত, অঙ্গদান, চুম্বন, সমকামিতা, বীজাণুযুক্ত বেজীৰে বহুজনে নিচাযুক্ত দ্ৰব্যলোৱা, পৰীক্ষা নকৰা তেজৰ উপাদান গ্ৰহণ। বীজাণুযুক্ত বেজীৰ একুপাংচাৰ চিকিৎসা কৰা, একেখন খুডেৰে বহুজনৰ দাড়ি চুলি খুৰোৱা। বীজাণু মুক্ত নকৰাকৈ একোটা যন্ত্ৰৰে বহুজনৰ কাণ, নাক ফুটোৱা আদিৰ পৰা এইড্ছ ৰোগ এজনৰ পৰা আনজনৰ গালৈ বিয়পিব পাৰে। তাৰোপৰি শৰীৰত কোনো অঙ্গ সংস্থাপন, ডায়েলেচিচ আৰু কৃত্ৰিম প্ৰজননৰ পৰাও এইড্ছ ৰোগ বিয়পিব পাৰে। গতিকে এইবোৰ সাৱধানবাণী সমাজত প্ৰচাৰ কৰিব লাগিব অভিজ্ঞ ভুক্তভোগীয়েহে।

এইবাৰ ইন্সপেক্টৰে মানৱীয়তাৰ বোধেৰে অনুৰোধ কৰিলে- বাৰু ডাক্তৰ চাহাব অন্তত মিছ্ ৰুণু আৰু মিছ্ মানসী বাইদেউৰ নিচিনা প্ৰতাড়ণাৰে জাপি দিয়া এইড্ছৰ বীজাণু বহন কাৰি লোক সমাজত সন্মানেৰে জীযাই থকাৰ স্থল আৰু এই ৰোগৰ বীজাণু কি ধৰণে নিবিয়পে তাৰ কাৰণ দৰ্শাই জীয়াই থকাৰ সমল যোগাওঁক। যাতে সমাজত তেনেলোকে কি নিয়মে নিজক খাপ খোৱায় জীয়াই থাকিব পাৰে। তাৰ বাবে মূল্যবান পৰামৰ্শ আগবঢ়াওঁক কাৰণ মই কাৰোবাক যৌন অপৰাধত এৰেষ্ট কৰিলে এইড্ছ ৰোগ প্ৰতিৰোধ কৰিব নোৱাৰিম। লুকাই চুৰ কৰি কৰা যৌনাচাৰক নিকৃষ্ট কামনা চৰিতাৰ্থ কৰাৰ সময়ত আইনেও গৈ বাধা দিব নোৱাৰে। গতিকে বিজ্ঞান সন্মত পদ্ধতিৰ আৰ্হিৰে আপোনালোকেহে সমাজখনক ভয়াৱহতাৰ পৰা ৰক্ষা কৰক অনুগ্ৰহ কৰি।

ধন্যবাদ। শুনক তেন্তে এইড্ছ ৰোগ কেনেকৈ সংক্ৰমিত হ'ব নোৱাৰে, তাৰ বিষয়ে— বহুগামী চৰিত্ৰহীন লোকৰ পৰা এইক্ষেত্ৰত নিলগত থাকিব লাগে। এজন মাত্ৰ

নিজৰ অতি বিশ্বাসী ব্যক্তিৰ লগত যৌন সম্পৰ্ক ৰাখিব লাগে। ইজনে সিজনৰ কাপোৰ-কানি ব্যৱহাৰ কৰিলে, বহুজনৰ দ্বাৰা ব্যৱহাৰ হোৱা শৌচাগাৰ, টেলিফোন, কাঁহ, হাঁচি, একেটা পুখুৰীৰ পানী ব্যৱহাৰ, আহাৰ পানী পৰিষ্কাৰ কৈ ভগাই খোৱা আৰু নতুন বেজী ব্যৱহাৰ, মহৰ কামোৰ আদিৰ পৰা এইড্‌ছ ৰোগ নিবিয়পে।

ডেকাই সুধিলে ধন্যবাদ ডাক্তৰ কলিতা আৰু কিবা গোপন তথ্য আছেনে?

কলিতাই জনালে সন্দেহযুক্ত ব্যক্তিৰ যৌনাঙ্গত ঘা হ'লে, কাৰণ নোহোৱাকৈ শৰীৰৰ ওজন কমি আহিলে, শৰীৰ গ্ৰন্থি ফুলিলে, এমাহৰ অধিক কাহ, জ্বৰ, পাতল পায়খানা হৈ থাকিলে। ছেৰছাৰ ভাইলেঞ্চ বা ছেণ্টিনেল ছাৰ ভাইলেন্স পদ্ধতিৰে ৰক্ত পৰীক্ষা কৰোৱাতো বাঞ্চনীয় আৰু এটা কথা কিন্তু এইড্‌ছ আক্ৰান্ত মহিলাই সদায় গৰ্ভধাৰণৰ পৰা বিৰত থাকিব লাগে। তদুপৰি গুপ্তাঙ্গৰ ৰোগ এম, টি, ডি, জননেন্দ্ৰিয় ৰোগ এস, টি, আই থকা পুৰুষ বা মহিলাৰ ক্ষেত্ৰত এইড্‌ছ ৰোগ সহজে সংক্ৰমিত হয়। আচল কথা এইড্‌ছৰ লক্ষণবোৰ ৰোগক্ৰান্ত হোৱাৰ বহু পিছতহে প্ৰকাশ হয়।

এইবাৰ মানসীয়ে প্ৰশ্ন কৰিলে গভীৰ উদ্বেগেৰে— কাৰণসমূহ বাৰু বুজিলো পিছে এইড্‌ছৰ অৰ্থ কি।

ৰাৰ্জাৰে উদ্বিগ্ন চকুত ভয়াবহতাৰ দৃশ্য পৰিস্ফুট হোৱা মানসীলৈ চাই চমুকৈ জনাই থলে হিভ (HIV) বীজাণুৰ দ্বাৰা আক্ৰান্ত হৈ এইড্‌ছ ৰোগ হয়। এই ৰোগৰ প্ৰতিফল স্বৰূপে শৰীৰত যি কোনো ৰোগ প্ৰতিৰোধ ক্ষমতা সম্পূৰ্ণ শেষ হৈ যায়। সামান্য ৰোগ প্ৰতিৰোধৰ ক্ষমতা লোপ পোৱাৰ হেতুকে যি কোনো সাধাৰণ ৰোগতে ৰোগীৰ মৃত্যু ঘটিব পাৰে। তদুপৰি এইড্‌ছৰ ফলত এনিমিয়া, নিউমোনিয়া, কেন্সাৰ ৰোগ পৰ্য্যন্ত হব পাৰে। মুঠতে এই ৰোগৰ প্ৰতিফল অকাল মৃত্যু অনিবাৰ্য্য।

চকুৰ আগত ধোৱাঁ-কোৱাঁ দেখা ৰুণুৱে এটা গাম্ভিৰ্য্যপূৰ্ণ তথ্য আগবঢ়ালে নিজ অভিজ্ঞতাৰ পৰা। চাওক, অন্তিমত মই এবাৰ তাৎপৰ্য্যপূৰ্ণ পৰামৰ্শ আগবঢ়াওঁ যে এইড্‌ছৰ প্ৰতিকাৰৰ লগতে সমাজ সংস্কাৰৰো প্ৰয়োজন। কথা হ'ল সংযম জীৱনৰ অন্যতম মহত্ব। এটা মন কৰিব লগা কথা যে আমাৰ সমাজ ব্যৱস্থা কিছুমান বহিৰাগতে আৰু শোচনীয় কৰি তুলিছে। ৰেল ষ্টেচনৰ কাষত অস্বাস্থ্যকৰ বস্তিত কিছুমান ইতৰ প্ৰাণী তুল্য লোকে জুপুৰি ঘৰ সাজি বাস কৰা, পুতি গন্ধময় অঞ্চলত বেদখল কৰি বাস কৰা কিছুমান পশুতুল্য লোকে নিজৰ লগতে কিশোৰী অজান বালিকাক যৌন কৰ্মত নমাই বজাৰ চিনেমা হলৰ সন্মুখত বৈ দেহা বিক্ৰী কৰিছে। এনে দেহোপজীৱিনীক উচিত শিক্ষা দিয়া। প্ৰয়োজন অনুসৰি বিহিত শাস্তিৰ ব্যৱস্থা কৰি লগতে যৌনচাৰী বিউটি

পাৰ্লাৰ, পতিতালয় আৰু যৌন ব্যভিচাৰৰ কেন্দ্ৰ হোটেল, ধাবাসমূহ নি.চ্ছিন্ন কৰিব লাগে, তদুপৰি প্ৰচাৰ মাধ্যমৰ দ্বাৰা সমাজ সংস্কাৰ নকৰিলে এইডুহ ৰোগৰ কোনেও নিৰাময় কৰিব নোৱাৰে। মই কওঁ যৌন-শিক্ষাৰ প্ৰচলনতকৈ বৈদিক যুগৰ চাৰি আশ্ৰমৰ বানপ্ৰস্থ বাদ দি শ্ৰেষ্ঠ সংযম স্কুলীয়া শিক্ষা বা বাল্য জীৱনতে দিয়াতোহে শ্ৰেয়। প্ৰেম সাধনাৰ বাবে এটি নিষ্কলুষ সূক্ষ্ম অনুভূতি সম্পন্ন সৌন্দৰ্য্য প্ৰয়াসী আনন্দময়ী দেহা আৰু মনৰ অধিকাৰী হোৱাতো প্ৰয়োজন।

এইবাৰ মানসীয়ে দৃঢ়তাৰে মনোবল লৈ সমৰ্থন কৰিলে— মই ৰুণুৰ কথাত একমত । লগতে কিন্তু চিনেমা, টি ভি চিৰিয়েলৰ যৌন উন্মাদ দৃশ্য, নৃত্য গীতৰ অশ্লীলতাও দূৰ নকৰিলে ল'ৰা-ছোৱালীৰ কুমলীয়া অনভিজ্ঞ মনৰ সংস্কাৰ বৰ কঠিন হ'ব।

ডেকাই মনত সাহস গোটাই আৱেগেৰে কাতৰ কণ্ঠে ক'লে— মানসী ক্ষমা কৰা মোক। এই মাটি ঘৰ তোমাৰ নামত উৎসৰ্গা কৰিলোঁ।

মানসীয়ে গহীনভাৱে জনালে মৰিবৰ সময়ত ৰাম নামলৈ দোষ স্বীকাৰ কৰি লাভ নাই। ধ্বংস হৈ যোৱাৰ পাছত অনুশোচনা কৰাৰ আগেয়ে ভৱিষ্যৎ ভাবিব লাগিব। মই জীয়াই থাকিম কেৱল সমাজৰ বাবে। মোৰ নিজা ঘৰত অনুশাসনমূলক নিয়মানুবৰ্ত্তিতাৰে সংস্কাৰণেৰে এটি শিক্ষা কেন্দ্ৰ গঢ়ি তুলিম য'ত নেকি দুৰ্ভগীয়াসকলৰ অভিজ্ঞ জ্ঞান প্ৰচাৰেৰে সমাজ সৌভাগ্যশালী হ'ব পাৰিব। এই কাৰ্য্য প্ৰথমে আৰম্ভ কৰিম মই আৰু মোৰ বান্ধৱী ৰুণুকলৈ।

ৰুণুৱে বাঢ়ি অহা নিজৰ বুকুৰ ধপ-ধপনি যেন নিজ কাণে শুনিবলৈ পালে। সিৰা-উপসিৰাবোৰ যেন কোঁচ খাই আহিল। ঢলি পৰিব খোজা অৱশ দেহাটো তাইৰ মানসীৰ গাতে সমৰ্পণ কৰিলে তাই সেহাই সেহাই জীৱনৰ অন্তিম বাক্য কৈ গ'ল— বহুত পলম হৈ গল মানসী। মই এটা নিৰ্দিষ্ট সময়ৰ বাবে জীয়াই থাকিবলৈ অহাৰ সময়ত চাৰিটা পয়জন ড্ৰাগছ খাই আহিছো মোক কো-নে-ও আৰু ব-চা-ব নো-ৱা-ৰে-বি ই- ই-দা আ - আ য় মানসীৰ কোলত ঢলি পৰি ৰুণুৱে শেষ নিশ্বাস ত্যাগ কৰি চকু মুদি আত্মাই নশ্বৰ দেহা ত্যাগ কৰি চিৰকাললৈ বিদায় ল'লে।

পৰিস্থিতি সংঙ্কটময় হৈ পৰিল।

ডাক্তৰ কলিতাই ৰুণুৰ বুকুৰ স্পন্দন কাণ পাতি শুনিলে আৰু হাতৰ নাডীৰ গতি চাই জনালে— ৰুণুৰ আত্মাই ইহলীলা সম্বৰণ কৰিলে।

মানসীৰ গাৰ নোমবোৰ ডাল ডালকৈ শিয়ঁৰি উঠিল। তাইৰ দুৰ্বহ জীৱনৰ সংগীজনী মুহূৰ্ততে চিৰকালৰ বাবে হেৰাই গ'ল। নিজৰ জীৱনৰ প্ৰতি হাবিয়াস কৰিবনে ৰুণুৰ পথকে অনুসৰণ কৰিব একো ঠিৰাং কৰিব নোৱাৰি ৰুণুৰ নশ্বৰ দেহাটো সাৱত মাৰি ধৰি প্ৰশ্ন কৰিলে, আত্মহত্যাই সমস্যাৰ সমাধান কৰে জানো ৰুণু???

ডেকাই আত্ম অনুশোচনাৰে ক'লে– "ধন, দৌলত, কামনা, উত্তেজনা, কামুকতাই সমাজৰ ধ্বংসৰ মূল হৈ পৰিছে।"

ইন্সপেক্টৰে স্বাভাৱিকভাৱে জনালে প্ৰাকৃতিক দুৰ্যোগক যেনেকৈ কাৰো ৰোধ কৰিব পৰা ক্ষমতা নাই ঠিক তেনেকৈ গোপনে চৰিতাৰ্থ কৰা কু-কৰ্ম্মৰে নিজৰ লগতে আনকো মৃত্যুবৰণ কৰালে তাক আৰু আইন কানুনে ৰক্ষা কৰিব পৰা স্থল নাই। দুৰ্নীতিক ৰোধ কৰিব লাগিব সমাজ সচেতনতা, সংযম, ন্যায়, সুশিক্ষা, ত্যাগ আৰু মহানতাৰ যোগেদি ।

মৃৰৰ টুপীটো খুলি স্বৰ্গীয় আত্মাৰ প্ৰতি সন্মান যাঁচি তলমূৰকৈ মৌনতাৰে থিয় হৈ ৰ'ল ইন্সপেক্টৰ কুলধৰ বৰা।

বিৰলাই বেদনাসিক্ত কণ্ঠে ক'লে– "পুৰুষে নাৰীক উপভোগৰ পাত্ৰী বুলি নাভাবি নাৰীয়ে পুৰুষক মাৰ্য্যদা প্ৰদান কৰি আধ্যাত্মিকভাৱে সন্তানক ত্যাগ, সংযম, সাধনা, ন্যায়ৰে কৰ্ম্মযোগী কৰি তুলিলেহে বাঢ়ি অহা সকলো সমস্যাৰ লগতে মৃত্যুমুখি ভয়াৱহ এইড্ছ ৰোগক প্ৰতিৰোধ কৰি লোকক অকাল মৃত্যুৰ কবলৰ পৰা সমাজক ধ্বংশৰ মুখৰ পৰা ৰক্ষা কৰিব পাৰি, নহ'লে মোৰ পৰিয়ালৰ দৰে সৰ্বনাশ নিশ্চিত।" অন্তৰৰ বেদনাৰ চিন স্বৰূপে দুচকুৰে নিগৰি অহা চকুলো স্পষ্টভাৱে জিলিকি উঠিল বিৰলা ডেকাৰ দুগালত।

কেউজনে ৰুণুৰ সংজ্ঞাহীন নিথৰ দেহাটো গভীৰ বেদনাত আঁকোৱালি ধৰি শোক অনুতপ্ত চকুলো বোৱাই কান্দি উঠিল নিয়তিৰ পৰিহাসৰ কাষত নতশিৰ কৰি।

চাৰিওফালে বিষাদৰ ছাঁ বিয়পি পৰিল। বাহিৰত এজাক ধুমুহা বতাহ বলিল আৰু সেই উন্মাদ বতাহজাকে ৰুণুৰ বিদেহী আত্মাক যেন উৰুৱাই লৈ গ'ল কোনোবা অজান ঠাইলৈ। হয়তো পলাশ আৰু ধৰ্মেশ্বৰৰ প্ৰেতাত্মাৰ কাষলৈ।

ধুমুহাৰ অন্তত আহিল বৰষুণ এজনী সৌন্দৰ্য্য শালিনী অপৰূপা সূক্ষ্ম অনুভূতি সম্পনা শান্তি প্ৰয়াসী কিন্তু সমাজৰ কু-সংস্কাৰত অকালতে বলি হ'ব লগা হোৱা নিষ্পাপ অবলা নাৰীৰ কৰুণ বিয়োগত যেন প্ৰকৃতিয়েও চকুলো টুকিলে ধাৰাসাৰে অবিৰামভাৱে।

পৃথিৱীৰ গাতোও সেমেকি মৃদুকম্পনেৰে জিকাৰ খাই উঠিল। নিজৰ বুকুৰ নৈতিকতাহীন বিপথগামী এচাম সন্তানৰ বিপর্য্যয়ৰ অতপালি আন এচাম পৃষ্ঠভঙ্গ মুমূর্ষুৰ চেত্‌নাহীন জীৱন যাপন, প্ৰকৃত চামৰ অৰ্থৰ তাৰতম্যত নিজৰ বিবেক বুদ্ধিক কাতি কৰি স্বেচ্ছাচাৰী হাতত পৰাভূত হৈ নিজৰ সৎ মহৎ সত্বাক শিল্পীৰ সাধনাৰে প্ৰকাশ বা প্ৰতিষ্ঠা কৰাত বিফল হৈ অকালতে নিজৰ জীৱন পৰ্য্যন্ত আহুতি দিব লগা হোৱা নিৰন্তৰ নীৰৱ সাধকসকলৰ নিজ বুকুৰ পৰা উচ্ছন্ন হোৱা দেখি আৰু অপেক্ষা কৰি ৰ'ল সংস্কাৰপূৰ্ণ বৈভৱশালী শান্তি সুখময় সংসাৰ নতুন প্ৰজন্মই নিজৰ বুকুত পুনৰ প্ৰতিষ্ঠা কৰিব বুলি।

# মৃত্যুদূত অৱবোধ

ত্রিবেণীয়ে খিড়িকীখন খুলি পূব আকাশলৈ চাই দেখা পালে আকাশখন কলিয়া ডাৱৰে আৱৰি ধৰিছে। উদবাউল বতাহজাকে খিড়িকীৰ পাত দুখন সজোৰে ঠেলি ধৰিলে। তাই কোনোমতে ধামকৈ মাৰিবলৈ এৰি নিদি খিড়িকীখন ধৰি তাই অতি মৰমৰ ফুলখিনিলৈ চাই দুখ লাগি গ'ল। বলিয়া বতাহজাকে যেন ফুলনিখন এতিয়া ধাহি-মুহি পেলাব। ভাবিলে তাই উপায় কি ? প্রাকৃতিক দুর্যোগকতো কোনেও ৰোধ কৰিব নোৱাৰে। তাইৰ প্রকৃতি প্রেমী মনটো সেমেকি গ'ল। অকাৰণতে যেন তাইৰ চকুপানী ওলায় আহিব এতিয়াই। কোবাল বতাহজাকে খিড়িকীখন ঠেলি আনি আইনাখন চূড়মাৰ কৰি ভাঙি দিয়াৰ শঙ্কাত তাই অতি সাৱধানে দুইহাতে ধৰি খিড়িকীখন জপাই দি ভাবিলে-ফুল হ'ল স্বৰ্গীয় সৌন্দৰ্য্যৰ প্রতীক। ইমান মান বিশিষ্ট হলেও সাধাৰণ বতাহ ববষুণতে পাহি সৰি নতুবা মৰহী যায়। প্রবল ধুমুহাতো অস্তিত্বই হেৰাই গ'লে অনুশোচনা কৰি অনুতপ্ত হৈ মাথো হৃদয়ত আঘাত লাগি চকুলোহে টুকিব পাৰি। সৌন্দৰ্য্য প্রয়াসী সুকুমল মনটোৱে তেতিয়া অনুধাৱন কৰিলে ভগৱানৰ কাষলৈ সৃষ্টি আৰু ধ্বংসলীলাৰ অৰ্থ বিচাৰি।

গেটৰ মুখত ৰখাই মাৰুতি সুজুকিখনে হৰ্ণ দিয়াৰ লগে লগে চকীদাৰে গেটখন খুলি দিলে।

পৰিচিত শব্দটো শুনি ত্রিবেণীয়ে দুৱাৰখন মেলি চায়, গাড়ীখন দেখা মাত্রকে আনন্দত অধীৰ হৈ চিঁড়িয়েদি তললৈ নামিল।

ড্রাইভাৰে গাড়ীখন আনি ঘৰৰ সন্মুখৰ পৰা চালিখনৰ তলত ৰখালেহি। ড্রাইভাৰ নামি গাড়ীৰ পাছফালৰ দুৱাৰখন খুলি ধৰিলে।

বগা চেহেৰাৰ আদহীয়া মানুহজন গাড়ীৰ পৰা নমাৰ লগে লগে দীপলিপ ষোড়শী কন্যাৰ দৰে বোৱাৰীজনী লৰালৰিকৈ আহি অ'হ মায় পাপা বুলি আঁকোৱালি ধৰিলে।

দেউতাকে মৰমৰ জীয়েকৰ মূৰত চুমা খাই পিঠিত মৰমৰ হাত বুলাই দি সুধিলে

— তহঁতৰ ভালনে ত্ৰিবেণী।

জীয়েকে বুকু ডাঠি গৌৰেৰেৰে জনালে তোমালোক থাকোঁতে মোৰ কেতিয়াবা বেয়া হ'ব পাৰিব নেকি পাপা।

লিফটেৰে নামি আহিল মিষ্টাৰ দেৱব্ৰত কোঁৱৰ আৰু ওলায় আহিয়ে বিঁয়েয়েকক কৰমৰ্দন কৰিলে— ৱেলকাম মিষ্টাৰ কাকতি।

সমীৰণ কাকতিয়ে গভীৰ আনন্দেৰে কৰমৰ্দন জনালে— থেঙ্কিউ মিষ্টাৰ কোঁৱৰ।

কোঁৱৰে হিয়াৰ আৱেগেৰে অভিনন্দন জনালে— আহক আহক মিষ্টাৰ কাকতি, আপুনি অহাৰ আগেয়ে মোলৈ ৰিং এটা কৰা হ'লে মই নিজেই গৈ আপোনাক লৈ আহিলোহেঁতেন। এনেয়ে মানে মই নিজেই আপোনাৰ কাষলৈ বিশেষ এটা প্ৰস্তাৱলৈ এই কেইদিনতে যোৱাৰ কথা আছিলেই।

মনটো ভাল লাগি গ'ল কাকতিৰ। হাঁহি বিৰিঙাই ক'লে— উৱা মোৰ ওচৰত আৰু কিহৰ প্ৰস্তাৱ। ছোৱালী মোৰ আপোনাৰ ল'ৰালৈ দিলোঁৱেই। আকৌ মং একলশৰীয়া মানুহটোহে।

ব'লক ব'লক ভিতৰলৈ ক'ম বাৰু - মনৰ হৰিষেৰে বিঁয়েয়েকৰ হাতত ধৰি আদৰিলে কোঁৱৰে।

আহাঁ পাপা ত্ৰিবেণীয়ে দেউতাকৰ বাওঁহাতখনত ধৰি সীমাহীন আনন্দেৰে আগুৱাই আনি লিফটত উঠাই দিলে, লগতে উঠিল কোঁৱৰ।

চুইচ অন কৰি দিলত লিফট ওপৰলৈ উঠিল।

ত্ৰিবেণীয়ে মনৰ উলাহেৰে চিডি বগাই ওপৰ মহল পালেহি।

মিছেছ মাধুৰিমা কোঁৱৰে লৰালৰিকৈ ওলায় আহি আদৰ সম্ভাষণ জনালে — বিঁয়ে ডাঙৰীয়া আহক আহক সঁচাকৈ আজি আমাৰ সৌভাগ্য দেই।

কিয় ! মইনো কি বিশেষ মানুহজন-- হাঁহিলে কাকতিয়ে।

নক'ব বুজিছে এইকেইদিন আপোনাকলৈ আমাৰ বহুতো জল্পনা-কল্পনা। আহক বহকহি পৰ্দাখন চপাই ধৰিলে মাধুৰীমাই।

ত্ৰিবেণীয়ে দেউতাকৰ হাতত ধৰি ড্ৰইংৰুমৰ আৰামী চকীখনতে বহুৱাই দিলেহি— বহা পাপা।

প্ৰায়ে দেখি থকা ড্ৰইং ৰুম যদিও কাকতিয়ে চাৰিওফালে নতুনত্বৰ সন্ধানত চোৱাতো এটা অভ্যাস। নানা তৰহৰ দামী সামগ্ৰীৰে সজোৱা ড্ৰইংৰুমটো। ৱালত আঁৰি থোৱা

আইনা লগোৱা পাতল বাকচটোত ভালেমান বৈদেশিক মুদ্ৰা সজোৱা আছে। মানে মিষ্টাৰ দেৱব্ৰত কোঁৱৰে বহুদেশ ভ্ৰমণ কৰাৰ গৌৰৱক সূচাইছে এই প্ৰতীকবোৰে।

মাধুৰীমাই সাদৰেৰে বোৱাৰীয়েকক জনালে— ত্ৰিবেণী তুমি ৰীণাক কোৱাঁচোন দেউতাৰাক মুখ হাত ধুৰলৈ ব্যৱস্থা কৰি দিয়ক।

মাম্মী, মই নিজে আজি পাপাক সকলো যোগাৰ কৰি দিম, মই কিন্তু আজি পাপাক নিজ হাতে বনাই খুৱাম দেই।

কোঁৱৰে পৰিবাৰক লাহেকৈ জনালে— হেৰা মাধুৰিমা তুমিয়েই কোৱাঁচোন বোৱাৰীক অকণমান ৰেষ্টত থাকিবলৈ।

ত্ৰিবেণীয়ে লাজ ঢাকি ক'লে বাবায় যে কথাবোৰ কয় আৰু, মোৰনো হৈছে কি ৰেষ্টত থাকিবলৈ।

মাধুৰিমাই বোৱাৰীয়েকৰ গায়ে মূৰে মৰমত হাত বুলাই দি সাদৰেৰে জনালে— চোৱাঁ মাজনী ত্ৰিবেণী, তু তিয়া ইমানবোৰ চিডি বগাই গৈছা আহিছা আকৌ কাম কৰিবা কালি ডাক্তৰে আহি তোমাক অকণমান ৰেষ্টত থাকিবলৈ কোৱা কথা কেইটা পাহৰি নাযাবা আকৌ।

আবদাৰেৰে ক'লে ত্ৰিবেণীয়ে— ইহ্ পাপায় কি খায় ভাল পায় মইহে জানো, ডাক্তৰে যি কয় কৈ থাকক মই কিন্তু সেইবোৰ নামানো। মোৰ কিবা বেমাৰ হৈছে নেকি ? আমাৰ বাবে পাপাই ইমান ধুমুহা বতাহৰ মাজতো আহি ওলাইছেহি কিবা।

মিচিকিয়ালে কাকতিয়ে— চা সোণজনী ভগৱানে ৰক্ষা কৰিলে ধুমুহা বৰষুণে একো অনিষ্ট কৰিব নোৱাৰে আৰু ভগৱানে ৰক্ষা নকৰিলে ঘৰৰ ভিতৰত ৰখি থাকিলেও মৰিব। মই আজি বিশেষ কাৰণতহে আহিলোঁ। খোৱাতো বাৰু পাছৰ কথা। আহিলে সদায় সন্তোষেৰে খুৱাইয়ে আছু, বহুচোন বাৰু কাষতে।

বহিল কাষৰ চকীখনতে ত্ৰিবেণী দেউতাকৰ গাতে গা লগায়। মৰম আকলুৱাজনী হৈ।

দেৱজিত কেতিয়া আহি পাবহি— কাকতিয়ে সুধিলে।

দেৱজিত আজিয়েই আহি পাবহি নেকি — ফ্লাইটৰ সময়তো এয়াৰপৰ্টলৈ ৰিং কৰি সুধিব লাগিব— কোঁৱৰে জনালে।

আমেৰিকাৰ পৰা আহি মুম্বাই পালেহি বুলি যোৱা কালি "হোটেল ইডচ'ৰ পৰা মোলৈ ফ'ন কৰিছিল জোঁৱায়ে।

কাকতিৰ কথাত মাধুৰিমাই জনালে— আমালৈয়ো দেৱজিতে কালি মুম্বাই আহি পাইয়ে ফ'ন কৰিছিল। আকৌ ক'লে— কলিকতাত তাৰ কিছুমান প্ৰয়োজনীয় কাম আছে গতিকে তাত সোমায় আহিব বুলি। মই কিন্তু যোৰ দি কৈছো— তই লাগিলে আজৰি হৈ পেলাই ঘৰৰ পৰা কলিকতালৈ যাবিহি। প্ৰথমে আচল সময়তোত বোৱাৰীৰ কাষত থাকহি।

ত্ৰিবেণীয়ে ঘপহকে সলজ্জভাৱে বহাৰ পৰা উঠি ভিতৰলৈ যাবলৈ ল'লে।

দেউতাকে কথাতো পাতলাই ক'লে— এই কেনি যাৱনো বহচোন বহ। অন্য তোৰ অসুবিধা হৈছে যদি ক। আমি তহঁত দুয়োটাৰে সুখৰ মুখ দেখিবলৈকেহে বাট চাই আছোঁ।

ত্ৰিবেণী বহিল, ক'তা কি হৈছেনো মোৰ। বাবা-মাম্মী আৰু তুমিও এনেয়ে চিন্তা কৰি থাকা পায়।

কোঁৱৰে সাধাৰণভাৱেই ক'লে— আজি ছমাহ মানৰ পৰা মানে দেৱজিত আমেৰিকালৈ যোৱাৰ পাছৰ পৰা বোৱাৰীৰ ইটো-সিটো সৰু-সুৰা অসুখ চলি আছে। অৱশ্যে গাইন'ৰ ডাক্তৰক দেখুৱাই আছোঁ। সপ্তাহত এদিন তেওঁ ভিজিট দিয়েহিয়েই।

মাধুৰিমাই জনালে— এই সময়ত এইবোৰ স্বাভাৱিক কথা। তথাপি ফাষ্ট ইছু যেতিয়া ডাক্তৰে দিয়া ডেটতকৈ অলপদিন আগবাঢ়িব পাৰে বুলিহে চিন্তা।

লাজ লাগি গ'ল বিশেষকৈ দেউতাক, শহুৰেকৰ আগত ত্ৰিবেণীৰ— মাম্মীয়ে কি কথাবোৰ কয় যে। মোৰ এটা বিশেষ কাম আছে, আহিমঁগে বাৰু— বহাৰ পৰা তলমূৰকৈ উঠিল ত্ৰিবেণী।

বাৰু বাদ দিছোঁ সেইবোৰ কথা ভগৱানে ভালেই কৰিব। এতিয়া মই ইয়ালৈ অহাৰ বিশেষ কাৰণটো কওঁ বাৰু শুন। এটা বিশেষ সিদ্ধান্তলৈহে মই আজি আহিছো।

কাকতিৰ কথাত কোঁৱৰে নিজৰ বক্তব্য আগেয়ে সাব্যস্ত কৰাৰ চেষ্টা কৰিলে। ৰ'ব ৰ'ব আমি তাতোকৈও এটা ডাঙৰ সিদ্ধান্ত লৈছোঁ। মাত্ৰ আপোনাৰ মতৰ প্ৰয়োজন।

মাধুৰিমাই মাজতে— ক'লে, আমি তাৰবাবে দেৱজিত আহি পোৱাৰ দিনাই আপোনাৰ কাষলৈ অনুৰোধলৈ যাম বুলি ঠিৰাং কৰিয়েই থৈছিলোঁ।

ধন্যবাদ মিষ্টাৰ কোঁৱৰ এতিয়া তেনে মোৰ বিষয়তো উত্থাপন কৰোঁ— সন্তোষৰ হাঁহি এটা মাৰিলে কাকতিয়ে।

ত্ৰিবেণী উঠি দেউতাকৰ দুই হাতত চেপি ধৰি ক'লে— তাৰআগতে তুমি প্ৰমিজ কৰাঁ, বাবা, মাম্মী আৰু মোৰ কথা ৰাখিম বুলি।

পৰম সন্তোষেৰে অন্তৰৰ আবেগৰে জনালে কাকতিয়ে তইঁতৰ বাহিৰেনো আৰু মোৰ আছে কোন অ'। বিঁয়ে, বিয়নী আৰু তই যি কৰ মই নিশ্চয় ৰাখিম।

কাষঁতে বহি আবদাৰ কৰি ক'লে ত্ৰিবেণীয়ে— তেনেকৈ কিন্তু নহ'ব। প্ৰমিজ বুলি কোঁৱা পাপা।

হাঁহিলে কাকতিয়ে— উহ্ তোৰ যে ল'ৰালিৰ স্বভাৱটো নগ'ল আৰু থিক আছে প্ৰমিজ হ'লতো।

ত্ৰিবেণীয়ে গভীৰ উল্লাসেৰে চাপৰি মাৰিলে। তাই যেন আনন্দত তিনিজাঁপ মাৰিব এতিয়া। ঘপহকৈ উঠি তাই দেউতাকৰ ডিঙিত সাৱতি ধৰি গভীৰ আনন্দেৰে জনালে বাহ্ বাহ্ পাপা। আজিৰ পৰা। আমি একেটা পৰিয়াল হ'লোঁ। তোমাকলৈ আৰু আমাৰ সম্পূৰ্ণ চিন্তা দূৰ হ'ল— আজিৰ পৰা তুমি তোমাৰ এই ঘৰৰ পৰাই তোমাৰ বাগানৰ বিজনেচৰ কাম পৰিচালনা কৰিবা। অৱসৰপ্ৰাপ্ত বিশেষজ্ঞ আমাৰ বাবা আৰু মাম্মী হ'ব তোমাৰ সহায়ক আৰু মই হ'ম তোমাৰ পি এ হ'লতো— আনন্দত আত্মহাৰা হৈ পুনৰ হাত চাপৰি মাৰিলে ত্ৰিবেণীয়ে।

আনন্দ অশ্ৰু বৈ আহিল কাকতিৰ। ভক্তি আনন্দত আপ্লুত হৈ উঠিল মন প্ৰাণ। আজি মই জীৱনৰ সকলো আনন্দ ঘূৰাই পাইছো, জীৱনলৈ পূৰ্ণতা আহিছে। ধন সম্পত্তিয়ে অন্তিম কালত একো কৰিব নোৱাৰে। নিৰাপদ আশ্ৰয় স্থলেই সবাতোকৈ ডাঙৰ দান আৰু মহাপুণ্য কৰ্ম্ম। মই এই অমূল্য অৱদান আৰু প্ৰস্তাৱ নতশিৰে স্বীকাৰ কৰিছোঁ।

সমস্ত ঘৰে পৰে যেন মুহূৰ্ততে এক পবিত্ৰ শান্তিৰ পৰিৱেশ বিয়পি পৰিল। সকলোৰে মনলৈ আহি পৰিল স্বৰ্গীয় আনন্দৰ ধাৰা। ক্ষন্তেকীয়া মধুৰ আৱেগত সকলোটি বিমুগ্ধ হৈ পৰিল। অৱশ্যে আত্মবিশ্বাস আৰু প্ৰতিশ্ৰুতিৰ মূল্য সংসাৰি মানুহৰ কাষত কিমান তাক সময়েহে নিৰূপণ কৰে।

কোঁৱৰে গভীৰ আনন্দ প্ৰকাশ কৰিলে— আমাৰ দাবী ইমান সোনকালে আপোনাক মনাব পাৰিম বুলি ভবাই নাছিলোঁ। অৱশ্যে আমাৰ লখিমী বোৱাৰী ত্ৰিবেণীৰ মৰমত আপুনি আবদ্ধ হৈ কথা ৰাখিব বুলি আমাৰ বিশ্বাস আছিল।

মাধুৰিমাই উলাহ আৰু মনৰ হেঁপাহেৰে জনালে— মই আপোনাক কি ভাষাৰে ধন্যবাদ জ্ঞাপন কৰিম ভাব ভাষা পোৱা নাই। সঁচাই আজি আমাৰ পৰিয়ালৰ বাবে চিৰস্মৰণীয় সৌভাগ্যৰ দিন, ভগৱানে চকু মেলি চালে। আপোনাৰ ভৱিষ্যতক লৈ আমি সঁচাই দুঃশ্চিন্তাত পৰিছিলোঁ। এতিয়া আপুনি আমাৰ প্ৰাৰ্থনা স্বীকাৰ কৰিলে যেতিয়া সকলো চিন্তা দূৰহৈ গ'ল।

কাকতিয়ে অন্তৰৰ আৱেগ প্ৰকাশ কৰিলে আজি এই অবিস্মৰণীয় দিনত মোৰ মনৰ কামনাতো ব্যক্ত কৰোনে বাৰু।

কোঁৱৰে আনন্দেৰে জনালে— আপুনি আমাৰ বিঁয়ে মানে হ'ল আমাৰ অন্তৰঙ্গ বন্ধু। আপোনাৰ যি কোনো প্ৰস্তাৱলৈ আমাৰ আন্তৰিক অভিনন্দন আছে।

চাওক বিঁয়ে ডাঙৰীয়া মোৰ ছোৱালী মানে আপোনাৰ ছোৱালী আৰু আপোনাৰ ল'ৰা মানে মোৰ ল'ৰা গতিকে আমাৰ অবিচ্ছিন্ন সম্বন্ধ। ইহঁত হালকলৈ মোৰ বহুতো ৰঙীণ সপোন— জীয়েকৰ মূৰত মৰমৰ হাত বুলাই দিলে কাকতিয়ে।

দেউতাকৰ প্ৰতি ত্ৰিবেণীৰ ভক্তিত আপ্লুত হৈ উঠিল মন। পিতৃৰ ধাৰটো আজিহে যেন সুজিব পৰিছে তাই। সৰুতেই মাতৃ বিয়োগ হোৱাত তাইক দেউতাকেই কোনো অভাৱ অনুভৱ হ'বলৈ নিদিয়াকৈ পঢ়াই শুনাই ডাঙৰ দীঘল কৰি এই জাকত-জিলিকা কৰিবলৈ ঘৰৰ ধনবান ল'ৰালৈ বিয়া দি ক্ৰুটি নকৰাকৈ জীৱনৰ দায়িত্ব পালন কৰিলে। উলাহত অধীৰ হৈ আবেগত জনালে ইউ আৰ গ্ৰেট পাপা। আজি আমাৰ কথা ৰাখি মোৰ জীৱন ধন্য কৰিলা। তোমাকলৈ আমাৰ বহুত চিন্তা বিশেষকৈ এক্সিডেণ্টৰ পাছৰ পৰা তোমাৰ হাই প্ৰেচাৰৰ বাবে দিনত যেনতেন ৰাতি অকলশৰে থকাতো বিপদজনক। গতিকে আজিৰ পৰা আমাৰ লগত থাকিলে তোমাৰ পৰিচৰ্য্যা কৰিবলৈ পালে জন্মৰ ধাৰটো সুজি মনোকামনা পূৰণ কৰিব পাৰিম।

সেইটো ভাগ্যৰ কথা মাজনী। অৱশ্যে তহঁতি যি ভাবিছ ময়ো তাকেই বহুত আগেয়ে ভাবিছোঁ।

সঁচা পাপা খুউব ভাল লাগি গ'ল ত্ৰিবেণীৰ।

বিশ্বাস নকৰ যদি চা এইয়া— হাতৰ বেগটোৰ চেইনডাল খুলি কৰ্টৰ দলিল কেইখনমান লগতে মাটিৰ পট্টা উলিয়াই মৰমৰ একমাত্ৰ জীয়েকৰ হাতত তুলি দিলে— হেঁা এইয়া ল ত্ৰিবেণী।

দলিল পট্টালৈ ত্ৰিবেণীৰ অন্তৰ যেন শুকাই গ'ল কিবা অজান আশঙ্কাত।

কোঁৱৰ আৰু মাধুৰিমাই বিস্ময় নয়নে চাই ৰ'ল ত্ৰিবেণীলৈ, কাকতিয়ে কিবা ভীষণ মীমাংসা কৰি পেলোৱা নাইতো।

ত্ৰিবেণীয়ে দলিলত চকু ফুৰায় আচৰ্য্য প্ৰকাশ কৰিলে— পাপা তুমি এইবোৰ কি ডিচিশ্যন ল'লা ?

মনৰ খু-দুৱনি ৰখাব নোৱাৰি দেৱব্ৰত আৰু মাধুৰিমাই একেলগে প্ৰশ্ন কৰিলে হ'ল কি ত্ৰিবেণী ?

বুজিছে বাবা, মাম্মী আচৰিত কথা পাপাই কিন্তু বৰ ভয়ঙ্কৰ কাম কৰি পেলালে।

কাকতিয়ে সাধাৰণভাৱেই জনালে— একো আচৰিত কাম নহয় ত্ৰিবেণী মুঠতে কালিলৈৰ কাম মই আজিয়েই কৰিলো— হ'লতো।

আচল কথাতো কওকচোন, মিষ্টাৰ কাকতি— কোঁৱৰে স্পষ্টভাৱে প্ৰশ্ন কৰিলে।

মাধুৰিমাই অপলক নয়নে চাই ৰ'ল কাকতিলৈ।

কাকতিয়ে সহজভাৱে ব্যক্ত কৰিলে— সাধাৰণ কথা মিষ্টাৰ কোঁৱৰ, মানে মই মোৰ বাগান, ঘৰ, সম্পত্তি, গাড়ী সকলো স্থাবৰ অস্থাৱৰ সকলো সম্পত্তি আমাৰ দেৱজিতৰ নামত উইল কৰি দিলো । অৱশ্যে যদিও উইলখন দেহাৱসানৰ পাছৰ পৰ্যায়ৰ তথাপি কিছুমান ভুল ভ্ৰান্তি আসোঁৱাহ শুদ্ধৰাই যাবলৈকে এই দলিল, উইল, পট্টাসমূহ মই আগতিয়াকৈ দিলোঁ। অৱশ্যে দেৱজিতৰ হাতত গতাই দিম বুলিয়েহে আজি মই আহিছিলোঁ।

চকুলো বৈ আহিল ত্ৰিবেণীৰ— পাপা তুমি কিয় বাৰু এনে কাম কৰিলা ? তুমি কিবা বুঢ়া হৈছা নেকি সৰ্ব্বস্ব ত্যাগ কৰিবলৈ।

জীয়েকৰ মূৰত মৰমৰ অৱশ হাতখন বুলাই দি অন্তৰৰ শোক চম্ভালি মিছা কৃত্ৰিম হাঁহি বিৰিঙাই কাকতিয়ে জনালে— জীৱই জনম ল'লে এদিন ইহলীলা সম্বৰণ কৰিবই লাগিব। অকলশৰীয়া জীৱন আৰু কিমান দিন যাপন কৰিমনো ? গতিকে তহঁতৰ আলয়তে নাতিৰ মুখ চাই যি কেইদিন ভগৱানে ৰাখে সুখেৰে থাকোঁ আৰু বেয়া পাইছ যদি ক মাজনী।

ত্ৰিবেণীয়ে দেউতাকৰ মুখত হাতেৰে সোপাদি ধৰি ক'লে— পাপা আৰু মুখত এনে কথা নুলিয়াবা। সম্পত্তিৰ কথা বাদ দিয়া। মুঠতে তোমাক কেনেকৈ শুশ্ৰূষা কৰি ৰাখিম তাৰ বাবেহে সঁচায় ব্যাকুল হৈ আছিলোঁ।

কোঁৱৰে আচৰিত হৈ সুধিলে— আপোনাৰ ব্যক্তিগত কথাত মাত মতাৰ আমাৰ অধিকাৰ নাই যদিও মাফ কৰিব। কথা হ'ল উইলখন আপোনাৰ ছোৱালীৰ নামতহে কৰিব লাগিছিল।

কথা হ'ল মোৰ ছোৱালী মানে আপোনাৰ বোৱাৰী আৰু আপোনাৰ ল'ৰা মানে মোৰ জোঁৱাই মোৰ নিজৰ ল'ৰাৰ দৰে-গতিকে পাৰ্থক্য ক'ত ? মোৰ কথা হ'ল যিজনৰ হাততে থাকে একেই কথা বৰঞ্চ ল'ৰাৰ নামত থাকিলে বহুত চিন্তাৰ পৰা দূৰ হৈ হে থাকিব।

চ'ৰি মিষ্টাৰ কাকতি চাহাব মোৰ কোৱাত ভুল হ'ল। বেয়া নাপাব আমিও ত্ৰিবেণীক

নিজৰ ছোৱালীৰ দৰেই চাওঁ।

অ'হ আপুনি সেইটো আৰু ক'ব লাগিছেনে বাৰু মিষ্টাৰ কোঁৱৰ। সেইখিনি আন্তৰিকতা যদি নাথাকে তেনে জ্ঞান আৰু সংযম আৰু সংসাৰ পতাৰ মূল্যই নাথাকিব।

মাধুৰিমাই তলমূৰকৈ জনালে— আপুনি কি ভাল দেখিছে ক'ব নোৱাৰোঁ। মানুহে আমাক স্বাৰ্থপৰ বুলি নাভাবিলেহে ৰক্ষা।

অলপতে সন্তুষ্ট, কোনোদিন আক্ষেপ বা আক্ৰোহ নাই মোৰ। নহ'লে হয়তো মই মোৰ জীৱনৰ গতিয়েই সলাই দিব পাৰিলোহেঁতেন।

চ'ৰি বিঁয়ে ডাঙৰীয়া কিবা যদি কোৱাত ভুল হৈছে তেনেহলে মনত বেয়া নাপাব, ক্ষমা কৰিব।

হ'ব বিয়নী ডাঙৰিয়ানী মই ক্ষমা কৰিবলৈ আপুনি একোতো ভুল কৰা নাই নহয়।

ত্ৰিবেণীয়ে মাত দিলে পাপা, তোমাৰ ডিচিশ্যন বেয়া হোৱা নাই। মই তোমাৰ অনুৰূপ বুলি নিজকে ভাবি গৌৰৱ বোধ কৰোঁ গতিকে তেওঁৰ নামত উইল নকৰি মোৰ নামত কৰা হ'লে মই কিন্তু সঁচায় ৰিফিউজ কৰিলোহেঁতেন।

হঠাৎ মাধুৰিমাৰ মনলৈ সচেতনতা আহি বহাৰ পৰা উঠিল— আমি যে কি মানুহ আপোনাক ড্ৰইং ৰুমতে বহুৱাই থৈছোঁ। আহক ভিতৰলৈ হাত মুখ ধুই চাহ খাই ভাত খোৱাৰ পৰলৈকে আপোনাৰ সুবিধা অনুযায়ী ফাষ্ট ফ্লৰ বা ছেকেণ্ড ফ্লৰ যিটোতে ইচ্ছা কৰে তাকে চাই লওক। আজিৰ পৰা কিন্তু থাকিব লাগিব।

বেয়া নাপাব বিয়নী, আজিৰ পৰা নহয় মানে কালি ডাক্তৰে ইউৰীণ, ব্লাড টেষ্ট কৰিবলৈ নিছে। আজি বোধকৰোঁ ডাক্তৰে ৰিপৰ্টবোৰ নিজেই দিবহি। তেওঁৰ লগত মোৰ পুৰণি বন্ধুত্ব। তাৰোপৰি-ৰিপৰ্টৰ ওপৰত ভৰষা কৰি কি ঔষধ দিয়ে তেওঁহে জানিব। গতিকে ডাক্তৰে লগ নাপালে কথাটো বেয়া নহ'ব জানো ? মই ইয়ালৈ অহা খবৰটো তেওঁক দি অহা নহ'লযে।

কোঁৱৰ বহাৰ পৰা উঠিল বাৰু সেইবোৰ ব্যৱস্থা পাছত হ'ব। যাৱতীয় কাগজ পত্ৰখিনি আনিবলৈ হ'লেও এবাৰতো যাবই লাগিব। আহক এতিয়া ভিতৰলৈ।

কেউজন মনৰ উলাহেৰে ড্ৰইং ৰুমৰ পৰা উঠি ভিতৰলৈ সোমায় আহিল।

সমীৰণ কাকতিৰ ঘৰৰ গেটৰ মুখত ডাক্তৰ নৰেণ দাসৰ গাড়ীখন আহি ৰ'লহি। ড্ৰাইভাৰে গাড়ীৰ পৰা মূৰ উলিয়াই চাই জনালে— ছাৰ গেটত তলা মৰা আছে।

গাড়ী ৰখোৱা দেখি চকীদাৰে লৰা-ঢপৰিকৈ আহি তলাটো খুলি, গেটখন খুলি দিলে।

ড্ৰাইভাৰে গাড়ীখন সুমুৱাই আনি একেবাৰে ঘৰৰ সম্মুখত ৰখালেহি।

চকীদাৰে গেটখন মাৰি পুনৰ বেগাই আহি ডাক্তৰৰ কাষ পাই জনালে— নমস্কাৰ ডাক্তৰ চাহাব। আমাৰ চাহাব বাইদেউৰ শহুৰৰ ঘৰত গৈছে।

ডাক্তৰ দাসে গাড়ীৰ পৰা নামিল— কেতিয়া ঘূৰি আহিব বুলি কৈ গৈছে?

চাহাবে সেইটো মোক কৈ যোৱা নাই ছাৰ, ঘূৰি আহিব ঠিক কিন্তু।

ভাত খাই গৈছে— অন্যমনস্কভাৱে সুধিলে নৰেণ দাসে।

চাহাবে ঘৰত ভাত খাই যোৱা নাই, তাতে খায় আহিব কিজানি।

অ'হ তেনে অহাত পলম হ'ব নিশ্চয়— দাসে হুমুনিয়াহ এটা কাঢ়ি ঘড়ীটোলৈ চালে, ঠিক চাৰি বাজি চাৰি মিনিট গৈছে। অৱশ্যে মনে মনে ভালেই পালে তেওঁ কাৰণ এই মাৰাত্মক বিষয়টো বন্ধু কাকতিৰ সন্মুখত কেনেকৈ ব্যক্ত কৰিব ? মই বন্ধু কাকতিক কি বুলি প্ৰশ্ন কৰিম আৰু তেওঁ আত্মসন্মান কাতি কৰি কি বুলি বাৰু উত্তৰ দিব বা তেওঁ কি বুলি প্ৰশ্ন কৰিব, ময়েবা কি বুলিনো উত্তৰ দিম। বন্ধু এনেয়ে হাই প্ৰেচাৰ থকা মানুহ যদি জঘন্যতম পাৰহীন খবৰটো পাই হাৰ্টফেইল কৰে তেনে তাৰবাবে হয়তো ময়ে চিৰকাল জগৰীয়া হৈ থাকিব লাগিব। তেনেহ'লে এই সুযোগতে আঁতৰি যোৱাতোৱেই মঙ্গলজনক হ'ব— ইয়াকে ভাবি নৰেণে পলায়নবাদী মনোভাৱেৰে হাতৰ বেগটো খুলি তিনিখন ৰিপৰ্টৰ কাগজ উলিয়াই চকীদাৰৰ হাতত দি ক'লে— লোৱাঁ তোমাৰ চাহাব আহিলে এই লেবৰটৰিৰ ৰিপৰ্ট কেইটা দি দিবা। লগতে মই আহিছিলো বুলি ক'বা আৰু প্ৰয়োজন হ'লে মোলৈ ফ'ন কৰিবলৈ ক'বা।

চকীদাৰে ভক্তিৰে কাগজ কেইখন লৈ নমস্কাৰ জনালে নিশ্চয় কৈ দিম চাৰ।

ডাক্তৰে আৰু কেনিও ঘূৰি নাচায় ঘপহকে আহি গাড়ীত বহিলহি— ব'লা ড্ৰাইভাৰ।

ড্ৰাইভাৰে নিৰ্দ্দেশ অনুযায়ী গাড়ী চলালে নিম্নগতিত ।

চকীদাৰে দৌৰি আহি গেটখন খুলি ধৰিলত ডাক্তৰ নৰেণ দাসৰ গাড়ী ওলায় গ'ল।

চকীদাৰে গেটখন পুনৰ তলা মাৰি দি ফুলনিখনলৈ বাৰে বাৰে চাই দুখ কৰিলে। অথনিৰ কোবাল বতাহজাকে ফুলনিখনৰ গছৰ কুমলীয়া ডালবোৰ ভাঙি তেনেই ধাহি মুহি পেলালে। অৱশ্যে মোৰ সেই প্ৰাকৃতিক বলিয়া বতাহ জাকক বোধ কৰিব পৰা কোনো ক্ষমতাই নাই। কিন্তু চাহাবে আহি দেখিলে তেওঁৰ সৌন্দৰ্য পিপাসু কোমল মনটো ম্ৰিয়মান হৈ যাব— সঁচায় অনুতপ্ত হৈ উঠিল চকীদাৰৰ সৰল মনটো।

বঁতৰটো গোমাই অহা দেখি দিনৰ ভাগত অসময়তে ঘৰৰ নিয়ন চাকিবোৰ জ্বলি আছে।

কোঁৱৰে বাতৰি কাগজখন পঢ়ি টেবুলৰ ওপৰত থ'বলৈ লওঁতে হঠাৎ টিপয়খনৰ ওপৰত চকু পৰিল। দেখা পালে বিঁয়েয়েকৰ ক'লা ডাঙৰ বেগটো। বিশেষ প্ৰয়োজনীয় বোধকৰি মাত দিলে— শুনিছানে ত্ৰিবেণী।

কাষৰ কোঠাৰ বিছনাখনত বহি 'হুজ হু' কিতাপখন মেলি একান্তমনে চাই থকা ত্ৰিবেণী ঘপহকৈ উঠি আহি শহুৰেকৰ কাষ পালেহি— কি বাবা মাতিছিল নেকি মোক।

চোৱাঁচোন বোৱাৰী দেউতাৰে তেখেতৰ প্ৰয়োজনীয় বেগটো সৌৱা এৰি থৈ গ'ল টিপয় খনৰ ওপৰতে । চোৱাঁচোন বেগটোত কিবা জৰুৰী কাগজ পত্ৰও থাকিব পাৰে, যদি ঘৰৰ ছাবিকোছা এৰি গৈছে তেনেহ'লে আকৌ উভতিব লাগিব।

ঠিকেই কৈছে বাবা-ত্ৰিবেণীয়ে লৰা-লৰিকৈ বেগটো হাতত লৈ চেইনডাল খুলি হাত দি উলিয়াই চাই আচৰিত হ'ল এডাল সৰু ৰুদ্ৰাক্ষৰ মালা। এডাল হীৰা মুকুটা খটোৱা সোণৰ নেকলেচ আৰু এটা হীৰাৰ বাখৰ লগোৱা সোণৰ আঙঠি। সেইবোৰ থৈ পুনৰ বেগটোত হাত ভৰাই পালে দৰবৰ পেকেট এটা।

কোঁৱৰে হমুনিয়াহ এটা কাঢ়ি বন্ধুৰ নিস্বাৰ্থ অৱদানৰ কথা ভাবি ক'লে— এইবোৰ সম্ভৱ দেউতাৰে তোমাক দিবলৈকে আনিছিল নহয়নে বাৰু বোৱাৰী।

চাওকচোন বাবা, এইখিনি কিবা প্ৰয়োজনীয় পিল নেকি ?

কোঁৱৰে পেকেটতো হাততলৈ চাই জনালে অ'হ এইটো দেউতাৰাৰ বৰ প্ৰয়োজনীয় মানে ব্লাড প্ৰেচাৰৰ ঔষধ। এহে বাকী বোৰতকৈ এইখিনি পঠিয়াই দিয়াটোহে বিশেষ জৰুৰী। কালিলৈ ইয়াঁলৈ ঘূৰি অহাৰ টেনশ্যনত থাকিলে প্ৰেচাৰ বাঢ়ি নগ'লেহে ৰক্ষা।

উদ্বিগ্ন হৈ পৰিল ত্ৰিবেণী তেনেহ'লে কি কৰা যায় বাৰু বাবা ?

মাধুৰিমা ওলাই আহিল— হ'লনো কি ত্ৰিবেণী ?

মানে মাম্মী পাপাই এইবোৰ বস্তুৰ লগতে নিত্য প্ৰয়োজনীয় এই প্ৰেচাৰৰ দৰব পাহৰি বেগটোৰ ভিতৰতে এৰি থৈ গ'ল।

কথাটো উপলব্ধি কৰি মাধুৰিমাই জনালে— চিন্তাৰ বিষয় তেতিয়াহ'লে। লগে লগে পঠিয়াই দিয়াটোৱেই মঙ্গল নে কি কোৱা তুমি ?

পত্নীৰ কথাত হয়ভৰ দিলে কোঁৱৰে— ময়ো তাকেই ভাবিছোঁ মাধুৰিমা।

মাধুৰিমাই সহানুভূতিশীলা হৈ জনালে— ব'লা, নহ'লে আজি নিশা আমি তাতে থাকিমগৈ তেনেহ'লে বস্তু-বাহানিখিনি বন্ধাত সহায় কৰি দি কালিলৈ পুৱা তেখেতকলৈ অহাত বেচ সুবিধা হ'ব। নহ'লে অকলশৰে কিমান সামৰিবনো।

ত্ৰিবেণীয়ে আশাৰে সুধিলে ময়ো  যামনে পাপাৰ ওচৰলৈ।

মাধুৰীমাই হাঁহিলে— তোমাক কিবা এৰি যাম নেকি ব'লা পাপাৰৰ ঘৰত এৰাতি থাকি আহিলে ঘৰখনেই ধন্য হ'ব।

তুমি যাব পাৰিবাতো— কোঁৱৰে বোৱাৰীয়েকৰ অৱস্থাটোলৈ এবাৰ নিৰীক্ষণ কৰিলে।

শহুৰেকৰ কথাত ত্ৰিবেণীয়ে মনৰ সাহসেৰে জোৰ দি ক'লে— আপুনি চিন্তাই নকৰিব পাপা মই ওলাওঁ তেনে।

ব'লা তেনে ওলোৱা যাওঁহক-কোঁৱৰ বহাৰ পৰা উঠিল।

ত্ৰিবেণী আনন্দত অধীৰ হৈ যাবলৈ ওলাল।

মাধুৰিমাই সন্তোষ পালে বোৱাৰীয়েকৰ সাহস আৰু উৎফুল্ল মন দেখি।

চকীদাৰে কোঁৱৰৰ চিনাকী গাড়ীখন দূৰৈতে দেখা মাত্ৰকে গেটখন খুলি ধৰিলে।

ত্ৰিবেণীহঁতৰ গাড়ীখন ড্ৰাইভাৰে চিধাই সুমুৱাই আনি ঘৰৰ সন্মুখত ৰখালেহি।

ত্ৰিবেণীয়ে মনৰ অসীম আনন্দত প্ৰথমেই গাড়ীৰ পৰা নামি লৰালৰিকৈ ভিতৰলৈ সোমায় আহি পৰ্দাখন ডাঙি দেখে দুৱাৰখন বন্ধ। এনেয়ে বন্ধ ভাবি তাই মনৰ উল্লাহেৰে মাত দিলে— পাপা পাপা দুৱাৰখন খোলাচোন, কোন আহিছে চোৱাহি।

কোঁৱৰ আৰু মাধুৰিমাও সোমায় আহিল। কোঁৱৰে দুৱাৰখন বন্ধ দেখি কলিং বেলটো বজাই দিলে।

ঘৰৰ লগুৱা ৰতনে লৰালৰিকৈ আহি দুৱাৰখন খুলি দিলেহি— অ' বাইদেউ আহিছে, আহক ভিতৰলৈ— ত্ৰিবেণীক দেখি ৰতনে সকাহ্ পালে। তাৰ দায়িত্ব যেন অকণমান পাতলিল।

পাপা আহি পোৱাহিয়েই নাই নেকি— একে উশাহে সুধিলে ত্ৰিবেণীয়ে।

পালেহি সৰুকৈয়ে ক'লে ৰতনে।

ব্যাকুল ত্ৰিবেণীয়ে আনন্দত অধীৰ হৈ সুধিলে— পাপ ক'ত আছে।

ৰতনে তলমূৰকৈ জনালে— চাহাব বিছনাত পৰি আছে।

ত্ৰিবেণীৰ মনটো চিৰিঙকৈ গ'ল   কিবা প্ৰেচাৰ বেছি হৈ গ'ল নেকি আকৌ, তাই পাছলৈ চাই মাত দিলে আহক বাবা, মাম্মী, পাপাৰ গাতো ভাল নহয় শুই আছে বোলে।

ত্ৰিবেণীৰ পাছে পাছে দেৱব্ৰত আৰু মাধুৰিমা সোমায় আহিল।

কপালত হাত দি বিষন্ন মনেৰে ওপৰ মুখকৈ পৰি থকা দেউতাকক দেখি ত্ৰিবেণী লৰালৰিকৈ আহি দেউতাকৰ কপালৰ পৰা হাতখন আঁতৰাই দি সুধিলে— পাপা মূৰে কপালে হাত দি চিন্তা কৰি পৰি আছা যে ? ঘূৰি আহোঁতে কৰ'বাত কিবা হ'ল নেকি তোমাৰ ? দেউতাকৰ মূৰে কপালে চেনেহৰ হাত ফুৰায় দি মূৰৰ শিতানতে বহি পৰিল ত্ৰিবেণী।

দেৱব্ৰত আৰু মাধুৰিমা আহি কাকতিৰ বিছনাৰ নিচেই কাষত ৰ'লহি।

কোঁৱৰে আক্ষেপেৰে ক'লে— অথনি আপোনাক অকলশৰে আহিব নালাগে বুলি আমি কৈছিলোঁ নহয়, প্ৰেচাৰতো বেছি বাঢ়ি গ'ল যেন পাইছোঁ। গাতো খুউব বেছি

বেয়া লাগিছে নেকি বাৰু আপোনাৰ ?

মাধুৰিমাই সেমেকা মাতেৰে কোঁৱৰক জনালে হয়নে হেৰা— ডাক্তৰ নৰেন দাসক ৰিঙ কৰি খবৰটো দিয়াচোন, সোনকালে আহি যাওক।

কাষতে মন মাৰি বৈ থকা ৰতনক ত্ৰিবেণীয়ে ক'লে— ৰতন যাচোন মিঠাতেল অকণমান গৰম কৰি আন, পাপাৰ ভৰিৰ তলুৱাত মালিচ কৰি দিব লাগে।

ৰতন ভিতৰ সোমাল।

ইমান স্ফূৰ্ত্তি কৰি ঘূৰি অহা মানুহজনৰ হঠাৎ পৰিবৰ্তন দেখি তিনিওৰো অন্তৰে কান্দি উঠিল।

দেউতাকৰ নিস্তব্ধতা দেখি ত্ৰিবেণীৰ অশ্ৰুলো বৈ আহিল। তাই দুখেৰে সুধিলে — পাপা তোমাৰ হৈছেনো কি নোকোৱা কিয় ?

বিমৰ্ষতাত তেনেই ম্লান পৰি অহা জীয়েকৰ করুণ মুখখনলৈ চাই অন্তৰে কান্দি উঠিল কাকতিৰ। অধীৰ বেদনাক ঢাকি নিস্তেজ স্বৰেৰে জনালে— বহক আপোনালোক।

মাত শুনি কেউজনৰ মুখলৈ যেন পানী আহিল হ'ব বাৰু বহিছো— দেৱব্ৰত আৰু মাধুৰিমাই চকী দুখন লাহেকৈ আনি বিছনাৰ কাষতে বহিল।

ত্ৰিবেণীয়ে সমবেদনাৰে ক'লে,—মই তোমাৰ অন্তৰৰ বেদনাৰ কথা বুজিছো' পাপা। তুমি সকলো ত্যাগ কৰি সংসাৰৰ মায়া-মোহ এৰি উদাৰ হৈ পৰিছা নহয় জানো ? তাই হাতৰ ৰুমালেৰে নিজৰ আৰু দেউতাকৰ নিগৰি অহা অন্তৰৰ বেদনাৰ চিন স্বৰূপ চকুপানীখিনি মচিলৈ আকৌ ক'লে— তুমি ইমান জ্ঞানী গুণী মহান মানুহ এজন হঠাৎ ইমান হতাশাৰে ভাগি পৰিবা বুলি আমি সপোনতো কল্পনা কৰা নাছিলোঁ। তুমি আমাক কোৱা বিপদত ধৈৰ্য্য ধৰি সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবলৈ কিন্তু এতিয়া আকৌ তুমি নিজেই ইমান হতাশাত ম্ৰিয়মান হৈ পৰিছা কিয় বাৰু পাপ ? দেউতাকৰ চুলিৰ মাজত তাইৰ লাহি আঙুলি কেইটা অতি ধীৰে ধীৰে বুলাই দি প্ৰত্যুত্তৰ বিচাৰিলে ত্ৰিবেণীয়ে।

কোঁৱৰে সহানুভূতিশীল হৈ দয়া প্ৰদানেৰে আশাৰে জনালে— কওক বন্ধুবৰ কাকতি ডাঙৰীয়া, এতিয়া আমি আপোনাৰ বাবে কিধৰণে সহায় কৰিব পাৰোঁ। নহ'লে মই নিজেই গৈ ডাক্তৰ নৰেণ দাসক মোৰ গাড়ীতে লৈ আহোঁগৈ নেকি ?

সমীৰণ কাকতিয়ে লাহেকৈ জীয়েকৰ গাত ভেজা দি উঠি বিছনাতে বহি অন্তৰৰ কোণৰ গভীৰ বেদনাৰে অশ্ৰু সিক্ত নয়নে দেৱব্ৰতলৈ চাই জনালে— ডাক্তৰ নৰেণ দাস মোৰ কাষলৈ কেতিয়াও আৰু ঘূৰি নাহিব নেকি?

কিয়? আচৰিত হৈ প্ৰশ্ন কৰি তথা লাগি চাই ৰ'ল কাকতিলৈ দেৱব্ৰত আৰু মাধুৰিমাই।

নিৰ্লিপ্তভাৱে ক'লে— কাকতিয়ে অথনি মই আপোনালোকৰ ঘৰত থাকোঁতে মোৰ অন্তৰঙ্গ বাল্য বন্ধু ডাক্তৰ নৰেণ দাস আহিছিল আৰু মোক নাপায় একজিমলৰ বিপৰ্টবোৰ ৰতনৰ হাতত দি গুচি গ'ল। মই অহাৰ পাছত ফ'নত মোৰ লগত তেওঁৰ যথেষ্ট তৰ্কা-তৰ্কি হ'ল। অলপ আগেয়ে তেওঁ মোক এটা বিশেষ কাৰণত বৰ বেয়াকৈ দোষাৰোপ কৰিছে।

কথাতো উৰুৱাই দিবলৈ কোঁৱৰে পাতলাই ক'লে— এহ্ বন্ধুবৰ বাদ দিয়ক সেইবোৰ। কথা। অতি ঘনিষ্ঠ অন্তৰঙ্গ বন্ধুৰ মাজত কেতিয়াবা সাধাৰণ কথাতে অভিমান লাগি কিবা কিবি ডাঙৰ কথা কৈ দিয়েই দিয়কচোন।

মাধুৰিমাই অলপ চিন্তা কৰি স্বামীক জনালে— বাৰু বন্ধুৰ মাজৰ মনোমালিন্য নিজেই আঁতৰিব। মই জনাত বিঁয়েৰ মুখমণ্ডলৰ ৰক্তাক্ততালৈ চাই ব্লাড প্ৰেচাৰো বাঢ়িছে যেন পাওঁ গতিকে আমাৰ হাউচ ফিজিসিয়ান ডাক্তৰ ৰমা মেধিক ফ'ন এটা কৰি ইয়াৰ ঠিকনাতো জনাই দিয়ক। আপোনাৰ কল পালে তেখেত নহাঁকৈ কেতিয়াও নাথাকে।

চাওক বিঁয়ে বিয়নী, ডাক্তৰে শাৰীৰিক ৰোগ আৰোগ্য কৰিব পাৰে কিন্তু মানসিক ৰোগ নিজৰ পৰা উদ্ভৱ হোৱা বস্তু।

ত্ৰিবেণীৰ হঠাৎ মনত পৰিল অ পাপা অথনি তুমি আমাৰ তাত তোমাৰ এই বেগটো এৰি থৈ আহিলা।

দেউতাকে ম্লান কণ্ঠেৰে জনালে মই অথনি কথাৰ মাজতে পাহৰিলোৱেই। মৰমৰ চিন স্বৰূপে মাৰৰ সেই অৱশিষ্ট অলঙ্কাৰ দুপদ মইনো আৰু সাঁচি ৰাখিম কাৰ বাবে গতিকে তয়ে স্মৃতি চিহ্নৰূপে ব্যৱহাৰ কৰি ৰাখিবি, মৃতকেও সন্তোষ পাব— চকুপানী অজানিতে পুনৰ নিগৰি আহিল কাকতিৰ। মৃতা পত্নীৰ স্মৃতিয়ে শোকাকুল কৰি তুলিলে তেওঁৰ কৰুণ হৃদয়ক।

কিবা উল্লেখ কৰিলে বেদনা বাঢ়ি যাব বুলি চিন্তা কৰি ত্ৰিবেণীয়ে সমৰ্থন কৰি ক'লে- হ'ব বাৰু পাপা, তোমাৰ ইচ্ছা মই বাৰু পূৰণ কৰিম। এই আঙঠি আৰু চেইনডাল মই পিন্ধিম আৰু মাৰ স্মৃতি জাউতিযুগীয়া কৰি ৰাখিবলৈ মিউজিয়ামত সঞ্চিত কৰি ৰখা দি মই সযত্নে ৰাখিম, প্ৰতিশ্ৰুতি দিলোঁ মই। কিন্তু ইয়াৰ লগতে এইয়া তোমাৰ প্ৰেচাৰো দৰবটো আছিল। বেগটো খুলি দৰবৰ ফাইলটো উলিয়াই লোৱাঁ এইয়া বুলি দেউতাকৰ হাতত দি বেগটো বিছনাৰ মূৰৰ শিতানতে থলে ত্ৰিবেণীয়ে।

কাকতিয়ে গভীৰ নিশ্বাস পেলায় জনালে— হ'ব বাৰু ত্ৰিবেণী, মই তোক এটা অনুৰোধ কৰি যাওঁ।

হেহ্ কিয় তেনেকৈ কোঁৱা পাপা। এই সকলোবোৰ তোমাৰ, তুমি ৰিকুৱেষ্ট কিয় কৰিবা। তোমাৰ উপদেশ বা আদেশ আমি আখৰে আখৰে পালন কৰিবলৈ সদায় প্ৰস্তুত আছোঁ। কোঁৱাচোন বাৰু পাপা তোমাৰ মনৰ কথা।

দেৱব্ৰত আৰু মাধুৰিমাই অপলক নয়নে চাই ৰ'ল কাকতিলৈ, হঠাৎ কিয় বাৰু ইমান পৰিৱৰ্তন হৈ গ'ল— এই সদা হৰিষ মনৰ মানুহজন ?

মানৱীয়তা আৰু গভীৰ নিষ্ঠাৰে জনালে কাকতিয়ে— চা ত্ৰিবেণী মোৰ মাজনী, আমাৰ বাগানৰ আশে পাশে আমাৰ মাটিত বহি থকা আৰু বস্তিত কিছুমান ঠাইত বহুদিন ধৰি বসবাস কৰি থকা প্ৰাক্তন বনুৱা বা খেতিয়ক যিকেইঘৰ আছে সিহঁতক আৰু জোৰ কৰি বা কেছ্ কৰি উঠাব নালাগে। পেটে ভাতে খাই থকা মানুহ, ধৰ্ম আৰু মানৱীয়তাৰ খাতিৰত সিহঁতৰ পৰা মাটিৰ মূল্যও বিচাৰিব নালাগে। দেৱজিতক কবি সেইখিনি মাটি সিহঁতৰ নামত দান কৰি দিব। চলাই খাব পাৰিলে বাগানকে লৈ এইবোৰ সম্পত্তিয়ে যথেষ্ট নহয় জানো বাৰু বিয়ৈ, বিয়নী।

ইতিমধ্যে ৰতনে কাঁচৰ সৰু বাটি এটাত মিঠাতেল অলপ গৰম কৰি আনি মালিকৰ ভৰিৰ তলুৱাত ত্ৰিবেণীৰ ইঙ্গিত নিৰ্দ্দেশমতে ঘঁহি মালিচ কৰি দিলেহি।

এইবোৰ বিষয়ত আমাৰ দুয়োৰে মাত মতাৰ অধিকাৰ নাই, মিষ্টাৰ কাকতি চাহাব-নিৰপেক্ষভাৱে জনালে কোঁৱৰে।

অৱশ্যে এতিয়া আমাৰ উত্তৰাধিকাৰী দেৱজিতৰ ওপৰতে সকলো কথা নিৰ্ভৰ কৰে। তথাপি আপোনালোকৰ বোৱাৰীক নিজৰ ফালৰ পৰাও সজ পৰামৰ্শ দিব।

মাধুৰিমাই যেন সগৌৰৱে জনালে— আপুনি সকলো শিক্ষাতে পৈণত আৰু গুণী জ্ঞানী কৰি পঠিয়াইছে, আপোনাৰ আলাসৰ লাৰু জীয়ৰি ত্ৰিবেণীক। আপোনাৰ দৰে মহান আদৰ্শবান লোকৰ ছোৱালী কেতিয়াবা বেয়া হ'ব পাৰে নেকি ? দেশ-বিদেশৰ নজনা কথা আমি ত্ৰিবেণীৰ পৰা জানিবলৈহে বিচাৰোঁ।

ত্ৰিবেণীয়ে সলজ্জভাৱে জনালে— মাম্মী তেনেকৈ কৈ মোক লাজ নিদিবচোন। যিমান নপঢ়ক তথাপি বয়োজ্যেষ্ঠ বিজ্ঞজনৰ সমান অভিজ্ঞতা কনিষ্ঠজনৰ কেতিয়াও হ'ব নোৱাৰে। জ্ঞানে আৱিষ্কাৰ কৰিলেও অভিজ্ঞতাইহে সংসাৰ চলায়।

কাকতিয়ে লাহেকৈ ক'লে— ৰতন তই এতিয়া মোৰ প্ৰতিপাল কৰি থাকিব নালাগে। প্ৰথমে গাখীৰ অলপ গৰম কৰি এগিলাচকৈ ছাৰ বাইদেউহঁতক খাবলৈ আনি দে গৈ যা।

ত্ৰিবেণীয়ে বাধা দিলে— হ'ব পাপা, যি কৰিব লগা আছে মই কৰি দি থাম বাৰু। তাৰ আগতে তুমি ওলোৱাঁ তোমাক এতিয়াই লৈ যাম আমি।

কাকতিয়ে দীঘল নিশ্বাস এটা পেলায় জনালে— মই কি ভাবিছোঁ জানে বিঁয়ে বিয়নী।

কওকচোন বাৰু— দুয়ো অতি আগ্ৰহেৰে সমস্বৰে সুধিলে।

উদাসভাৱে জনালে কাকতিয়ে— তপস্যাৰ দ্বাৰা সমাধিত বহি এই নশ্বৰদেহ ত্যাগ কৰোঁ।

কথা শুনি সঁচাই খং উঠি গ'ল জীয়েকৰ— পাপা তুমি মিছামিচি কি বাজে কথাবোৰ কৈছানো, সঁচায় মই বুজা নাই।

কোঁৱৰে আক্ষেপেৰে ক'লে— মিষ্টাৰ কাকতি হঠাৎ আপোনাৰ মানসিক পৰিৱৰ্তনে আমাক সঁচায় বিচলিত কৰি তুলিছে। আগবেলা ধীৰ সুস্থিৰ শান্তিপ্ৰিয় মানুহজন হঠাৎ তনুত্যাগী হৈ পৰিছে কিয় বাৰু ?

মাধুৰিমাই সকাহ দি ডাঠি ক'লে— সেইবোৰ সকলো বাদ দিয়ক, আপোনাৰ একো হোৱা নাই মাথো মনৰ উদাসিনতা এইবোৰ। এতিয়া মুঠতে আপোনাক আমাৰ লগত লৈ যাম। এইবাৰ বোৱাৰীয়েকৰ গাত ধৰি ক'লে - ত্ৰিবেণী তুমি দেউতাৰৰ যাৱতীয় বস্তু কেইপদ সামৰি লোৱাঁ। বাদ বাকী পাছে পৰে নিবহি পৰা যাব। ৰাতি বিয়লি অসুখ বাঢ়িলে চাবলৈ ঘৰত খামিডাঠ মানুহ এটা নাই। গতিকে এনে অৱস্থাত দেউতাৰক কেতিয়াও এৰি যাব নোৱাৰোঁ।

মনৰ আক্ষেপ প্ৰকাশ কৰিলে কাকতিয়ে-চাওক ডাক্তৰ নৰেণ দাস মোৰ অন্তৰঙ্গ বাল্য বন্ধু। আপোনালোকে জানে আমাৰ দুয়োৰে একে নলীয়ে পানী যায়।

হয়, ভালকৈয়ে জানো— কোঁৱৰে জনালে।

গভীৰ বেদনাৰ ছাঁ স্পষ্টভাৱে ফুটি উঠিল কাকতিৰ মুখ মণ্ডলত— সেই বন্ধুৱে আজি মোক অবিশ্বাসত অন্ধ কূপলৈ ঠেলি দি বন্ধুত্বৰ চিৰ বিচ্ছেদ কৰিলে। সেইয়ে মই চিৰদিনৰ বাবে সম্পূৰ্ণ ভাগি পৰিলোঁ। সংসাৰ যেন তেনেই অসাৰ হৈ গ'ল।

মনত আঘাত লাগি গ'ল কোঁৱৰৰ স্পষ্টভাৱে ক'লে, তেওঁ ডাক্তৰ দাসে আপোনাক প্ৰতাড়ণা কৰিব পাৰে। মানুহৰ মন পৰিৱৰ্তনশীল হ'লেও অন্ততঃ দয়া, ধৰম, সংযম, নৈতিকতাবোধ সচেতনতা থাকিব লাগে। শুনক মিষ্টাৰ কাকতি ডাঙৰীয়া, মই আপোনাৰ বিঁয়ে হিচাপে বন্ধু বা হিতাকাঙ্খী ৰূপে মোৰ জীৱনৰ শেষ মুহূৰ্তলৈকে আপোনাক মই

নেৰো। সদায় হৃদয়ৰ অবিচ্ছিন্ন এনাজৰীৰে বান্ধি ৰাখিম এই বন্ধুত্ব। মোৰ এই দৃঢ় প্ৰতিজ্ঞাৰ কিন্তু লৰ চৰ নাই। আপুনি মোৰ ল'ৰাক নিজ পুত্ৰৰ দৰে আপোনাৰ স্থাবৰ অস্থাবৰ সম্পত্তি চৰ্তবিহীনভাৱে দান কৰিব পাৰিছে তাৰ পৰিৱৰ্তে আপোনাৰ জীৱনৰ দায়িত্ব আমি লৰ'লৈ ইমান অসমৰ্থ হ'ম বুলি আপুনি ভাবেনে ? ইমান কঠিন হৃদয় ভগৱানে যেন কাকো নিদিয়ক।

পতিৰ কথাত পত্নীয়ে সগৌৰৱে জনালে— মোৰো একেই মত, এগৰাকী নাৰী হিচাপে সৃষ্টিৰ প্ৰতি মানৱলৈকে মোৰ সদিচ্ছা আছে। ততোধিক আপোনাৰ দৰে মহান ত্যাগী সমাজ সেৱক সিদ্ধ পুৰুষক ৰক্ষা নকৰিলে, ঘূৰি নাচালে ৰৌ ৰৌ নৰকত পচিব লাগিব আমি।

প্ৰতিশ্ৰুতি অবিশ্বাস্য হ'লেও মনলৈ অকণমান শান্ত্বনা আনি জনালে- ধন্যবাদ। মোৰ মনলৈ কিছু সাহস আহিছে যদিও প্ৰতীয়মান হোৱা নাই মোৰ মন- কাকতিয়ে বিহ্বল দৃষ্টিৰে চাই ৰ'ল উদাৰহেন কোঁৱৰলৈ।

কোঁৱৰে স্তম্ভিত হৈ প্ৰশ্ন কৰিলে— আমি বুজা নাই আপোনাৰ একে বেলাতে কি ইমান নৰঘাতকী সমস্যা হ'ল যে আমাৰ ওপৰতো বিশ্বাস হেৰুৱাই পেলাইছে ???

মনোকষ্ট আৰু হতাশাৰে জনালে কাকতিয়ে— আজি ডাক্তৰ দাসে মোৰ ষ্টুল, ইউৰিণ, ব্লাড টেষ্টৰ ৰিপৰ্ট কেইটা মই নাথাকোঁতে চকীদাৰৰ হাতত দি গ'লহি।

ত্ৰিবেণীৰ মনটো চিৰিঙকৈ গ'ল- পাপাৰ ব্লাড কেন্সাৰ হোৱা নাইতো ?? অপলক নয়নে তাই চাই ৰ'ল দেউতাকলৈ।

পিছে তাতে কি হ'লনো— কোঁৱৰে সাধাৰণভাৱে ক'লে।

চাব নেকি— উদাসভাৱে সুধিলে কাকতিয়ে।

আমি চাইনো কি লাভ হ'ব। হয়তো ডাক্তৰী কথা নুবুজিবও পাৰোঁ।

বুজিব চাওক এইয়া ৰিপৰ্ট - গাৰু তলৰ পৰা উলিয়াই দিলে।

কোঁৱৰে ৰিপৰ্ট তিনিওটা হাতলৈ আনি চকু ফুৰালে প্ৰথম ৰিপৰ্টটোত। ৰিপৰ্টটো আছিল ষ্টুলৰ— ক'তা ইয়াত মাত্ৰ কিছুমান ডিসেণ্ট্ৰীৰ জাম মানে মিউকাস ভিজিটেবল চেল থ্ৰি প্লাস হে। এইটো এটা কিবা চিন্তাৰ বিষয় হ'ল নেকি ? গেষ্ট্ৰিক আলচাৰ হ'লেও ভাল হৈ যায়। তাৰ পাছৰখন লুটিয়ালে।

কাকতিয়ে এবাৰ ত্ৰিবেণীলৈ আনবাৰ বিয়ে-বিয়নীলৈ পুনৰবাৰ ঘৰৰ চাবিবেৰলৈ চাই প্ৰতিক্ৰিয়ালৈ বাট চাই ৰ'ল। সংসাৰ ত্যাগ কৰাটো একো ডাঙৰ কথা নহয়। কিন্তু থাকি যোৱা সন্দেহত মচিব নোৱাৰা বদনামলৈহে দূৰন্ত ভয় কাৰণ মানুহে যদি চৰিত্ৰক সন্দেহ কৰে তেনে আৰ্জ্জিত কৰ্ম্মৰ ফল সকলো ধূলিসাৎ হৈ যাব। তাৰ উপায় বিচাৰি ব্যাকুল হৈ পৰিল কাকতিৰ ছিন্ন ভিন্ন মন।

কোঁৱৰে এইবাৰ হাঁহি বিৰিঙাই পাতলাই ক'লে— এতিয়া বুজিছো ইউৰীণত এলবুমিন থ্ৰি প্লাসকলৈ আপুনি চিন্তিত হৈছে, তাৰ মানে ডাক্তৰে ক'লে— কিডনিৰ বাবে আপোনাৰ হাই ব্লাড প্ৰেচাৰ লগ এৰা নাই নহয় জানো- পুনৰ হাঁহি মাৰি ক'লে- হেৰি চিন্তা নকৰিব লাখ টকা দিলে কিডনিও সলাই ল'ব পাৰিব। প্ৰয়োজন হ'লে আপুনি কলিকতাত এক্সিডেণ্টৰ পাছত থাকি অহা নাৰ্চিঙহোমখনলৈ মই নিজে প্লেনেৰে লৈ গৈ বেটাৰ ট্ৰিটমেণ্ট কৰাই আনিমগৈ হ'বতো ?

নিমাত নিস্তব্ধ কাকতিয়ে তৃতীয় ৰিপৰ্টৰ প্ৰতিক্ৰিয়ালৈ উদ্বিগ্নভাৱে বাট চাই ৰ'ল। ৰিপৰ্টটো জনাৰ পাছত বিশেষকৈ বিয়নী, বিশেষকৈ একমাত্ৰ জীয়ে যদি ভুল বিশ্বাসত বিদ্ৰোহী হৈ যায়। চৰিত্ৰহীন বুলি ভাবি যদি কুৎসা ৰচনা কৰে তেনে আত্মহত্যা কৰিও জানো পাৰ পোৱা যাব ?? চকুৰ আগত চাকনৈয়াত পৰি সমস্ত পৃথিৱীখন যেন ঘূৰিবলৈ ধৰিলে।

মাধুৰিমাই সহজভাৱে কথাটো পাতলাই থ'লে। এইবোৰ সাধাৰণ বেমাৰকলৈ চিন্তা কিয় কৰিছে বাৰু বিয়ে ডাঙৰীয়া। আজিৰ বিজ্ঞানৰ যুগত কোন বেমাৰক প্ৰতিৰোধ কৰিব পৰা নাই বাৰু কওকচোন।

এইবাৰ ব্লাডৰ ৰিপৰ্টটো পঢ়ি কোঁৱৰে স্তম্ভিত হৈ চকু কপালত উঠিলগৈ। কাণ-মূৰ তেওঁৰ গৰম উঠি ৰঙা-ছিঙা পৰি গ'ল। কপালত তেওঁৰ বিন্দু বিন্দু ঘাম জিলিকি উঠিল। অতিষ্ঠ হৈ হঠাৎ তেওঁ বলিয়াৰ দৰে চিঞৰি উঠিল— কাকতি আপুনি নাটকৰ ভাৱৰীয়াৰ দৰে ভাও ধৰি এই জঘন্যতম ঘৃণনীয় ঘটনাটো আমাৰ পৰা কিয় লুকুৱাই ৰাখিছিল ??

কোঁৱৰৰ ব্যৱহাৰ দেখি কথাৰ ভঙ্গি শুনি মাধুৰিমা আৰু ত্ৰিবেণী স্তম্ভিত হৈ ৰ'ল।

কাকতিয়ে কিন্তু সহিষ্ণুতাৰে ভদ্ৰতা ৰক্ষা কৰি অনুত্তেজিত ভাৱেই জনালে খবৰটো — মই আহি পাছবেলাহে পাইছোঁ। মিষ্টাৰ কোঁৱৰ দেখিছো মোতকৈ আপুনিহে বেছি উত্তেজিত হৈ পৰিছে।

কোঁৱৰে খঙত তুচ্ছ-তাচ্ছিল্য কৰি ক'লে নহ'ম কিয় ? মই আপোনাক মহাপুৰুষ

বুলি ভাবিছিলোঁ। কিন্তু আপুনি যে এজন নিমুখাপৰ নিচ প্ৰকৃতিৰ পুৰুষ আজিহে মই বুজিছোঁ। বিশেষকৈ এক্সিডেন্টৰ পাছৰ পৰা তাৰে চেলুলৈ ইবাৰ-সিবাৰ প্লেনেৰে কলিকতালৈ অহা-যোৱা কৰি থকাৰ গূঢ়াৰ্থ মই আজিহে বুজিলোঁ।

দেউতাকৰ প্ৰতি শহুৰেকৰ চৰম অপমান সূচক ব্যৱহাৰ দেখি ত্ৰিবেণীৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। অৱমাননাৰ সীমা চেৰাই যোৱা দেখি তাই উচ্চস্বৰে বাধা দিলে – শুনক বাবা, মোৰ মহান পাপাৰ ক্ষেত্ৰত যি কোনো ধৰণৰ তুচ্ছ আশালীন ব্যৱহাৰ নকৰিব কেতিয়াও।

কাকতিয়ে অনুতপ্ত হৈ অতি দুখেৰে জনালে ক'বলৈ দে ত্ৰিবেণী, মোৰে দুৰ্ভাগ্য, আজি ডাক্তৰেও সন্দেহৰ বশবৰ্ত্তী হৈ মোক ঠিক এনে ব্যৱহাৰেই কৰিলে। গতিকে এনে পৰিস্থিতিৰ উদ্ভৱ হোৱাৰ পূৰ্বেই আত্মহত্যা মহাপাপ বুলি নভবা হ'লে. ।

প্ৰবল শঙ্কাই ত্ৰিবেণীৰ মন-প্ৰাণ গ্ৰাস কৰি পেলালে। তাই দুৰ্ভাৱনাত দেউতাকৰ মুখত সোপা মাৰি ধৰিলে বচ পাপা। চোঁৱা পাপা মই জীৱিত কালত তোমাক কোনো কালে হৰণ কৰিব নোৱাৰে। মোৰ জীৱন দি হ'লেও তোমাৰ আত্মসন্মান ৰক্ষা কৰিম ই মোৰ দৃঢ় প্ৰতিশ্ৰুতি। তুমি মোৰ সুখৰ বাবে জীৱনৰ মাদকতা ত্যাগ কৰি তপস্বীৰ দৰে এক ধ্যানত মোক মানুহ কৰি গঢ়ি তুলিলা। পিতৃ-মাতৃৰ স্নেহ অকলে দিলা। মাতৃ বিয়োগৰ অনুভৱ হ'বলৈ নিদি মোৰ মৰমৰ কেনা লাগে বুলি মই নাবালিকা হৈ থকা স্বত্বেও তুমি দ্বিতীয়বাৰ বিবাহ পাশত আবদ্ধ নহ'লা। গতিকে তুমি কিমান সংযমী মহান ত্যাগী তাক আনে কি উপলব্ধি কৰিব পাৰিব।

কোঁৱৰে মাজতে মাত দি কথাৰ মোৰ সলালে শুনা ত্ৰিবেণী দেউতাৰে বিয়া নকৰালে ঠিকেই কিন্তু সত্য কেতিয়াও গোপনে নাথাকে নিচ অপকৰ্মৰ প্ৰতিফল আজি ব্লাড ৰিপৰ্টত ওলায় পৰিল।

মাধুৰিমাই সন্দেহপূৰ্ণভাৱে সুধিলে— হেৰা কোৱাঁচোন আচল কথাটোনো কি ? মিষ্টাৰ কাকতিৰ ব্লাড ৰিপৰ্টতনো পাইছে কি ?

মই ক'লে বিশ্বাস নকৰিবাতো গতিকে নিজ চকুৰে পঢ়ি চোৱাঁ ৰিপৰ্টত পাইছে কি- ৰিপৰ্টৰ কাগজ কেইখন আগবঢ়াই দিলে।

ত্ৰিবেণীয়ে ৰিপৰ্টটো লৈ চকু ফুৰাই দেখি বিস্ময় মানিলে। চকু তাইৰ কপালত উঠিল। অষ্ঠ-কণ্ঠ শুকাই গ'ল। আচম্বিতে তাই চিঞৰি উঠিল ই হ'বই নোৱাৰে পাপা, এইটো মাৰাত্মক ভুল ৰিপৰ্ট।

কোঁৱৰে উত্তেজিতভাৱে চিঞৰি ক'লে— ইমান ডাঙৰ লেবৰটৰীত ৰিপৰ্ট কেতিয়াও ভুল হ'ব নোৱাৰে ত্ৰিবেণী। মিষ্টাৰ কাকতিৰ ভণ্ড চৰিত্ৰ উদং খালে। আজিৰ পৰা এই ঘৰ আমাৰ চিৰ পৰিত্যক্ত— বহাৰ পৰা ঘৃণাতে উঠিল কোঁৱৰ।

আচল কথাতোনো হ'ল কি— মাধুৰিমাও আতঙ্কিত হৈ উঠিল বহাৰ পৰা।

এইড্‌ছৰ বীজাণু পাইছে কাকতিৰ ব্লাডত — চকু ৰঙা কৰি তুচ্ছ মনোভাৱেৰে কাকতিলৈ চাই ক'লে কোঁৱৰে।

তাৰ মানে কাকতি এইড্‌ছ ৰোগী— মাধুৰিমাৰ চকু কপালত গৈ উঠিল।

এইবাৰ কোঁৱৰে ত্ৰিবেণীলৈ চাই ক্ষোভেৰে জনালে অঁ হয়, ত্ৰিবেণীৰ বাপেক কাকতি এইড্‌ছ ৰোগী।

এইড্‌ছ শব্দটো পুনৰ উচ্চাৰণ কৰি কঁপি উঠিল মাধুৰিমা।

মানৱীয়তাহীনভাৱে কঠোৰ নিৰ্দ্দেশ জাৰি কৰিলে স্পষ্টভাৱে দেবব্ৰত কোঁৱৰে— এই মুহূৰ্ততে তোমালোকে ইয়াৰ পৰা ওলাই ব'লা। এই ৰোগৰ বিষয়ে শুনাও পাপ। কি চাই আছা ত্ৰিবেণী? পিতৃ হ'লেও এনে মানুহৰ ক্ষমা নাই ওলায় ব'লা।

ত্ৰিবেণীক লক্ষবাৰ দেউতাকৰ বিষয়ে বেয়াকৈ ক'লেও তাইৰ মনে কেতিয়াও নামানে- যি জন মানুহে পুৱা সন্ধ্যা ঘৰৰ মন্দিৰত সোমায় কমেও এঘণ্টা ভগৱান ভগৱতীক জপ ধ্যান কৰে, যিজন মানুহে নিজৰ মন্দিৰত বছেৰেকত এবাৰকৈ হোম যজ্ঞৰে জগদ্ধাতৃ পূজা, পৰমেশ্বৰ শ্ৰী শ্ৰী শিৱ পূজা, শ্ৰী শ্ৰী সত্যনাৰায়ণ দেৱতাৰ পূজা কৰে, দান-দক্ষিণা দিয়ে। যাৰে ঘৰৰ পৰা দান বিচাৰোতাই বিমুখ নহয়। সকলোকে সৎ পৰামৰ্শ দিয়ে ছাত্ৰ-ছাত্ৰীক নিজৰ পুঁজিৰ পৰা অকাতৰে দান বৰঙণী যাচি উচ্চ শিক্ষাৰ বাবে প্ৰয়াস যোগায। সাধু সন্ন্যাসীৰ সান্নিধ্যত সৎ আলাপ কৰি দিন কটায়। যিজন মানুহে ব্ৰাহ্মণ পণ্ডিতৰ দ্বাৰা গীতা, ভাগৱত, চণ্ডি পাঠ কৰোৱাই তাৰ মৰ্মবাণী হৃদয়ঙ্গম কৰি ধীৰ স্থিৰ হৈ থাকে— সেই মানুহ মৰি গ'লেও কেতিয়াও চৰিত্ৰহীন হ'ব নোৱাৰে। তাই শোক চম্ভালি দৃঢ় কণ্ঠে প্ৰকাশ কৰিলে— মিছাতে মোৰ পাপাৰ ওপৰত অপবাদ জাপি নিদিব। সৎ, মহৎ পাপাৰ চৰিত্ৰত ধৰিবলৈ আপোনালোক কোন ? মই মোৰ পাপাৰ বাবে আপোনালোকৰ দৰে অল্পজ্ঞানী লোকক বাদ দি লাগিলে ভুল বুজিলে মোৰ স্বামী দেৱজিতকো ত্যাগ কৰিবলৈ কুণ্ঠাবোধ নকৰোঁ।

সমাজ সচেতনহীন সংসাৰী জ্ঞানৰ প্ৰতি অন্ধ দেবব্ৰত আৰু মাধুৰিমাই বোৱাৰীয়েক ত্ৰিবেণীক দুহাতত ধৰি তাইৰ দৃঢ় পদক্ষেপ ভঙ্গ কৰিবলৈ বুলি চোঁচোৰালে— তই এই

ঘৰ ত্যাগ কৰি আমাৰ বংশ মার্য্যদা ৰক্ষা কৰিবই লাগিব। আহ কৈছো নহয়, আহ।

কেতিয়াও নাযাওঁ মই। এৰি দিয়ক মোক বুলি ত্রিবেণীয়ে গাৰ জোৰেৰে প্ৰাণ-পণে আগ নবঢ়াৰ প্ৰচেষ্টা চলাওঁতেই হঠাৎ আজানিতে তাইৰ তল পেটত বাককৈয়ে জোৰ পৰি বেদনাত চিঞৰি উঠিল— পাপা মোক বচোৱাঁ তলপেটতো মোৰ সাঙ্ঘাটিক বিষাইছে বচোৱাঁ প্লিজ বচোৱাঁ পাপা নাৰী ভুকবোৰ মোৰ ওলায় যাব এতিয়া। উহ পা পা কিবা হৈ যাব মোৰ এতিয়া। মৰি যাম মই পা পা. অৱশহৈ আহিল ত্রিবেণীৰ গাতো শিথিল হৈ মূৰতো আচন্দ্রাই কৰি আহিল তাইৰ।

পিতৃ কাকতিয়ে নিজৰ দুখ-বেদনা পাহৰি পৰিহাৰ কৰি কোনোমতে বিছনাৰ পৰা চোঁচৰি নামি আহি জীয়েকক আঁকোৱালি ধৰি লুটি খাই পকাত পৰাৰ পৰা ৰক্ষা কৰিলে।

কোঁৱৰে আৰু মাধুৰিমাই চিঞৰি বাধা দিলে— নুচুব আমাৰ বোৱাৰীক ডেলিভাৰিৰ সময় এইয়া। চুলে আমাৰ বংশলৈও এইড্ছ বিয়পিব।

মাধুৰিমাই চিঞৰি মাতিলে— ড্রাইভাৰ। অলকেশ দৌৰি আহ ভিতৰলৈ।

অলকেশ দৌৰি ভিতৰ পালেহি কওক বাইদেউ।

ত্রিবেণীক ধৰ হস্পিটেললৈ নিব লাগে।

কেউজনে ধৰি ত্রিবেণীৰ অৱশ দেহাটো উঠাব নোৱাৰা দেখি কাকতিয়ে শ্রিয়মান দুখেৰে ক'লে— বাইদেউৰক ধৰি নি গাড়ীত উঠাই দেগৈ ৰতন- দুই হাত জুৰিলে ভগৱানৰ প্ৰতি নিশ্চয় ভগৱানে মহান নৱ জাতকক প্ৰদান কৰি কোঁৱৰ পৰিয়ালক সুখী কৰিব।

কোঁৱৰে ত্রিবেণীৰ মূৰত, ড্রাইভাৰ অলকেশে কঁকালত, ৰতনে ভৰি দুটাত ধৰি ডাঙি আনি মূৰ্চ্ছাপ্রায় ত্রিবেণীক গাড়ীৰ পাছৰ চিটত শুৱাই দিলেহি।

তাৰ পাছত মাধুৰিমা পাছৰ চিটতে কোনোমতে বহি ত্রিবেণীৰ মূৰতো নিজৰ কোলাত তুলি ল'লে আশা এটি পুত্র সন্তান নাতি পোৱাৰ।

কোঁৱৰে আগৰ চিটত উঠি বহাৰ লগে লগে ড্রাইভাৰ সোমায় গাড়ী চলাই দিলে।

কাকতিয়ে মনৰ গভীৰ আৱেগত চকীয়ে বেৰে ধৰি কোনোমতে ওলায় আহি দুৱাৰ মুখত বৈ গাড়ীখন চকুৰ আঁতৰ হোৱালৈকে অপলক নয়নে চাই ৰ'ল— সোঁহাতখন দাঙি জীয়েকৰ প্ৰতি তেওঁ অন্তিম শুভাশীষ যাচিলে- দুয়ো কুলৰ প্রদীপ মাজনী মোৰ ত্রিবেণী ভগৱান ভগৱতীয়ে তোৰ মঙ্গল কৰক। এটি পুত্র সন্তান যাঁচি, এইয়া মোৰ আৰু

স্বৰ্গীয় মাৰৰ আশীৰ্বাদ— এইবাৰ কাকতিৰ দৃষ্টি সঙ্কোচিত হৈ আহিল। তেওঁৰ অলস চকুহালে দেখা পালে ফুলনিৰ ধুমুহাত ডালপাত ভাগি চূড়মাৰ হোৱা ফুল গছবোৰ। প্ৰাকৃতিক দুৰ্যোগে কেনেকৈ হঠাৎ অমূল পৰিবৰ্তন আনি দিব পাৰে। ফুলনিৰ ইমান অতুলনীয় স্বৰ্গীয় সৌন্দৰ্য্যকো নিমিষতে চূড়মাৰ কৰি নিঃশেষ কৰি দিব পাৰে। আধ্যাত্মিক পৰায়ণ দৈৱ্যশক্তি বিশ্বাসী তেওঁৰ মনে সোঁৱৰাই দিলে এফাকি কবিতা - ফুল মৰহি যায় থাকি যায় প্ৰিতী, অতীত মৰহি যায থাকি যায় স্মৃতি। কিন্তু এতিয়া আৰু অতীত বিশ্লেষণ কৰাৰ প্ৰযোজন নাই। কাৰণ যি নিজে বৰ্তমান বা প্ৰতিদিনে সৎকৰ্ম্ম, জ্ঞান-গুণ আৰ্জ্জি বিলাই পৰোপকাৰে নিজ শক্তি শ্ৰমেৰে কষ্টোপাৰ্জ্জিত প্ৰাপ্যত সন্তুষ্ট থাকি সাধাৰণভাৱে চলি যায় তেওঁৰ অতীত মোহনীয় আৰু ভৱিশ্যৎ সন্মানীয় হয় ই কিন্তু ধ্ৰুৰূপ সত্য মানুহে জন্মৰ দিনা নিজে কান্দে আৰু মৃত্যুৰ দিনা আনক কন্দুৱাই। কিন্তু জীৱিত কালত আত্মাক সন্তুষ্ট ৰাখি নিজে হাঁহি থাকি আনকো সন্তোষেৰে হহুঁৱাই ৰাখিব পৰা জনহে প্ৰকৃত ভগৱানৰ অংশ স্বৰূপে মহান পুণ্য আত্মা। হে ভগৱান বিশ্বনাথ, হে ভগৱতী জগদম্বে মা ভৱানী মই মোৰ জীৱনৰ প্ৰতি মুহূৰ্তত মোক সংসাৰৰ কোনো মায়া মোহ পিড়াই পিড়ীত কৰিব পৰা নাই। কোনোবাই মোৰ বিপক্ষে থিয় দিলেও তেওঁক মই সম্পূৰ্ণ অবোধ মায়া পিডীত বুলি ভাবিয়েই তুচ্ছ জ্ঞান কৰি ক্ষমা কৰি নিজৰ মহানতাকলৈ সন্তোষ পাওঁ। গৌৰৱ অনুভৱ হয় তোমাৰ আধ্যাত্মিক শক্তিক লৈ। আজিও মোৰ কোনো আক্ৰোশ মোহ বা আক্ষেপ নাই। এই ঐশ্বৰ্য্য সম্পত্তিকলৈ। মই ভাবো এইয়া মোৰ পূৰ্ব জন্মৰ সৎ কৰ্ম্মৰ ফল যাৰ বাবে কোনো অভাৱ অনাটন নোহোৱাকৈ মোৰ আৰ্জনৰ বলতে অনেকে পেট প্ৰৱৰ্তাইছে। এই দানে মোৰ অহা জনমলৈ পুণ্য সঞ্চয় কৰিলে। যৌৱনৰ ক্ষন্তেকীয়া মাদকতাত কৈ মই চিৰ বিদ্যমান প্ৰতিষ্ঠাক অগ্ৰাধিকাৰ দিওঁ। পত্নী বিয়োগক মই কালৰ কুটিল পৰিহাস অথবা ভগৱানৰ লীলা হিচাপেই গ্ৰহণ কৰিলোঁ। সন্তান ৰূপে সৌন্দৰ্য্যৰ প্ৰতীক সৃষ্টি কাৰিণী এটি কন্যা দিলে তেওঁৰ যোগে জোঁৱাই ৰূপে মই পুত্ৰ পালোঁ কোনো হাই কাজিয়া নোহোৱাকৈয়ে ঘৰখন শান্তিৰে পৰিচালিত হ'ল। এতিয়া মই সকলো দান দি ধৰ্ম্ম আৰ্জনৰ লগতে ত্যাগ সংযম দানৰ স্বৰ্গীয় সুখ পালো। হে ভগৱান আপোনাক শত কোটি ধন্যবাদ। আপুনি মোক ঐশ্বৰ্য্য বিভূতিৰে জ্ঞান গৰিমাৰে আজীৱন সুখ দিলে। এইবোৰ আপোনাৰ সম্পত্তি । নহয় এই ত্ৰৈলোক্য আপোনাৰ গতিকে এই মাটি বাৰী সম্পত্তি ইচ্ছা অনুযায়ী ভোগৰ অন্তত আপোনাক সাক্ষী কৰি পুনৰ আপোনাৰ দ্বাৰা প্ৰেৰিত নৱ প্ৰজন্মৰ হাতত মই তুলি দিলোঁ আজি হাঁহি মুখে। মানুহে জনমৰ দিনৰ পৰা মৃত্যুৰ দিনলৈ আগবাঢ়ে। গতিকে এই আৱশ্যম্ভাৱী সৰ্ব বিদিত মৃত্যুৰ বাবে মোৰ ভয় বা আক্ষেপ নাই। চিন্তা মাথো অন্তিম কালত যদি মোৰ মন পৱিত্ৰ হয় , আত্মা গতিশীল হয় , পৰমাত্মামুখী হয় তেন্তে আপোনাৰ

আত্মাই কেতিয়াও যেন কাকো এক মুহূর্তলৈও কষ্ট নিদিয়ে। কিন্তু মনলৈ শান্তনা আনো কেনেকৈ ? এই মৃত্যুদূত এইড্ছ্ আহিল ক'ৰপৰা ? হোটেলত বাদ আনৰ ঘৰত পানী এটোপা নোখোৱা মানুহ কাৰো সংসৰ্গলৈ নোযোৱা মানুহ প্ৰতিদিন যোগ সাধনা প্ৰাণায়াম কৰা লোক। মই বাৰু মৃত্যুদূতক মানি ল'বলৈ বাধ্য কিন্তু এই কাৰণলৈ জীৱিত কালতেই চাৰিজনে ঘৃণাৰে ত্যাগ কৰিলে। মৃত্যুৰ পাছতো চাৰি লাখে বেয়া পাব, মোক ঘৃণাও কৰিব মৃত্যুৰ কাৰণ লৈ। অৱশ্যে সত্যৰ অপলাপ নকৰা মানুহৰ সততাৰ প্ৰকাশ নিশ্চয় হ'ব। মোৰ এই অস্থিৰ মগজুৰে হয়তো ইয়াৰ কাৰণ বিচাৰি পোৱা নাই। যদি মোৰ মৃত্যুৰ কাৰণ লৈ আইন মোৰ কাষ চাপেহি তেতিয়া ? মিছা কথা আইন প্ৰণয়ন কৰিছে মানুহে নিজৰ ৰক্ষাৰ বাবে কিন্তু আজিকালি টকাৰ বলতহে আইনে মাত মাতে। আচলতে অধিবক্তা বা আইনজ্ঞসকলে জানো সদায় আইন বা সত্যক অৱলম্বন কৰি সৎ অসৎৰ নিৰ্ণয় কৰে। ওহোঁ নকৰে। গতিকে সাক্ষ্যৰ ওপৰত নিৰ্ভৰ কৰি নিৰ্দিষ্ট আসনত বহি দিয়া নিৰ্দ্দেশ ৰায় বা বক্তব্য সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহ'বও পাৰে। গতিকে অদূৰদৰ্শী অৰ্থলোভী মানুহৰ আস্থা অনাস্থাক লৈ চিন্তা নাই। যদি ভগৱানৰ কাষত দোষ কৰা নাই তেনে সৰ্বসাধাৰণ লোকৰ কাষত সত্যৰ উদ্ঘাটন হ'বই।

অনিমেষ নয়নে চিন্তাৰ সাগৰত বুৰগৈ স্থিৰ হৈ পৰা মালিক কাকতিক দেখি ৰতনৰ বুকু চিৰিঙকৈ গ'ল। সি ভয়ে ভয়ে মাত দিলে— চাহাব ভিতৰলৈ আহক।

অথাই সাগৰত পৰি ককবকাই ফুৰা কাকতিৰ অৰ্দ্ধচেতন মনটোৱে ৰতনৰ মাতত সংজ্ঞা ঘূৰাই পাই অৱশ মাতেৰে জনালে— কোন আছ্ মোক বিছনালৈ লৈ ব'ল। প্ৰেচাৰৰ টেবেলেট দেচোন মোক।

মুখমণ্ডল উচ্চ ৰক্তচাপত ৰঙা পৰি সমস্ত দেহা কঁপি উঠা কাকতিক ৰতনে জোৰকৈ ধৰি আনি কোনোমতে বিছনাত শুৱাই দি উদ্যত হৈ প্ৰেচাৰৰ দৰৱ দিয়াৰ ব্যৱস্থা কৰিলে।

গাড়ী সজোৰে আনি "টাউন নাৰ্চিংহোমৰ" একেবাৰে দুৱাৰ মুখত ৰখাই দিলেহি ড্ৰাইভাৰে।

কোঁৱৰে একে উশাহে নামি আহি পৰিচালনা বিভাগৰ অপ্যায়িতা গৰাকীক সুধিলে- ডাক্তৰ জৈন আছে নেকি ?

অপ্যায়ণ আৰু সঠিক বাৰ্ত্তা যোগাওঁতা ছোৱালী জনীয়ে লাহেকৈ ক'লে— হয় আছে। কওকচোন কি কথা।

কোঁৱৰে উশাহ নোলোৱাকৈ জনালে— ডেলিভাৰি কেছ। চিৰিয়াচ কণ্ডিশ্যন।

ৰ'ব এক মিনিট মই সুবিধা কৰাই দিছোঁ। লগে লগে কলিং বেলৰ বুটামত হাত থ'লে।

বেলৰ শব্দ শুনাৰ লগে লগে কাষৰ কোঠাৰ পৰা দুজন বয় আহি হাজিৰ হ'লহি — কওঁক বাইদেউ।

পৰিচালিকা গৰাকীয়ে নিৰ্দেশ দিলে— তোমালোক এইয়া ছাৰৰ লগতে যোঁৱা গাড়ীত ডেলিভাৰি কেছ আছে ট্ৰেচাৰত লৈ চিধা ডেলিভাৰি কমত সুমুৱাই দিয়াগৈ।

কোঁৱৰে উদ্বিগ্নভাৱে জনালে - চিষ্টাৰ তুমি কাইগুলি ডাক্তৰ জৈনক ৰিং কৰি জনাই দিয়া। টাউন প্লেনিঙৰ ৰিটায়াৰড চেয়াৰমেন মিষ্টাৰ দেৱব্ৰত কোঁৱৰৰ বোৱাৰীৰ কেছ অকণমান মোক লগ কৰিবৰলৈ কোঁৱাচোন।

ভাল বাৰু চাৰ। আপুনি পেচেণ্ট আগেয়ে সুমুৱাই দিয়কগৈ। মই জৈন ছাৰক এই মাত্ৰ ৰিং কৰি জনাই দিছোঁ— কৈয়ে তেওঁ ৰিচিভাৰ উঠাই লৈ ডায়েলত আঙুলি ফুৰালে।

কোঁৱৰে বেগাই আহি গাড়ীৰ দুৱাৰখন নিজেই খুলি ধৰিলেহি সাৱধানে উঠাবা দেই।

বয় দুজনে ড্ৰাইভাৰৰ লগ লাগি ধৰা-ধৰিকৈ ত্ৰিবেণীক বাহিৰলৈ উলিয়াই ট্ৰেচাৰত উঠাই লৰালৰিকৈ আনি পোনেই ডেলিভাৰি কমৰ অ'টিত সুমুৱাই দিলেহি।

দেৱব্ৰত আৰু মাধুৰিমাই আশা নিৰাশাৰ দোদুল্যমান অৱস্থাৰে অ'টিৰ দুৱাৰখন পুনৰবাৰ খুলি শুভ সংবাদ মানে নৱজাতক এটি ল'ৰা হোৱাৰ সুখবৰ পাবলৈ অতি উদ্বিগ্ন হৈ ৰ'ল।

এগৰাকী নাৰ্চ আহি পাছফালৰ পৰা মাত দিলেহি— এই মাত্ৰ কোনোবা এগৰাকী

মানুহ ডেলিভাৰিৰ বাবে অ'টিত যে সুমুৱাইছে তেওঁৰ গাৰ্জেণ্ট কোনোবা আছে নেকি বাৰু ?

কথাষাৰ শুনি কোঁৱৰে ব্যস্তভাৱে জনালে হয় আমি আছোঁ।

শৰ্মা চাৰে সোনকালে মাতি পঠিয়াইছে কমলে।

কোঁৱৰে মাধুৰিমাক ক'লে- হেৰা তুমি অকণমান ধৈৰ্য্য ধৰি ৰ'বাচোন, মই ডাক্তৰ শৰ্মাৰ ওচৰৰ পৰা আহোঁ।

নাৰ্চ গৰাকীৰ পাছে পাছে কোৱঁৰে শৰ্মাৰ কমত সোমায় ডাক্তৰ শৰ্মাৰ লগত কৰমৰ্দন কৰিলে। মই ডিব্ৰুগড় টাউন প্লেনিঙৰ ৰিটায়াৰ্ড চেয়াৰমেন মিষ্টাৰ দেৱব্ৰত কোঁৱৰ। মোৰ বোৱাৰী এই মাত্ৰ ডেলিভাৰিৰ বাবে অ'টিত সুমুৱাইছোহি।

ডাঃ শৰ্মাই হাত এৰি ক'লে ভাল বাৰু বহকচোন। পেচেণ্টৰ নামটো কওঁকচোন।

ত্ৰিবেণী কোঁৱৰ।

বয়স ?

বয়স বিশ বছৰ

ঠিকনা ?

মোৰ নাম দেৱব্ৰত কোঁৱৰ। গান্ধীনগৰত থাকোঁ।

ডাঃ শৰ্মাই শীঘ্ৰে জনালে— বিশেষ কথা হ'ল মানুহগৰাকী চেঞ্চলেচ পেইনৰ কোনো অনুভৱ নাই ক্ৰিটিকেল কেছ গতিকে চিজাৰিণ মানে অপাৰেশ্যন কৰিব লাগিব। কিন্তু আচল কথা হ'ল মাকক বচাবলৈ গ'লে সন্তানক বা সন্তানক বচাবলৈ গ'লে মাকৰ হয়তো জীৱন বিপন্ন হ'ব পাৰে। সেইবাবে আমি এজনৰহে দায়িত্ব ল'ব পাৰিম। গতিকে সোনকালে জনাওক। কাক বিচাৰে আপোনালোকে ?

আমাক দুয়োকে লাগে ডাক্তৰ।

সেইটো আপুনি নক'লেও বুজিছো মিষ্টাৰ কোঁৱৰ। আমি অৱশ্যে দুয়োজনৰ বাবে যত্ন কৰিম তথাপি মাকৰ প্ৰতি বিশেষ চেষ্টা কৰা হ'ব - কাগজখন আগবঢ়াই দিলে - আপুনি ইয়াত চাইন এটা কৰি দিয়ক।

কোঁৱৰে কাগজখন পঢ়ি নোচোঁৱাকৈয়ে নিয়ম অমান্যৰ কোনো কথা নাই ভাবি মাৰি দিলে তেওঁৰ নিজৰ চহীটো ঠিক ঠাইত কঁপা কঁপা হাতেৰে।

ডাঃ শৰ্মাই ৰিচিভাৰটো উঠাই নম্বৰ মিলাই ক'লে ডাক্তৰ জৈন নেকি। হয় মই ডাক্তৰ হৰেণ শৰ্মাই কৈছোঁ। হয় অলপ আগেয়ে সোমাৱা ডেলিভাৰি কেছটো হয় . .

আৰম্ভ কৰি দিয়ক কি ক'লে তেনেহ'লে স্পিচিয়েলিষ্টৰ হতুৱাই কৰাওক ভাল প্ৰয়োজন দেখিলে তৎক্ষণাত মোলৈ খবৰ পঠাব .থেঙ্কিউ গড ব্লেস আস বিচিভাৰটো থৈ কোঁৱৰলৈ চাই জনালে আপোনাৰ বোৱাৰী নহয় জানো ?

হয় ডাক্তৰ।

আপোনাৰ ল'ৰাজনক অকণমান মাতি দিয়কচোন।

ল'ৰা মোৰ আমেৰিকাত আছিল আজি পোৱাহি কথা।

তাৰ মানে এতিয়ালৈকে পোৱাহি নাই।

হয় ডাক্তৰ।

কথা হ'ল ত্ৰিবেণী কোঁৱৰক ব্লাডৰ প্ৰয়োজন। ব্লাড গ্ৰুপটো জানে নেকি বাৰু ?

নাই নাজানো ডাক্তৰ।

মই অৱশ্যে গ্ৰুপটো টেষ্ট কৰি ব্লাড বেঙ্কৰ পৰাই দি দিবলৈ কৈছোঁ। ব্লাড বিচাৰি অনাৰ সময় যথেষ্ট ক'ম।

ধন্যবাদ হ'ব ডাক্তৰ মোৰ বোৱাৰী ত্ৰিবেণীৰ বাবে যি প্ৰয়োজন হয় দিয়ক। চিন্তা নকৰিব। যিমান হয় মই পেমেন্ট কৰি দিম।

চ'ৰি মিষ্টাৰ কোঁৱৰ চাহাব, সেইটো আপোনাৰ নিচিনা আগশাৰীৰ লোকক কোৱা বা সোধাতো আমাৰ কথাই নহয়। আপোনাৰ দৰে আধুনিক সমাজৰ লোকৰ বাবেই ব্যয় বহুল নাচিংহোমবোৰ গঢ়া হৈছে।

থেঙ্কিউ ডাক্তৰ। মই এতিয়া বাহিৰলৈ মানে বোৱাৰীৰ অ'টি ৰুমৰ কাষলৈ যাব পাৰোনে ?

বহক আপুনি ইয়াতেই অলপ পাছতেই সকলো খবৰ পাই যাব।

থেঙ্কিউ — চিন্তাৰ কিছু উপশম পাই অকণমান আৰাম কৰি বহি পৰিল দেৱব্ৰত কোঁৱৰ।

টেক্সিখনে দেবব্রত কোঁৱৰৰ ঘৰৰ সন্মুখত বৈ কেইবাবাৰো হৰ্ণ দিলে কিন্তু চকীদাৰে আহি তলাখুলি দিয়াহি নাই তেতিয়াও।

দেৱজিতৰ খঙ উঠি গ'ল। টেক্সিৰ আগ চিটৰ পৰা হাতত ভি আই পি বেগটোলৈ নামি গেটৰ মুখ পালেহি।

আৰামত বিড়ি খাই বহি থকা চকীদাৰে গেটৰ মুখত কোনোবা আহি ৰোৱা যেন দেখি ঘৰৰ পৰা ভূমুকিয়াই চায দৌৰি ওলায় আহিল অ' ভগৱান— সৰু মালিক একেকোবে সি তলাটো খুলি গেটখন দুফালকৈ মেলি ধৰিলে।

মূৰ্খ গাড়ীৰ হৰ্ণ শুনা নাছিলি নেকি ?

শুনিছিলোঁ মালিক— ভয়ত সি দুই হাত যুৰি তলমূৰ কৰিলে।

তেতিয়া হ'লে গেট খোলা নাছিলি কেলেই ?

বৰ চাহাবে যাকে-তাকে গেট খুলি দিবলৈ মানা কৰি গৈছে সৰু মালিক। সঁচাকে আপুনি আহিছে বুলি মই কিন্তু গম পোৱা নাছিলোঁ। হৰ্ণটোও বেলেগ অচিনাকী গাড়ীৰ হোৱা বাবে শুনিও মই খোলা নাছিলো। মাফ কৰিব সৰু মালিক মোক— ভয়ত সি কঁপি উঠিল।

বাৰু মই কেইবাবাৰো এয়াৰ পৰ্টৰ পৰা গাড়ী পঠিয়াই দিবৰ বাবে ফ'ন কৰিছিলোঁ। ফ'ন উঠোৱা নাছিলি কেলেই।

ফ'নটো বাজি থকা শুনিছিলোঁ সৰু মালিক কিন্তু ধৰিবলৈ ঘৰটো যে তলা মৰা আছে মালিক।

বাবা মাম্মী ক'ত গৈছে,

আপোনাৰ বাইদেউৰ দেউতাকৰ বাগানৰ ঘৰত গৈছে । আজি বৰ চাহাবহঁত তাত থাকিব কিজানি। বাইদেউও গৈছে লগত।

টেক্সি— ঘূৰি চাই মাত দিলে দেৱজিতে।

পুনৰ ওভটাৰ ভাৰাটোও পোৱাৰ আশাত ড্ৰাইভাৰে ক'লে— কওক চাহাব।

ত্ৰিবেণীপুৰ চাহ বাগিচা চিনি পোৱানে বাৰু ড্ৰাইভাৰ।

ইমান বিখ্যাত চাহ্ বাগিচা কোনে চিনি নাপায়নো। সেইখন বাগানৰ চাহ্পাতকলৈ দোকানত হেতা ওপৰা লাগে। কওক চাহাব তাত যাব লাগিব নেকি ?

ব'লা সেই বাগানৰ মালিকৰ ঘৰলৈ । মই ঘৰ দেখুৱাই দিম বাৰু হাতৰ ভি আই পি বেগটো চকীদাৰৰ হাতত দি পুনৰ আহি টেক্সিত উঠিলহি দেৱজিত।

ড্ৰাইভাৰে গাড়ী আগুৱাই নিলে ত্ৰিবেণীপুৰ চাহ্ বাগিচা অভিমুখে গন্তব্যপথত দেৱজিতে ভাবিলে মোৰ আৰু ত্ৰিবেণীৰ যুগ্ম জীৱনৰ প্ৰতীক এটা ল'ৰা সন্তান হ'ব, পাপায় নিশ্চয় তাৰ নামতে এই বাগান মানে সকলো সম্পত্তি লিখি দিব। বাগানৰ মাজৰ ঠেক পথটোৰেদি গাড়ী আগবাঢ়োঁতে পথৰ কয়লা গুড়িৰ লগত চকাৰ সম্বন্ধত খৰ খৰ খাৰ খাৰ শব্দ দেৱজিতৰ অকণো ভাল নালাগিল। তাতে যন্ত্ৰবত মনটোৱে সেউজীয়া সমান উচ্চতাৰ চাহ্ গছবোৰ আৰু তাৰ মাজে মাজে যুলি থকা শিৰিশ গছবোৰ দেখি অলপো সন্তোষ লাভ কৰিব নোৱাৰিলে। তাত শান্তি বা প্ৰাকৃতিক সৌন্দৰ্যও বিচাৰি নাপালে। ব্যস্ত চহৰৰ সুউচ্চ অট্টালিকা কল-কাৰখানাৰ অবিচ্ছিন্ন শব্দ দিন-ৰাতিৰ ছেদ-ভেদ নোহোৱাকৈ অবিৰাম গাড়ী মটৰৰ শব্দ । যান-বাহানৰ তীব্ৰগতি সময় নোহোৱা মানুহবোৰৰ জীৱন যাত্ৰা। ভাল-বেয়া উন্নতি অধোন্নতিলৈ ভ্ৰূক্ষেপ নথকা কাৰো সমালোচনাৰ পাত্ৰ হ'ব নলগীয়া তাৰোপৰি দেশৰ পবা টকা নি বিদেশত মুক্তহস্তে খৰচ কৰিব পাৰিলেই জীৱনত যেন সকলো পোৱা যায়। আটাইতকৈ ভাল লাগে মুক্ত যৌন জীৱন যাপন কৰি। সুৰা সুন্দীৰৰ মাদকতাত বাধ্য বাধকতাহীন স্বৰ্গীয় সুখ যেন হাততে পোৱা যায়। অৱশ্যে এইটো সত্য যে অতিৰিক্ত মদ্যপান কৰা মদাহীয়ে যেতিয়া মৃত্যু জীৱনৰ সমীপ বুলি নিশ্চিত জানে তেতিয়া তেওঁ চিকিৎসকৰ উপদেশক , শুভচিন্তাক অন্যকি নিজ পৰিবাৰৰ কথা গণ্য নকৰি কেৱল নিচাতে ডুবগৈ অহৰহ নিজক পাহৰিবলৈ চেষ্টা কৰি মৃত্যুক আকোৱালি লয়। কাৰণ অন্তিম ক্ষণত জীৱন শুধৰাবলৈ আৰু পথ নাথাকে। এহ্ কিযে খেলি মেলি চিন্তাবোৰ আহি যায়। এইবোৰ চিন্তা কৰি মনক দুৰ্বল কৰিলে মনৰ উশৃঙ্খল হেঁপাহবোৰ পূৰাব পৰা নাযাব। এটা কথা এইবাৰ ত্ৰিবেণীক পাপাকৰ ওচৰতে ৰাখি যাব লাগিব কাৰণ বাবাৰ লগত মোৰ কিছুমান বিশেষ কথা আছে। ত্ৰিবেণী থাকিলে আলোচনা কৰিবলৈ বেয়া হ'ব। ত্ৰিবেণী হয়তো হতাশো হৈ যাব পাৰে । ত্ৰিবেণীজনী শিক্ষিতা যদিও বৰ সৰল অন্তৰৰ ছোৱালী। পাপা ইমান ঐশ্বৰ্য্য বিভূতিশালী যদিও আধ্যাত্মিক পৰায়ণ লোক নিজৰ জীয়েকতকৈ মোক বেছি ভাল পায়। বহুত গুৰুত্ব দিয়ে। পাপাক সৎ সাহসী নিৰ্ভীক যেন লাগিলেও অন্তৰখন কিন্তু অতি সহজ সৰল। বিশ্ব ভয়াবহতাৰ বিষয়ে অজ্ঞ ভবিষ্যৎ সুখেৰে খাই শান্তিৰে চিৰকাল কটাব পাৰিম বুলি ভবা এই দুৰ্বল শ্ৰেণীৰ মানুহবোৰে ঘৰুৱা সমস্যা দেখিব লাগিলে হাৰ্ট ফেইল

কৰিব পাৰে   ..  ।

কাকতিৰ ঘৰৰ কিছু নিলগত আহি থকাৰ পথত হঠাৎ গাড়ীখনৰ ষ্টাৰ্ট বন্ধ হৈ গ'ল। দেৱজিতৰ উৰিফুৰা অসংলগ্ন মনটোৰ দেউকা ভাগি খহি পৰিল— কি হ'ল ড্ৰাইভাৰ হঠাৎ গাড়ী ৰৈ গ'ল যে, গন্তব্য স্থান পাবলৈ আৰু কিছুদূৰ বাকী আছেতো।

মাফ কৰিব ছাৰ মোৰ নিজৰ অমনোযোগিতা ভুলৰ বাবেই গাড়ীখন চলোৱাৰ আগেয়ে পেট্ৰল চেক কৰি ল'বলৈ নহ'ল। সেইবাবে গন্তব্য স্থান পোৱাৰ আগেয়ে অন্ধকাৰৰ মাজতে গাড়ী ৰৈ গ'ল।

দেৱজিতৰ অসংলগ্ন চিন্তা ধাৰাৰ মনটো ক্ষুন্ন হৈ উঠিল অবিবেচকে ভাড়া মাৰিছ অথচ পেট্ৰল ভৰাই গাড়ীখন ঠিক  কৰি ৰাখিব লাগে বুলি নাজান। জীৱনত তইঁতৰ উন্নতি হ'ব ক'ৰ পৰা, নিজেও ৰাতিটো অন্ধকাৰত কটাবলৈ বিপদত পৰিছ আৰু আনকো সঙ্কটত পেলাইছ, সময় মোৰ কম বুলি নাজানে নেকি ?

জানো ছাৰ আপোনালোকৰ নিচিনা জ্ঞানী-গুণী মানুহসকল মহান আৰু আমি নিশা বটলৰ সঙ্গীবোৰৰ যে জীৱনৰ আদবাটতে বন্তি নুমাব জানি জীৱনলৈ আৰু মায়া মোহ নাথাকে গতিকে গাড়ীৰ অৱস্থালৈ চাবলৈ সময় ক'ত ছাৰ। অপৰাধ ক্ষমা কৰিব চাৰ আপোনাৰ সময়ৰ মূল্যক মই মাৰ্য্যদা দিব নোৱাৰিলোঁ দুইহাত যুৰি ক্ষমা প্ৰাৰ্থনা কৰিলে ড্ৰাইভাৰে।

খং উঠি আহিল দেৱজিতৰ। মূৰ্খ বকিলেই হাত যুৰিলেই পইচা সৰকাব পাৰিম বুলি ভাবিছ নেকি— যা ভাড়া নাপাৱ। উত্তেজিত দেৱজিত গাড়ীৰ পৰা নামি লৰালৰিকৈ আগবাঢ়িলে শহুৰেকৰ ঘৰলৈ বুলি।

ড্ৰাইভাৰে নিজৰ পেন্ট চোলাৰ জেপত খুচৰি চাই গম পালে এটা টকাও হাতত নাই। আজিকালি পঢ়া শুনা ল'ৰাবোৰে চাকৰি নাপায ফৰজিৰ চেভেন, অটৰিক্স, বিক্ৰম, ফ'ৰ জিৰ চিক্স, আদি তীব্ৰগতি বেগে চলাবলৈ লৈছে। এতিয়া আৰু আমাৰ নিচিনা ধীৰ গতিৰ পুৰণি যান বাহনৰ প্ৰয়োজন নাই। তীব্ৰগতিৰ যানত উঠি মৰিলেও যেন আপত্তি নাই। মুঠতে শীঘ্ৰে গন্তব্যস্থান পালেগৈয়ে হ'ল। গতিকে অতিৰিক্ত ভাড়া দি বেছিঁকৈ পেট্ৰল খোৱা পুৰণি গাড়ীৰ টেক্সি ড্ৰাইভাৰৰ পৰিয়ালৰ অৱস্থা নিৰ্দ্ধণিৰ পৰা দিনে দিনে নিঃকিণলৈ পৰিণত হৈছে আৰু অলপ দিনৰ পাছত চৰকাৰে ঘূৰি নোচোৱা হস্পিটেলৰ পৰা নতুবা কোনোবা অমানৱীয়বোধৰ বিদ্ৰোহী সংগঠনৰ কাষ চাপি গুলিখায় করুণ ভাবে মৃত্যু হোৱা মৰা মানুহৰ লাচ লুকাই চুৰ কৰি কঢ়িওৱাৰ বাহিৰে ভাড়াই পোৱা নাযাব দেখিছোঁ । ড্ৰাইভাৰৰ মন আকৌ প্ৰাপ্য পইচা কেইটালৈ ঘূৰি আহি ভাবিলে— এই

উত্তেজিত যুৱক যদি কোনোবা জঙ্গী সংগঠনৰ হয় ভাড়া নিদিওঁ বুলি কোৱাৰ পাছত পাছফালৰ পৰা গৈ খুজিলে বিপদ নিশ্চিত। আকৌ এই ধূলি মাকতি লগা আধা পুৰণি আধা লেতেৰা ড্ৰেচ আধা পকা দাড়ীৰে অকাল বৃদ্ধ মানুহটো মাৰ্য্যদাপূৰ্ণ মানুহৰ ঘৰলৈ সোমায়গৈ যদি ভাড়া দিমাগু কৰোঁ তেনে আত্মসন্মানত লাগি ড্ৰাইভাৰকে ডকাইত সাজি পুলিচৰ হাতত গতাই দিব লাগিলে, ৰঙাঘৰ দেখাৰ ওপৰিও ব্যৱসায়ৰ আহিলাৰো মুদা মৰিব দেখিছোঁ। হাঁয় কি কপাল মূৰত দুচাপৰ মাৰিলে ড্ৰাইভাৰ ৰহমত আলীয়ে, কালিৰ অৱশিষ্ট পেট্ৰলখিনিৰ মূল্যও পোৱা নগ'ল। নিশা অকলে গাড়ীখন ইমানদূৰ ঠেলি নিম কেনেকৈ। সহায়তো কোনেও নকৰে, তাতোকৈ সংঘাটিক কথা নিশা ঘৰলৈ উভতি নগ'লে কালিলৈ পুৱা ঘৰৰ ঘৈণীৰ বকনি জাৰু বাঢ়নীৰ জোকাৰণি নেদেখিলেহে ৰক্ষা। কাৰণ নিশা পলম হোৱা মানে কাৰোবাৰ ঘৰত খাই বৈ পৰি থকা নতুবা বস্তিৰ গলিত মনে মনে সোমায় থাকি যৌৱন বিতোৱা বুলিয়েই ধৰি লয়। অৱশ্যে মদাহী মানুহৰ বিশ্বাস নথকাতো স্বাভাৱিক। কিন্তু কেতিয়াবা দুখীয়া মানুহৰ দুৰ্ভাগ্যয়ও দেখা দিয়ে। সেইটো কিন্তু ওপৰৱালাই হে জানে। যাঃ ভগৱানক দোষ দিলে কি হ'ব নিজৰ দিনটোৰ অপব্যয় চাহ, চিগাৰেট, ঝাণ্ডি মুণ্ডা, তাচপাটি, দবলগুটি, দানত, মদত উৰুৱা পইছা কেইটা সাঁচি যাব পৰা হোৱাহেঁতেনটো ল'ৰা ছোৱালীৰ ভোকাতুৰ পেট, ঘৈণীৰ ক্ষীণ দেহা জযাল মূৰ্ত্তিৰ লেকামহীন মুখৰ বকনি সকিয়নি কেতিয়াও শুনিব লগা নহ'লহেঁতেন অথবা জীৱনৰ জীৱিকাৰ স্থূল সাৰথি গাড়ীখনো আদবাটতে বৈ নগ'লহেঁতেন। উপায়ন্তৰহে সি নিশাটো আন্ধাৰতে অকলে কটাব লাগিব বুলি ভাবি গাড়ীৰ ষ্টেয়েৰিঙ দালতে মূৰতো থৈ চিন্তা কৰিবলৈ ধৰিলে আৰু সকলো বাদ দি চকুকেইটা এনেয়ে মুদি দিলে।

ইফালে দেৱজিতে আহি দেখা পালে গেটখন খোলা কিন্তু কোনো নাই যে? সি সোমাবলৈ লৈ হঠাৎ গেটৰ মুখতে শুনিবলৈ পালে ঘৰৰ ভিতৰত মতা মানুহৰ কান্দোন। আই ঔ চাহাব মৰিলে ঔ কি কৰিম আমি এতিয়া  বিননি শুনি দেৱজিতৰ গাৰ নোমবোৰ ডাল ডালকৈ শিয়ঁৰি উঠিল। আৰে কাৰ কি হ'ল বাৰু??? সি এক্কে দৌৰে ভিতৰ সোমায় শহুৰেক কাকতিৰ প্ৰাণহীন দেহাটো বিছনাত যথৰ হৈ পৰি থকা দেখি স্তব্ধ হৈ গ'ল। চকু স্থিৰ কৰি অজানিতে বিহ্বলভাৱে চিঞৰি উঠিল। পাপা মোৰ হ'ল কি আপোনাৰ   আঁকোৱালি ধৰিবলৈ দেৱজিত আগবাঢ়ি আহিল কাকতিৰ জীৱহীন দেহাটো দুহাত মেলি।

কাকতিৰ অভিজ্ঞ ড্ৰাইভাৰ ৰঞ্জিতে নিজৰ চকুলো মচি দেৱজিতৰ হাতত ধৰি বাধা দিলে। সৰু মালিক হাত নিদিব চাহাবৰ গাত নহ'লে ৰতনৰ লগতে আপুনিও অবিশ্বাসত জেলৰ মুখ দেখিব লগা হ'ব পাৰে।

ৰতনে ভয়ত বিহ্বল হৈ চিঞৰি উঠিল— মিছা কথা মই চাহাবক কেতিয়াও মৰা নাই।

হ'ল কি ৰতন? দেৱজিত উদ্বিগ্ন হৈ কঠিন স্বৰে প্ৰশ্ন কৰিলে।

নহয়, সৰু মালিক চাহাবৰ আচলতে প্ৰেচাৰ বেছি হ'ল বচ মৰি গ'ল।

তই কিবা খুৱাইছিলি— উত্তেজিত দেৱজিতে এখোজ আগবাঢ়ি আহি ৰঙা চকুৰে প্ৰশ্ন কৰিলে ৰতনক।

ৰতনে কাষতে আগেযে পেলোৱা দৰবৰ খালি ফাইলটো উঠাই দেখুৱালে— চাওক সৰু মালিক। এইয়া প্ৰেচাৰৰ দৰৱ আছিল। চাহাবে গাতো বেয়া লগা বাবে প্ৰেচাৰৰ দৰৱ খাবলৈ দিবলৈ কৈছিল আৰু মই সেই কাৰণেহে দিছিলোঁ।

কি গোটেই ফাইল দৰৱ একেলগে দি দিলি তই ? চকু কপালত উঠিলগৈ দেৱজিতৰ।

হয় সৰু মালিক চাহাবৰ গাটো খুউব বেয়া লগা দেখি মানে একেবাৰে মাত মাতিব নোৱাৰা, অৱশ দেখি প্ৰেচাৰ খুউব বেছি হোৱা ভাবি মই কুহুমীয়া পানীত গোটেইখিনি দৰৱ তিয়াই গুলি দি জোৰ কৰি মুখত বাকি খুৱাই দিলোঁ। ভাবিছিলোঁ— সোনকালে ভাল হৈ যাব বুলি হুক হুকাই কান্দি দুগাল তিয়াই অতি দুখেৰে জনালে সি কিন্তু তেতিয়াৰ পৰা চাহাবে নামাতেও চকুও নেমেলে।

উহ বিস্ময়ত দুই হাতে নিজৰ মূৰতো হেঁচি ধৰিলে দেৱজিতে— হাঁয় হাঁয় পাপাৰ ষ্ট্ৰ'ক হৈ গ'ল। তোৰ মাৰাত্মক ভুলৰ বাবেই অকাল মৃত্যু হ'ল পাপাৰ । অজ্ঞানীক গুৰু দায়িত্ব দিয়াৰ প্ৰতিফলত সৰ্ব্বনাশ ঘটিল। উহ কৰা যায় কি ? পুলিচত জনালে পাপক মৰণোত্তৰ পৰীক্ষা কৰি তহঁতক জেলত ভৰাব।

ড্ৰাইভাৰ ৰঞ্জিতে চিন্তা কৰি যেন উপায় উলিয়ালে সৰু মালিক বৈ নাথাকিব আপুনি পুলিচৰ চক্ৰবেহুত নোসোমাব। প্ৰথমে আপুনি আপোনাৰ বাবা, মা আৰু বাইদেউক খবৰটো দিযক।

দেৱজিতে উপাযহীনৰ দৰে সুধিলে কিন্তু বাবা মাম্মী আৰু ত্ৰিবেণী ইয়ালৈ আহিছে বুলিহে ঘৰত চাকীদাৰে ক'লে মোক কিন্তু তেওঁলোক ক'ত ।

ৰতনে চকুপানী মচিলৈ জনালে কিবা টাউন হস্পিটেল বুলি কোৱা শুনিলো তাঁলৈকে লৈ গৈছে বাইদেউক। অথনি মানে এইয়া আমাৰ চাহাবৰ লগত আপোনাৰ বাবা চাহাবৰ লগত সাংঘাটিক তৰ্কা তৰ্কি হোৱাৰ পাছত বাইদেউ মূৰ্চ্ছা গ'ল। আমাৰ এইয়া চাহাবৰো প্ৰেচাৰ বাঢ়ি গ'ল সৰু মালিক, পুনৰ চকুলো বৈ আহিল ৰতনৰ।

আকৌ আৰু এটা ভয়ংকৰ সংবাদ। দুদোল্যমান দেৱজিতৰ মনে মৃতকক এৰি জীৱীতলৈ ঢাপলি মেলিলে দুই হাত যুৰি সি কাকতিৰ নশ্বৰ দেহাটোলৈ চাই প্ৰণাম কৰি ক'লে, মোক ক্ষমা কৰিব পাপা, ত্ৰিবেণীক মই লৈ আহোঁগৈ, বাবা মাম্মীকো মই লৈ আহোঁগৈ, মুহূৰ্ত ও পলম নকৰি ওলায় আহিল দেৱজিত।

ৰঞ্জিতে লৰালৰিকৈ আহি ঘৰৰ সম্মুখত ৰখাই থোৱা গাড়ীখনৰ দুৱাৰ খুলি ধৰিলে।

দেৱজিত অধৈৰ্যভাৱে সোমায় বহিলত ড্ৰাইভাৰে গাড়ী চলাই দিলে টাউন নাৰ্চিংহোম অভিমুখে। যাত্ৰাপথত দেৱজিতৰ মগজুৰ চিন্তাধাৰা বিকল হোৱাৰ পৰ্যায়লৈ গ'ল। বাৰে বাৰে তাৰ চকুৰ আগত ভাঁহি উঠিল শহুৰেক কাকতিৰ মৃত্যুৰ করুণ প্ৰতিচ্ছবিখন। মানুহ মৰে কেতিযাবা একে খুন্দাই বা হঠাৎ মৰে শোক, দুখ, বেদনা, প্ৰেচাৰ গাড়ী যান-বাহনৰ খুন্দাতো মৰে। কিন্তু এনেকৈ মৰিলে পৃথিৱীত কৰিবলগীয়া বহু কাম আধৰুৱাহৈ থাকি যায়। হয়তো কাৰোবাৰ কান্ধত দুখৰ বোজাও এৰি থৈ যোৱা হয়। কিন্তু সুস্থিৰভাৱে ধ্যান-ধাৰণাৰে নিজ আত্মাক ভোগ বিলাস বা কামনা-বাসনাৰ পৰা মুক্ত কৰি পৰমাত্মাত বিলীন কৰিব পাৰি। আচলতে তাৰবাবে লাগে বাল্যকালৰ পৰা ত্যাগ, সংযম, আধ্যাত্মিক সাধনা ঈশ্বৰৰ প্ৰতি অটল বিশ্বাস। প্ৰতি ক্ষেত্ৰতে সুখ আৰু শান্তিৰ প্ৰয়াস আৰু মৰিও অমৰত্ব লভাৰ দৃঢ প্ৰতিশ্ৰুতি পালন। এনেবোৰ লোকেহে নাতি পুতিৰ মুখ দেখি দুখে শোকে মানুহক পৰামৰ্শ যাচি অন্তিম দিনলৈকে দুহাতে আজুৰি খাই নতুবা ঈশ্বৰ ভক্তিত নিজকে বিলীন কৰি ৰাখি নিজৰ সুখ্যাতিৰে আনলৈও গৌৰৱ চিৰকালৰ বাবে বিস্তাৰিত কৰি দৈৱ্য বল লাভ কৰি বিশ্বনিয়ন্ত্ৰাৰ নিয়ম মানি পৰমাত্মাত বিলীন হ'বৰ বাবে স্বইচ্ছাই ইহধাম ত্যাগ কৰে। দ্বন্দ্ব-হাই উপভোগ, অতিৰিক্ত কামনা-বাসনা অবাঞ্ছিত চিন্তাই মনুহৰ জীৱন আয়ু সঁচায় হ্ৰাস কৰি পেলায়। মানসিক অন্তৰ্দ্বন্দ্ব হ'ল নিজ কু-কৰ্ম্মৰ প্ৰতিফল ক্ষন্তেকীয়া উপভোগ,। যৌন অবাঞ্ছিত বাসনাৰ বলি সুখৰ ছাঁযাবাজীত মন-প্ৰাণ উটায় দিলে জীৱন যৌৱন অকালত ক্ষয় প্ৰাপ্ত হৈ হঠাৎ ৰুগ্ন, উদ্বিগ্ন, প্ৰতি পদে পদে বিঘ্নিত জীৱনত বদনামী কদৰ্য্য ৰূপ ধাৰণ কৰি অৱশেষত লাঞ্ছিত প্ৰতাড়ীত হৈ আত্মহত্যাৰ পথ বাছি ল'ব লগা হয়। আচলতে ধন সম্পত্তি ঐশ্বৰ্য্য বিভূতিয়ে কোনো লোককে মৃত্যুৰ কবলৰ পৰা ৰক্ষা কৰিব নোৱাৰে। নহ'লেনো পাপাৰ কি অভাৱ আছিল। দুৰ্ভাগ্যবশতঃ পাপাৰ মৃত্যু ঘটিল। অৱশ্যে কলিকতাৰ নামী দামী নাৰ্চিংহোমখনত ময়ে টকাৰ বাহাদুৰি দেখুৱাই ভৰ্ত্তি কৰাই দিছিলোঁ এক্সিডেন্টৰ পাছত। নাই অতীতক বিসৰ্জ্জন দিয়াই ভাল। কিন্তু কেনেকৈ হ'ব আজি মোৰ অতীতৰ ভুলৰ বাবেই ভৱিষ্যত অন্ধকাৰময় হৈ পৰিছে। নিজক প্ৰৱঞ্চনা কৰি পলায়নবাদী মনোভাৱেৰে বিদেশত ক্ষন্তেকীয়া সুখৰ বাবে আশ্ৰয় লোৱাতো জানো যুক্তিসঙ্গত, নাই সেই কথা হ'ব নোৱাৰে। মই মোৰ

জীৱন কাহিনী বাবা মাল্মীক কোৱাৰ আগেয়ে আজি ত্ৰিবেণীক সকলো বিৱৰি ক'ম। ত্ৰিবেণী বৰ সৰল দয়ালু ক্ষমাৱতী আদৰ্শ পৰায়ণা ত্যাগী নাৰী। নাই, মই আৰু যৌৱনৰ ক্ষয়িষ্ণু মাদকতাকলৈ শিক্ষাক এৰি সুৰা, সুন্দৰী আৰু ধনৰ বাবে আঁৰৈৰিকালৈ আৰু কেতিয়াও ঘূৰি নাযাওঁ। সাধু সন্তৰ পৰামৰ্শ লভি অতীতৰ আৰ্য্যৰ সংস্কৃতিৰে ন্যায় সংযমেৰে জীৱনটো পুনৰ গঢ়ি ল'ম।

গাড়ী আনি ড্ৰাইভাৰে টাউন নাৰ্চিংহোমৰ সন্মুখত ব্ৰেক মাৰিলত দেৱজিতে যেন সংজ্ঞা ঘূৰাই পাই ভাবিলে- কথাখিনি ভবাত যথেষ্ট পলম হ'ল নেকি বাৰু???

হাঁতত বন্দুকলৈ দেৱব্ৰত উত্তেজিতহৈ গৰজি উঠিল। আজি মই সমীৰণ কাকতিক একে গুলিয়ে হত্যা কৰিম। তাৰ অসৎ চৰিত্ৰৰ বাবে তোৰ গালৈ বিয়পিল। তাৰ পাছত সঙ্গমত মোৰ একমাত্ৰ ল'ৰা দেৱজীতৰ গালৈ, তাৰ পাছত সতি সন্ততিৰ গালৈ ভয়াৱহ এইড্‌ছ বিয়পি ! উহ মূৰ গৰমহৈ অহা দেৱব্ৰত কোঁৱৰে চকু ৰঙা কৰি ত্ৰিবেণীৰ কাষ চাপি ক'লে এইড্‌ছক ৰোধ নকৰিলে সমাজখনেই পঙ্গু হৈ মৃত্যুমুখি হ'ব। সমাজৰ মুখ্য শত্ৰুক হত্যা কৰাটো তোৰ বা মোৰ বাবে পাপ অথবা অপৰাধ নহ'ব ত্ৰিবেণী।

মাধুৰিমাই স্বামীৰ চৰণত ধৰি কাবৌ-কোকালী কৰিলে। স্বামী মোৰ নৰঘাটকী নহ'ব। বংশৰ বৈৰী নহ'ব। ইয়াৰ বাবে আপুনি ডাক্তৰৰ সহায় লওক। নতুবা আইনৰ কাষ চাপক।

খঙৰ বশৱৰ্ত্তী হৈ উন্মত্তভাৱে দেৱব্ৰতে চিঞৰি উঠিল। গুপুত সঙ্গমক আইনে কেনেকৈ ৰোধিব যেতিয়ালৈকে জঘন্য পতিতালয়বোৰ বন্ধ কৰি বিশ্বত প্ৰতিগৰাকী নাৰীক মাতৃৰ ৰূপ নিদিয়ে, তেতিয়ালৈকে এই ভয়াৱহ এইড্‌ছ ৰোগ বিয়পি সমাজক পঙ্গু কৰি গ্ৰাস কৰি দিব। ডাক্তৰে কাৰণবোৰহে কৈছে, একাধিক যৌন সঙ্গম, অগম্যা গমন, চুম্বন অন্যলোকক খোচা বেজী পুনৰ আনজনে গ্ৰহণ । পৰীক্ষা নকৰাকৈ ৰক্ত গ্ৰহণ নকৰিবলৈ সাৱধানবাণী শুনাইছে। কিন্তু এহড্‌ছ আৰোগ্য বা প্ৰতিৰোধ কৰিব পাৰিছে জানো ? আমাৰ দেশ ঋষি মুনিৰ দেশ আছিল। এতিয়া কিন্তু ঋষিৰ ভেশহে লৈছে। দেশত এই লাইনৰ বহুতো লোক আছে। তেওঁলোকে মদ নিবাৰণী সভাৰ দৰে মেল মিটিঙ পাতিছে কিন্তু দাড়ি ৰাখি গৱেষণা নকৰে। কাৰণ গ্ৰহণ কৰা শিক্ষাৰ বাদে আবিষ্কাৰ কৰি সমাজ বা দেশ সেৱা কৰিবলৈ গ'লে মাটি কিনি চাৰি মহলা সাজি বৃহৎ টকা আমদানিৰ বাবে ব্যয় বহুল নাৰ্চিঙহোম সাজি গাড়ী দৌৰাবলৈ যে সময় বা টকা নহ'ব। কিন্তু যেতিয়া বিশেষজ্ঞৰ দ্বাৰা প্ৰতিষেধক বা ৰোগ নিৱাৰণৰ ঔষধ ওলাব তেতিয়া কিন্তু তাক প্ৰয়োগ কৰি নিজে বাহ বাহ লৈ আগশাৰীত স্থান ল'ব।

মাধুৰিমাই দেৱব্ৰতক ত্ৰিবেণীৰ কাষৰ পৰা পাছ হুহঁকাবলৈ ব্যৰ্থ চেষ্টা কৰিলে। স্বামী প্লিজ চাওক আপুনি হৈ যোৱাটোক নোহোৱা কৰিব নোৱাৰে। গতিকে মিছাতে আৰু খঙ কৰি লোকক সমালোচনা কৰি লাভ নাই।

তিকিচী উঠিল কোঁৱৰ যেন জ্বলা জুইতহে ঘিউ পৰিল— আছে লাভ, মই চৰিত্ৰহীন লোকক কেতিয়াও ক্ষমা নকৰো। মোক বাধা দিলে কিন্তু তোমাকেই গুলীয়াই দিম।

আঁতৰি দিয়া, সন্মুখৰ পৰা এইড্ছ ৰোগ বহনকাৰি সমাজৰ শত্ৰুক মই নিঃশেষ কৰি দিম সংযমহীনভাৱে উদবাউল হৈ দুখোজ আগবঢ়োতেই-

মাধুৰিমাই দুই হাত মেলি বাধা দিলে- স্বামী মোকে মাৰি পেলাওক তাৰ পাছত ক্ষান্ত হওক।

দেৱব্ৰতে একেগোৰে মাধুৰিমাক ওফৰাই দি বলিয়াব দৰে বন্দুকটো কান্ধত লৈ দৌৰি চিঁড়িয়েদি তললৈ নামি আহিল। উদ্দেশ্য গাড়ীৰে গৈ সমীৰণ কাকতিক হত্যা কৰি যেন সমাজলৈ বিয়পিব পৰা এইড্ছ প্ৰতিৰোধ কৰিব।

স্বামী মোৰ ক্ষান্ত হওক, ধৈৰ্য্য ধৰক— বুলি আৰ্তনাদ কৰি মাধুৰিমাই স্বামীৰ পাছে পাছে চুচৰি বাগৰি আহি তল পালেহি।

কালে কুটিল হাঁহি মাৰি ত্ৰিবেণীৰ মন আছন্ন কৰি গ্ৰাস কৰি পেলালেহি। নিশ্চিত তাই এই ব্যাধিৰ মূল কিন্তু মোৰ পিতৃ কেতিয়াও নহয়। আজি নহয় কালিলৈ মই তিল তিলকৈ মৃত্যুক সাৱতিব লাগিব। কিন্তু মৃত্যুৰ পূৰ্বে চিৰপূজ্য জন্মদাতা পিতৃৰ বগুহৰ দ্বাৰা কৰুণ হত্যা মই কেতিয়াও শুনিব, সহিব নোৱাৰো। নিৰ্মম জ্ঞানান্ধ অস্ত্ৰধাৰী লোকক বাধা দিবলৈ নিৰস্ত্ৰ দুৰ্বল নাৰী মোব ক্ষমতা বা শক্তি নাই। নিয়তিৰ নিষ্ঠুৰ উদ্ৰেক অন্ধকাৰৰ অটল গহ্বৰলৈ ঠেলি নিলে তাইক। মহাশূন্যৰ মাজেতে বিছনাৰ পৰা তাই নামি মৃত্যুৰ সঁজুলি বিচাৰি চকুহাল জোৰকৈ মেলিদি চাৰিওফালে নিৰীক্ষণ কৰোঁতে দেখা পালে বিছনাৰ তলত পকা মচিবলৈ থোৱা ফেনাইলৰ বটলটো। অনতি পলমে তাই কাল ৰূপী বটলটো হাতলৈ উঠাই সাফৰটো খুলি জন্ম, পঙ্গু, নিজ সন্তানৰ ফুট ফুটিয়া মুখখনলৈ চাই ঢালি দিবলৈ লৈ থমকি ৰ'ল। ওঁহো দেৱতা, ঋষি আৰু মাতৃয়ে কেতিয়াও মৃত্যুটো বাদ কাৰো অহিত চিন্তিব নোৱাৰে। এই নিষ্পাপ দেৱ শিশু নিৰ্দোষী। মোৰ বাবেহে ই হতভগীয়া হৈ জনম ল'লে। নিৰপৰাধী অবোধ সন্তানক হত্যা কৰিলে সৃষ্টিয়ে বৃথা হৈ যাব । মোৰ গাৰ পৰা দেৱজিতৰ গালৈ এইড্ছ বিয়পিব । তাৰ পাছত কোঁৱৰ পৰিযাল নিবংশ হৈ যাব। পাপাক নিষ্ঠুৰভাৱে হত্যা কৰিব সমাজে মোক ঘৃণা কৰিব। উহ সেই দৃশ্য মই কেতিয়াও চাব নোৱাৰো । তাৰ আগেযে মোৰ কাম্য হ'ল মৃত্যু মগজু সম্পূৰ্ণ বিকলেই হ'ল তাইৰ আৰু হিতাহিত জ্ঞান হেৰুৱাই বটলৰ মুখেৰ ধালি দিলে তাইৰ নিজৰ মেলা মুখত বচ সমস্ত পৃথিৱীখন তাইৰ চকুত আগত অবিৰাম গতিত ঘূৰিবলৈ ধৰিলে মুহূৰ্ততে দেহৰ সমস্ত ৰক্তবাহি নাড়ী নিষ্ক্ৰিয়হৈ চকুৰে নীলা, ক'লা ধোঁৱাময় অন্ধকাৰ দেখি কুটিল কালে সাৱতি ধৰাত থিতাতে তাই পকাত লুটি খাই পৰি কুৰূপ, কৰ্দয্য, নিৰ্দয়, নিৰ্ম্মম অনুভৱ হোৱা ইহধামৰ পৰা আত্মাই প্ৰেতাত্মাৰ ৰূপ

লৈ ত্ৰিবেণীৰ নশ্বৰ দেহা ত্যাগ কৰি অজান সদা পিড়ীত স্থানলৈ গমন কৰিলে সেইক্ষণতে।

দূৰৈৰ পৰা শিঙা বজাই সজোৰে অহা কাকতিৰ চিনাকী গাড়ীখন আহি গেটৰ মুখত ব্ৰেক মাৰি ৰখোৱাৰ মুহূৰ্ত তে দেৱব্ৰতে বন্দুক টোঁৱাই উদ্যতহৈ চিঞৰি উঠিল — কাকতি তই মোৰ ঘৰত ভৰি নথবি। চা, তোক মই এতিয়াই গাড়ীৰ ভিতৰতে গুলিয়াই হত্যা কৰিম।

দেউতাকৰ বলিয়াৰ দৰে খঙ দেখি দেৱজিতৰ হৃদয়ৰ স্পন্দন বাঢ়ি গ'ল। বন্দুক টোঁৱাই খেদি অহা দেউতাকক দেখি সি বিস্ময় মানিলে। ঘটনাতে দুৰ্ঘটনা হ'ব নেকি এতিয়া?? তথাপি নিশ্চিত বিপদ ক্ষণত মৰসাহস গোটাই মৰণত শৰণ দি গাড়ীৰ পৰা নামি ভয়ঙ্কৰ ৰূপ ধাৰণ কৰা দেউতাকক সম্বোধি মাত দিলে— বাবা হৈছে কি আপোনাৰ?

পুতেকক দেখা মাত্ৰকে থমকি ৰ'ল দেৱব্ৰত । বিস্মিত হৈ প্ৰশ্ন কৰিলে— দেৱজিত তই কাকতিৰ গাড়ীত যে ! সি তোৰ লগত গাড়ীত আহিছে নেকি ক সোনকালে।

প্ৰাণৰক্ষা পৰাত দীঘল নিশ্বাস এটা পেলাল দেৱজিতে উত্তৰ দিলে - মৰ্মান্তিক বেদনাৰে- পাপা আৰু কোনো দিন নাহে বাবা।

মই তাক হত্যা কৰিম। পুনৰ উত্তেজিত হৈ গৰজি উঠিল দেৱব্ৰত।

দেৱজিতে বেদনাসিক্ত স্বৰেৰে সুধিলে হ'ল— কি বাবা?

চৰিত্ৰহীন কাকতিৰ গাৰ পৰা মোৰ বংশলৈও এইড্ছৰ বীজাণু সম্প্ৰসাৰিত হৈ দুয়োটা বংশ ধ্বংস কৰি পেলাব।

বাবা ক্ষান্ত হওক ত্ৰিবেণীয়ে শুনিলে মনত বৰ আঘাত পাব। পাপাৰ নিচিনা এজন ত্যাগী মহান সৎ মহাপুৰুষক চৰিত্ৰহীন সমাজৰ কলঙ্ক আখ্যা কেতিয়াও নিদিব।

যিটো মানুহে বয়স থাকিও দ্বিতীয় বাৰ বিয়া নকৰায়। মুখা পিন্ধি লেটি-পেটি সম্বন্ধ কৰি এইডছৰ বীজাণু

দেৱজিতে দেউতাকৰ সম্মুখত থিয়হৈ বাধা দিলে। ৰ'ব ৰ'ব পাপা আপুনি বাতৰি কাগজ এখনহে পঢ়ে নহয় জানো? পাপাক যিখন জাকজমক নাচিংহোমত মই নি ৰাখিছিলোঁগৈ তাৰ আগফালে বিৰাট ফুলনি। পাছফালে যৌনাঙ্গকামিৰ দৃশ্য উপভোগৰ বাবে বৃহৎ চুইমিং পুল। ছমহলীয়া অট্টালিকাৰ প্ৰতি কোঠাতে টইলেট, লেট্ৰিন, বাথৰুম, কিটচেন, আচবাব পত্ৰ, দেৱালত তৈল্য চিত্ৰ, ঘড়ী, টেবুলত ৰঙীণ টি ভিৰে সজ্জিত। তাৰ আচল মালিকটো হ'ল চোৰাং বেপাৰী, পুতেকটো হ'ল লালুৰ দেশৰ চোঁচোৰা

চাৰ্টিফিকেটৰ ফামাৰ্চিষ্ট। অন্য ডাক্তৰৰ নামত লাইচেঞ্চ ৰাখি চলিছে সেইখন নাচিং হোম। সেই নাচিংহোমত এতিয়া ধৰা পৰিছে তাত কেৱল আমাৰ দৰে জাক জমক প্ৰিয় ধনৰ অৰ্থ নুবুজা ফটুৱা মানুহ আৰু বেছিভাগ অসামাজিক এবৰসন কেছৰ ভড়াল মাৰ্থোন। কালিৰ বিদেশী পেপাৰত দিছে ঠিক পাপা থকা। সময়তে সেই নাচিংহোম খনত দুটা দালাল এইড্‌ছ ৰোগীয়ে ৰক্ত বিক্ৰী কৰিছিল। কিন্তু সিহঁত দুয়োটাই পুনৰবাৰ সেই নাৰ্চিংহোমতগৈ নিজে ৰক্ত গ্ৰহণ কৰাৰ সময়ত সামাজিক গুপ্তচৰৰ কথাত গম পায় যেতিয়া পঞ্চায়তি মাৰ মাৰিলে তেতিয়া সিহঁতে সৈ কাঢ়িলে যে– সিহঁত ধ্বংস হোৱাৰ আগেয়ে হিংসাত সমাজখনকো একে গতিলৈ নিব আৰু এনেকৈ বেয়া তেজখিনি বেচি নতুন তেজ গ্ৰহণ কৰি জীয়াই থকাৰ প্ৰবল হেঁপাহ্ হেনো সিহঁতৰ । যি হওক ইমাৰজেঞ্চিৰ সময়ত সেই পৰীক্ষাহীন এইড্‌ছ বীজাণুৰ মানুহ দুটাৰ পৰা পূৰ্ণ দূষিত ৰক্ত গ্ৰহণ কৰা ব্যক্তি দুজন হ'ল এজন বিজিত চলিহা আনজন হ'ল আমাৰ দুৰ্ভগীয়া পাপা সমীৰণ কাকতি বুলি হস্পিটলৰ ৰেকৰ্ডত ধৰা পৰিছে। হস্পিটলৰ মালিক পক্ষক ধৰাত দালাল মানুহ দুটা তেওঁলোকৰ পাৰ্মেনেন্ট মানে মাজে সময়ে তেজৰ ব্যৱসায় কৰি থকা গ্ৰাহক হোৱা বাবে হেনো তেজ পৰীক্ষা কৰা নাছিল বুলি সৈ কাঢ়িলে।

কি ক'লি দেৱজিত ? মুখ বিবৰ্ণ হৈ গ'ল দেৱব্ৰতৰ। হাতৰ বন্দুক অৱনমিত হৈ পৰিল। চৰম লজ্জা অনুভৱ কৰি সুধিলে- এই কথা তই কেনেকৈ জানিলি দেৱজিত ? ঘোৰ সন্দেহ দূৰিভূত হোৱাৰ সময়ত এতিয়াহে অকণমান সকাহ পায় মাকৰ মুখলৈ অকণমান পানী অহাত আগ্ৰহেৰে পুতেকক মাত দি ঔৎসুক্যৰে সহানুভূতিৰে সুধিলে – মোৰ দেৱজিত এইটো নিশ্চিত সত্য কথা নহয় জানো কচোন ভালকৈ পুনৰবাৰ।

মা, মই মুম্বাই আহি পায়, বাতৰি কাকতত খবৰটো পঢ়ি এই খবৰটোৰ সত্যতা জানিবৰ বাবে কলিকতাত সোমায় আহিছো আৰু সেইবাবেই ঘৰ আহি পোৱাত এদিন পলম হ'ল মা দেৱজিতৰ মুখমণ্ডল জয় পৰি গ'ল। আশা নিৰাশাৰ দোমোজাত পৰি সি তলমূৰকৈ জনালে বাবা, মা, মই এটা বিশেষ কথা ভাবিছো জানা।

গভীৰ আবেগেৰে দেউতাক মাকে সমস্বৰে সুধিলে— কি কথা ভাবিছ্ কচোন দেৱজিত।

এইড্‌ছ প্ৰতিৰোধ আৰু সমাজ সংস্কাৰ কৰিবলৈ মই নহ'লে এটা সংগঠন খুলিম।

দেৱব্ৰতে ব্যগ্ৰভাৱে ক'লে— দেৱজিত তই এতিয়া সেইবোৰ কথা বাদ দে। প্ৰথমে তয়ো ব'ল, মাধুৰিমা তুমিও ওলোৱা আমি কাকতিৰ কাষলৈ গৈ আমাৰ ভুল স্বীকাৰ কৰি ক্ষমা খোজোগৈ। তেওঁ অশেষ জ্ঞানী মানুহ পুনৰ বন্ধুত্বৰ হাত মিলাব নিশ্চয়।

অন্তৰ্দ্বন্দ্বৰ অনুশোচনাৰে কোৱা দেউতাকৰ কথাষাৰৰ প্ৰত্যুত্তৰ দিয়াৰ আগমুহূৰ্তত দেৱজিতৰ অন্তৰে কান্দি উঠিল। সি চকুলো বোৱাই অন্তৰৰ গভীৰ বেদনাৰে জনালে মই প্ৰথমে আহিয়েই জনাইছিলো পাপাৰ কথা কিন্তু বাবাৰ উত্তেজনাত বুজাৰ সময় নহ'ল।

পুতেকৰ বেদনাসিক্ত নয়ন আৰু থোকা-থুকি মাত দেখি দুয়ো সচকিত হৈ উঠিল তাৰ মানে?

সকলো মহাশূন্য হৈ গ'ল মা। তোমালোক অহাৰ পাছত পাপায় চিৰকালৰ বাবে চকু মুদিলে হুক হুককৈ দুগাল তিয়াই কান্দি উঠিল দেৱজিতে।

দেৱব্ৰত আৰু মাধুৰিমা চকখাই অনুশোচনাত স্তব্ধ হৈ গ'ল।

নিয়তিৰ পৰিহাস অলক্ষিতে পুনৰবাৰ যেন কালে কুটিল হাঁহি মাৰি সোঁৱৰালে এইয়া।

হঠাৎ কেঁচুবাৰ বিমৰ্ষ কান্দোন ভাঁহি আহিল। ওপৰৰ কোঠাৰ পৰা।

পুনৰ যেন সকলোৰে তন্দ্ৰা ভাগিল। মন ধাৱমান হ'ল নৱজাতকৰ প্ৰতি।

লগে লগে কেউজনে কি হ'ল বুলি লৰালৰিকৈ ওপৰ মহলালৈ উঠি আহি কোঠাত সোমায় দেখি বিস্ময়— কি নাৰকীয় সংঘাত ? মুখেদি ফেন ওলায় নীলা পৰি অহা চকুহাল মেলি ওপৰমূৰকৈ পৰি আছে ত্ৰিবেণী। ত্ৰিবেণীৰ কাষত পৰি আছে ফেনাইলৰ খালি বটলটো।

কোঠাটোৰ চৌদিশৰ বায়ুত বিয়পি পৰিছে কাঢ়া ফেনাইলৰ উৎকট গন্ধ।

আৰু আনপিনে বিছনাত নৱজাতক শিশুটোৱে চিৰ বিচ্ছেদ চিৰ নিঃসঙ্গতাৰ বেদনাত যেন ভৰি, হাত, মাৰি ছটফটাই অবিৰাম কেহুঁ কেহুঁ কৈ কান্দি কান্দি ভাগৰি পৰিছে।

ইয়াকে কয় দুদিনীয়া সংসাৰ। দৃশ্য দেখি মাধুৰিমা আৰু দেৱজিতৰ মগজু যেন নিস্ক্ৰিয় হৈ গ'ল।

দেৱজিতৰ কপালত বিন্দু বিন্দু ঘাম জিলিকি উঠিল। সমস্ত শৰীৰ নোমবোৰ ডাল ডালকৈ শিঁয়ৰি উঠিল। মূৰৰ ওপৰত ভাগি পৰা আকাশী সৰগে যেন তাক শ্বাস ল'ব নোৱাৰাকৈ হেঁচি ধৰিলে। চৰম বিহ্বলভাৱে— ত্ৰিবেণী এইয়া তুমি কি কৰিলা বুলি চিঞৰি ত্ৰিবেণীৰ নশ্বৰ দেহাটো সাৱতি ধৰি মৰ্মান্তিক আঘাতত হিয়া ধুনি কান্দি উঠিল।

মাধুৰিমাই যি ঘটিব বুলি ভয় কৰিছিল সেইয়া বাস্তৱত পৰিণত হ'ল। গতিকে পুতেকৰ গভীৰ বেদনাত সমাবেদনা জনাবলৈ ভাষা বিচাৰিলে।

বাপেক দেৱব্ৰতে পুতেক দেৱজিতক হাতে কাপোৰে ধৰি টানি আজুৰি উঠাই ক'লে— চা দেৱজিত, মই জানিছিলো একে গুলিত দুই চিকাৰ হ'ব বুলি। কাৰণ বাপেকক করুণভাৱে হত্যা কৰিবলৈ লোৱা মোৰ যাত্ৰাত পিতৃ ভক্ত ত্ৰিবেণীয়ে ম্ৰিয়মান হৈ আত্মহত্যা কৰিব বুলি মোৰ দৃঢ় বিশ্বাস আছিল।

আতঙ্কত দেৱজিতে বাপেকৰ নিচ বাক্য শুনি অসহ্য তাড়নাত চিঞৰি উঠিল- বাবা তুমি বলিয়া হোৱা নাইতো?

দেৱব্ৰতে দৃঢ়ভাৱে জনালে— মই ঠিকেই কৈছো দেৱজিত। তয়ো নৰকগামিজনীৰ মোহত পৰি এইড্ছৰ বলি হ'ব নালাগে। অকলশৰীয়াকৈ ডাঙৰ হোৱা ছোৱালী মাক নাই, বাপেক বাগানলৈ ব্যস্ত। তাই সেই সময়তে কাৰোবাৰ লগত সঙ্গ কৰি এইড্ছৰ বীজাণু শৰীৰত ৰোপণ কৰি ল'লে। গতিকে মোৰ আমেৰিকাত প্ৰতিস্থিত ধনবান, ৰূপবান, গুণবান একমাত্ৰ আলাসৰ লাৰু পুত্ৰ তোক ৰক্ষা কৰিবলৈকে মই ত্ৰিবেণীক গুলীয়াই অথবা বিহ দি হ'লেও হত্যা কৰিলোহেঁতেন।

আতঙ্কত যথৰ হৈ পৰা দেৱজিতৰ গাত ধৰি জোকাৰি দি মাকে জনালে— তই নাজান দেৱজিত ত্ৰিবেণীৰ বাবে এই সদ্যজাত কেঁচুৱাটোও এইড্ছ ৰোগত পঙ্গু।

অনুশোচনাত দেৱজিতৰ অন্তৰ দহি পুৰি গ'ল। কু-কৰ্ম্মৰ দাবানলত তাৰ মন দেই পুৰি গ'ল। ত্ৰিবেণীৰ নিষ্পাপ মুখখনলৈ চাই অনুতপ্ত কণ্ঠে জনালে— মই সকলো কথা গম পাইছো মা।

আচৰিত হৈ মাধুৰিমাই প্ৰশ্ন কৰিলে— তই কেনেকৈ জানিলি দেৱজিত?

দেৱজিতে অত্যন্ত দুখ আৰু অসীম ধৰ্যৰে জনালে— মই এয়াৰপৰ্টৰ পৰা আহি ঘৰত তোমালোকক নাপায় গৈ দেখা পালো পাপাৰ আত্মাহীন নশ্বৰ দেহা। পাপাৰ শেষাকৃত্যত ভাগ নোলোৱাকৈ ত্ৰিবেণীৰ দুৰৱস্থাৰ কথা গম পাই গলো টাউন নাৰ্চিংহোমলৈ। তাতে ডাক্তৰ জৈন আৰু ডাক্তৰ শৰ্মাই মোক ত্ৰিবেণীৰ গাৰ পৰা সন্তানৰ গালৈ এইড্ছ ৰোগ বিয়পাৰ সংবাদ অৱশ্যে দিলে আৰু যাতে ত্ৰিবেণী আৰু অল্পায়ু সন্তানক সযত্নে ৰাখি মনোকষ্ট নিদিবলৈ বাৰে বাৰে সকিয়াই সাৱধান কৰি পঠিয়াইছিল। কিন্তু ত্ৰিবেণীয়ে তোমালোকৰ ৰোষত পৰি অন্তত মোৰ বাবেও ক্ষন্তেক অপেক্ষা নকৰিলে— বেদনাই খুন্দা মৰা ভগা অন্তৰৰ দেৱজিতে পুনৰ হুক হুকাই কান্দি উঠিল।

দেৱব্ৰতে পুতেকৰ পিঠিত হাত মোহাৰি দি জনালে— তই চিন্তা নকৰিবি দেৱজিত। এই সপ্তাহতে তোৰ বাবে এজনী বিশ্বসুন্দৰী কন্যা আনি দিম। গাড়ী, ধন দৌলত দেখিলে কেইজনী দৌৰি আহে তই চাই থাকচোন। কলঙ্কিণী ত্ৰিবেণীৰ জঘন্যতাৰ প্ৰতীক এই কেঁচুৱাতোৰ নিঃশেষৰ ব্যৱস্থা মই কৰিম। এই মহাপাপিনী জঘন্য এইড্‌ছ ৰোগিনী ত্ৰিবেণীৰ আত্মহত্যাত দুখ নকৰিবি সুখকৰ সুখ।

মৃত্যুৰ অন্ততো শোক নকৰি এজনী নিষ্পাপ বেদনা বহন কৰিব নোৱাৰা দেৱীৰ প্ৰতীক কন্যাৰ প্ৰতি সন্দেহত নিৰ্ম্মম ব্যৱহাৰ কৰা দেখি দেৱজিত ম্ৰিয়মান হৈ পৰিল। কাৰ বৰ্বৰতাৰ বাবে কোনে প্ৰতিফল ভোগী দেহ ত্যাগ কৰি মৃত্যুক বৰণ কৰিবলগীয়া হ'ল। পাপ গোপনে লুকাই কৰিলেও প্ৰতিফল সত্য এদিন নহয় এদিন উদ্‌ঘাটন হ'বই। তাৰ মানসপটত ভাঁহি উঠিল নিজৰ সূক্ষ্ম সুকুমল দেহৰ ওপৰত চলোৱা অত্যাচাৰ ড্ৰাগছ সেৱন, যৌন উৎপীড়ন, যৌন উদ্ৰেক, ব্লু-ফিল্মিমৰ নিত্য দৰ্শন আৰু তাৰ পাছত কেৱল উপভোগ।

আজি উপলব্ধি কৰা নিচ মনোবৃত্তিৰ ঘৃণিত জীৱনৰ মাত্ৰ এটা বিগত দিনৰ কৰ্দয্য কাহিনীয়ে উৎকণ্ঠিত কৰি তুলিলে দেৱজিতক। অজানিতে তাৰ চকুৰ আগত ভাঁহি উঠিল - আমেৰিকাৰ ব্যস্ত পথেৰে বন্ধুৰ গাড়ীত উঠি আহি সেই ঠাইৰ এটা সাধাৰণ ঘৰত সোমালহি। বাহিৰৰ কোঠাৰ পৰা এজনী অপৰিপূৰ্ণ স্তনৰ মুখ মণ্ডলত কৃত্ৰিম ৰঙ বোলোৱা লাহি কঁকালৰ ছোৱালীয়ে একেখন বেডতে বহাৰ পাছত অভ্যস্ত ছোৱালীজনীয়ে ইনজ্যেকশ্যন পুচ কৰিলে আৰু এজনী সমবয়সীয়া ছোৱালী আহি দুটাকৈ ড্ৰাগছ টেবলেট সেৱন কৰিবলৈ দিলে। মুহূৰ্ত্ততে দুয়ো কৃত্ৰিম সুন্দৰীয়ে দুয়োজনৰ ওঁঠত ওঁঠ থৈ যৌৱনৰ প্ৰথম আলিঙ্গন চুম্বনৰত হৈ পৰিল।

এইবাৰ গাড়ী আহি এখন চেভেনষ্টাৰ হোটেলৰ সন্মুখত ৰ'লহি। হোটেলখনৰ নাম কিন্তু মানসপটত জিলিকি থকা বিধৰ "ফেয়াৰ ৱেডাৰ"— গাড়ীৰ পৰা নামি হোটেল সোমায় ৰিচেপচনিষ্ট কাউণ্টাৰত ৰৈ দীঘলীয়া বহীত নিজে নিজে দুয়োৰো নাম ভৰ্ত্তি কৰি আহি লিফটেৰে ওপৰ মহলালৈ আহিল।

নিজ নিজ ধান্দাত প্ৰায়বোৰে একোজনীকৈ সঙ্গিনী হাতত ধৰি লগত লৈ আহিছে গৈছে বা কমত সোমাইছে।

দুজনী পৰিচাৰিকা আহি দুয়োৰে হাতত ধৰি বেলেগ বেলেগ কৰ্মলৈ আদৰি আনি আলফুলকৈ হৃদয় পৰশাকৈ দুটা পৰিচিত যৌৱন উদ্ৰেক স্বৰূপ চুমা যাচি ওলায় আহিল।

কমৰ ভিতৰৰ পৰা নিজকে বিশ্ব সুন্দৰী বুলি ভবা নৰ্ত্তকী স্বৰূপা যৌন কৰ্মী নায়িকা ওলায় আহি আৰু দুবাহুত ধৰি আলফুলকৈ বিছনাখনতে বহুৱাই লৈ টেবুলৰ ওপৰত সজ্জিত ব্ৰাণ্ডিৰ বটল খুলি দুয়ো কৃত্ৰিম স্বকেকীয়া প্ৰেমিক প্ৰেমিকাই বটল দুটা সামান্যভাৱে টুঙ টাঙকৈ খুঁজাই লৈ পিপাত ঢলা দি মুখত থৈ ঘট ঘটকৈ পি দিলে। লাহেকৈ খালি বটল দুটা কাৰ্পেটৰ ওপৰত পেলাই দি অৰ্দ্ধ নগ্নৰূপী তাড়কাই কেচেট পূৰ্ণ টেলিভিশ্যনৰ চুইচ অন কৰি দিলে। মুহূৰ্ততে ব্লু-ফিলিমৰ কেচেটটোৱে উশৃঙ্খল নগ্ন ৰূপ প্ৰদৰ্শন কৰিলে। কোনো সত্যৰ অৱতাৰণা নাই কেৱল মাথো অনৰ্থক চুম্বন আলিঙ্গন ইত্যাদি। যৌৱন উদ্ৰেক যুতিপূৰ্ণ দৃশ্যবোৰ প্ৰতিফলিত হ'ল।

সুৰা সুন্দৰী দেহ মনৰ স্বপ্ন ভৰা মধুময় যৌৱন জাগি উঠি পশুত্বৰ কামনাই মন-প্ৰাণ গ্ৰাস কৰাৰ মুহূৰ্ততে দুয়ো দুয়োৰে বাহু বন্ধনত আবদ্ধ হৈ বিছনাত শুই পৰিল ... বিক্ষুব্ধ কণ্ঠে সি চিঞৰি উঠিল— ই প্ৰেম নহয় প্ৰতাডণা, যৌৱন নহয় চালনা সেই দুঃচৰিত্ৰৰ স্খলন প্ৰতিফল সবংশে মৰণ।

মৌন থাকি হঠাৎ মগজুৰ ব্যতিক্ৰম ঘটা বলিয়াৰ দৰে উন্মাদ হৈ আৰ্ত্তনাদ কৰি উঠা দেৱজিতক বাপেক মাকে দুবাহুত ধৰি জোকাৰি দিলে দেৱজিত হৈছে কি তোৰ???

দেৱজিতে চকু মেলিলে ঠিকেই কিন্তু অতীতেই বিভৎস ৰূপ ধাৰণ কৰিলে। ইতিমধ্যে তাৰ মনে বিদেশত স্থিতি লৈ পৰিণতিৰ পৰ্যালোচনা কৰি আছিল। বৰ্ত্তমান ক'ত কাৰ কাষত কোন পৰিৱেশত আছে পাহৰি গ'ল সি। শূন্য মহাকাশত নিৰস নীৰৱ পৰিৱেশত নিজকে নিজে যেন কৈ উঠিল— মই আমেৰিকাখন সম্পূৰ্ণ বেয়া বুলি ক'বলৈ যোৱা নাই যদিও সেই যুক্তৰাষ্ট্ৰত তেৰ বছৰৰ পৰা ষোল্ল বছৰীয়া প্ৰতি ত্ৰিশ শতাংশ বালিকাৰ এব'ৰসন কৰিবলগীয়া হয়। একমাত্ৰ মুক্ত যৌৱন ব্যভিচাৰিতাৰ বাবে। আকৌ প্ৰতি তিনি মিনিটত দুটাকৈ আত্মহত্যা, একোটাকৈ মাৰ্ডাৰ হৈ থাকে। একমাত্ৰ মদ্যপান, বিশ্বাসঘাটকতা আৰু উশৃঙ্খল কেলেঙ্কাৰী যৌন জীৱন যাত্ৰাৰ বাবেই। আচলতে সংস্কাৰপূৰ্ণ আধ্যাত্মিক ভাবপ্ৰধান মোৰ দেশত অপৰিপক্ক মনৰ শিক্ষাৰ্থীক যৌন শিক্ষা অবিবেচকৰ দৰে দিবলৈ গ'লে উশৃঙ্খলতাই দেখা দি মূল শিক্ষাৰ পৰা মন ফালৰি কাটি যাব। মুক্ত যৌন নীতিয়ে যৌন স্পৃহা বঢ়াই বেয়া কামনাৰ উদ্ৰেক কৰি যৌন কেলেঙ্কাৰী বঢ়াইহে নিব। ল'ৰা-ছোৱালী একেলগে শিক্ষা গ্ৰহণ কৰা বিদ্যালয়সমূহৰ শিক্ষক শিক্ষয়িত্ৰীৰ এই বিষয়ত অভিজ্ঞতা যথেষ্ট আছে। অৱশ্যে চিকিৎসা বিদ্যাত মানৱ অঙ্গ প্ৰত্যঙ্গৰ বিশ্লেষণ শিক্ষা বিভাগৰ সম্পূৰ্ণ সুকীয়া বস্তু। তাত অশ্লীলতাৰ স্থান তিলমাত্ৰও নাই আৰু এই ক্ষেত্ৰত পৰিপক্ক শিক্ষাৰ্থী কেৱল শিক্ষাৰ অন্বেষণতহে থাকে যৌৱন বিশ্লেষণত নহয়। ভগৱানৰ দান প্ৰাকৃতিক নিয়ম অনুযায়ী যৌৱনৰ পৰিপূৰ্ণ ব্যৱহাৰ জীৱ মাত্ৰেই

জানে। মানুহৰ ক্ষেত্ৰত সুখী হোৱাৰ পথ যোগ ব্যায়াম, ব্ৰহ্মচাৰ্য্য আৰু সংযম সাধানাৰ মাহাত্ম্যৰ শিক্ষা ছাত্ৰ অৱস্থাতে প্ৰদান কৰাতোহে বাঞ্ছনীয়। মোৰ দৃঢ়বিশ্বাস মানুহ স্বাৱলম্বী হৈ বিবাহৰ বয়স আগুৱাই মুঠতে শিক্ষা সাং কৰি অথবা উপাৰ্জনৰ পথ গ্ৰহণ কৰিয়েই বিবাহপাশত আবদ্ধ হলে বহু গোপন যৌন কেলেঙ্কাৰী আঁতৰি যাব। বহুতে ধনৰ বেদনাক দমাব পাৰিলেও যৌন উত্তেজনাক দমাব নোৱাৰি অসৎ পথে চাৰিত্ৰ্য কৰে। বৈবাহিক জীৱন মধুময় আৱেগময় স্বৰ্গীয় প্ৰেমেৰে দীৰ্ঘস্থায়ী কৰিবলৈ সীমিত পৰিয়ালেৰে সুখী হ'বলৈ বিবাহিত সকলৰ বাবে যৌন শিক্ষাৰ কেন্দ্ৰ খুলি দিয়াতো একান্ত বাঞ্ছনীয়।

দেৱব্ৰত আৰু মাধুৰিমা পুতেকৰ পৰিস্থিতি অসংলগ্ন কথাত বিব্ৰত হৈ অবান্তৰ কাৰণত মূৰৰ বিকৃতি ঘটা যেন ভাবি উদ্বিগ্ন দেৱজিতৰ গাত ধৰি অভাৱনীয়ভাৱে জোকাৰি দিলে— দেৱজিত হৈছে কি তোৰ। জ্ঞান চকুমেলি চা। যোৱা মানুহৰ কথা বাদ দি সুস্থিৰ অৱস্থালৈ আহচোন দেৱজিত।

হ'ল কি বাবা ? দেৱজিতে যেন সংজ্ঞা ঘূৰাই পাই চকুমেলি প্ৰশ্ন কৰিলে।

দেৱব্ৰতে অকণমান সকাহ পাই জোৰ দি ক'লে— এই কুলক্ষণী জনীয়ে দেখিছো তোৰ মূৰটো খালে। আমাৰ কথা ভাব দেৱজিত, নিজৰ কথা ভাব বাদ দে এইড়ুহু ৰোগি মহাপাপিনী জনীৰ কথা।

ধিক্কাৰ আহিল দেৱজিতৰ মনলৈ। বেদনাৰে পৰিপূৰ্ণ হ'ল মন ত্ৰিবেণীৰ প্ৰতি তেনেকৈ নক'বা । ত্ৰিবেণী মহান সতী নাৰী, নজনাকৈ কাৰো প্ৰতি দুৰ্ব্যৱহাৰ কৰিব নাপায়। এই ভয়াৱহতাৰ বাবে জগৰীয়া কোন তোমালোকে জানা জানো? বিতৃষ্ণা জাগি ঘৃণা উপজিল নিজৰ আৰু মাক বাপেকৰ প্ৰতি তাৰ।

আৱহ সঙ্গীতৰ সুৰৰ দৰে ভাঁহি থকা বেদনা ক্লিষ্ট ক্ষণৰ শিশুৰ কৰুণ বিননিৰ ধ্বনি শক্তি অৱক্ষয়ৰ ক্ষণে ক্ষণে কমি আহি হৰি গ'ল তেতিয়া।

দেৱব্ৰত আৰু মাধুৰিমাই পুতেকৰ মুখৰ পৰা কিবা বাণ বিস্ফোৰণ হোৱাৰ ভয়ত আতঙ্কিতহৈ বিস্ময়েৰে চাই ৰ'ল— ওঁহো নাজানো।

দেৱজিতে ক্ষোভেৰে প্ৰকাশ কৰিলে মনত আছেনে মা জীৱনত বিয়া নকৰাওঁ কেইবাখনো হ'ব লগীয়া বিয়া ভাঙি দিছিলো। অৱশেষত তোমালোকে সামাজিক বুলি নিতী বৰ্জন কৰি ত্ৰিবেণীক আনি চপাই থ'লা মোলৈ। পতিব্ৰতা সৰল মনা ত্ৰিবেণীয়ে মোৰ বিপথগামি চৰিত্ৰৰ গুপ্ত গুপ্ত-সূত্ৰ পাই বহুবাৰ মোক শপত দি সকিয়াই দিছিল

"দেৱজিত সময় থাকোঁতেই তুমি তোমাৰ জীৱনৰ গতি শুধৰাই লোৱাঁ" কেৱল যৌন কামনাৰ ক্ষুদ্ধাক আগ্ৰাধিকাৰ দিলে তুমি আৰু তোমাৰ পৰিয়ালেও প্ৰস্তাৱ কিন্তু" ঠিক আজি মই প্ৰস্তাইছো।

দেৱব্ৰত আৰু মাধুৰিমাৰ ওপৰত আকাশী সৰগ ভাগি পৰাৰ উপক্ৰম হ'ল হৃতভগীয়াৰ দৰে দুয়ো একেলগে চিঞৰি উঠিল তাৰ মানে ? অপলক নয়নে চাই ৰ'ল দুৰাশাত পুতেকলৈ।

দেৱজিতে দীঘল নিশ্বাস এটা পেলাই সকলো দিশ নিমিষতে চূড়মাৰ হৈ যোৱাৰ বেদনাত ক'লে— আজি আৰু মই নিজক ঢাকি ৰখাৰ সৎ মানুহ বোলোৱাৰ প্ৰশ্ন নুঠে। নহ'লে আৰু এজনীৰ মূৰ খাবা তোমালোকে।

মাক মাধুৰিমাই অজান আশঙ্কাত চিঞৰি উঠিল— দেৱজিত তই প্ৰলাপ বকা নাইতো

শুনা প্ৰতিদিনে উত্তেজিত খাদ্য, নিজক উত্তপ্ত দেহৰ উত্তেজিত কৰি সৎ অসৎ পাহৰি যাবলৈ নিতৌ ড্ৰাগছ্ সেৱন কৰি সুৰাৰ বটলত ৰোমাঞ্চিত জীৱনৰ উৎস বিচাৰি পায়। ধনৰ গৌৰৱত উন্মত্ত প্ৰসিদ্ধ হৈ আমেৰিকালৈ দুৱাৰকৈ গৈ শিক্ষাতকৈ জীৱনৰ মাদকতা সুৰা আৰু সুন্দৰীক বিচাৰি জঘন্য গলিত বন্ধ কোঠাত সোমায়। প্ৰতি দিনে নিৰ্বিচাৰে অনুন্নতাৰ সঙ্গত সম্ভোগ কৰাৰ প্ৰতিফল এইড্ছৰ বীজাণু সম্প্ৰসাৰণ হ'ল মোৰ শৰীৰলৈ আৰু তাৰ প্ৰথম চিকাৰ হ'ল নিষ্পাপ নিস্কলুষিতা আধুনিকতাৰ মাজত যৌন জীৱনৰ মাদকতা বিচাৰি মোক জীৱন অপৰ্ণ কৰা সৰলমনা আদৰ্শ স্বৰূপা সুন্দৰী মৰমী পত্নী ত্ৰিবেণী।

পুতেকৰ জীৱনৰ জঘন্যত্ৰম অধ্যায় শুনি মৰ্ম্মান্তিক বেদনাত মাধুৰিমা মূৰ্চ্ছা প্ৰায় অৱস্থা হ'ল। কোনোমতে বেৰত আউজি নিজক পকাত পৰি যোৱাৰ পৰা বচাই অধীৰ বেদনাত ৰ'ল। চকুকেইটা মুদি দিলত সমস্ত পৃথিৱীখন মূৰৰ ওপৰত যেন ঘূৰিবলৈ ধৰিলে।

তৎমুহূৰ্ততে দেৱব্ৰতে ভৱিষ্যৎ সম্পূৰ্ণ অন্ধকাৰময় দেখি ধৈৰ্য্যৰ সীমা অতিক্ৰম কৰি অদমনীয় খণ্ড শিৰ্ষ বিন্দুত উঠিলগৈ ভৱিষ্যতৰ সৰ্ব্বস্ব হেৰোৱাই চিঞৰি উঠিল ধনদৌলত মিছা, অভিজাত্যৰ গৌৰৱ দেখুৱাই স্বদেশত পাব পৰা শিক্ষা বিদেশত ধনেৰে কিনিবলৈ পঠিয়াই নিজ পুত্ৰক সজ জ্ঞান দিব নোৱাৰি আবাটে পঠিওৱাৰ পাপৰ প্ৰায়শ্চিত্ত মই নিজেই ভূগিম—। বন্দুকৰ নল নিজৰ ডিঙিত থৈ ট্ৰিগাৰত হাত দিলে উত্তেজিত কোঁৱৰে।

দেৱজিতে মহা আতঙ্কত মুহূৰ্ততে থাপ মাৰি ধৰিলে দেউতাকৰ হাতত।

দেৱব্ৰতে অজানিতে ট্ৰিগাৰ টিপি দিলে।

দেৱজিতৰ প্ৰবল আজোৰণিত তৎমুহূৰ্ততে বন্দুকৰ নলডাল বেঁকাহৈ দেৱজিতৰ বুকুত লাগিল । হায় কাল নিমিষতে গুলীয়ে দেৱজিতৰ বুকু ভেদ কৰিলে। আহ্ বুলি আৰ্ত্তনাদ কৰি এখোজ পাছুলৈ লুটি খায় বিছনাখনত কেঁচুৱাটোৰ গাৰ ওপৰতে ঢাঁচকৈ পৰি অন্তিম নিশ্বাস পেলালে দেৱজিতে।

হায় ! কি কালৰ কুটিল পৰিহাস দেৱজিতৰ ৰক্ত বিয়পা দেহৰ হেঁচাত পৰি কেঁতকৈ চিঞৰ এটা মাৰি স্বৰ্গৰ পৰা অহা দেৱশিশুটি পুনৰ স্বৰ্গলৈ ঘূৰি গ'ল তৎমুহূৰ্তত ।

প্ৰাণাধিক মুখ্য বাসনাৰ ভৱিষ্যত বংশধৰ একমাত্ৰ পুত্ৰক নিজ হাতে সলিল সমাধি ৰচি দি দেৱব্ৰতৰ মগজু সংজ্ঞাহীন হৈ হাতৰ বন্দুক অজানিতে খহি পৰি থিতাতে মূৰ্চ্ছা গৈ পকাত বাগৰি পৰিল।

এশ মিলিমাইক্ৰন ব্যাস পৰিমাণৰ ভয়ানক মৃত্যুদূত এইড্ছ বীজাণুৱে এজনৰ বাবে তেওঁৰ লগতে একেদিনাই বাকী তিনিওজনৰ জীৱন কুটিল হাতেৰে গ্ৰাস কৰি এটি পৰিযাল সম্পূৰ্ণ আৰু আনটো পৰিয়ালৰ অন্ধকাৰময় ভৱিষ্যত চমু চপাই নিজৰ ধ্বংস লীলাৰ শক্তি সাব্যস্ত কৰি অসংযমণ অসাৱধাণতাৰ সৰ্তকবাণী সকিয়াই দিলে সমস্ত জীৱ জগতক বিষেশকৈ যৌৱন উৎপিডীত ড্ৰাগচ সেৱিত উশৃঙ্খল নাৰী নিৰ্য্যাতীত কামুক অৰাজকতাৰ সৃষ্টিকাৰী এইড্ছে সম্পূৰ্ণ গ্ৰাস কৰিব পৰা মানৱ সমাজখনক।

# সংক্ৰমণ প্ৰতিৰোধ

বৰ বৃহৎ বাৰীখনৰ মাজত অকলশৰীয়া ঘৰটো। ঘৰটোৰ সন্মুখত সুন্দৰ কাৰু-কাৰ্যৰে গোঁসাই মন্দিৰটো।

মন্দিৰৰ পৰা ওলায় আহি প্ৰণতি চৌধুৰীয়ে দুই হাত যুৰি নতশীৰে সূৰ্য দেৱতাক প্ৰণাম কৰিলে।

জবাকুসুম সঙ্কাশং কাশ্যপেয়ং মহাদ্যুতিম্।

ধ্বন্তাৰিং সৰ্ব পাপঘ্নং প্ৰণতোহস্মি দিবাকৰম্।।

স্বপন যাবলৈ ওলায় আহি সভক্তিৰে প্ৰণাম কৰি থকা মাকৰ কাষতে ক্ষন্তেক ব'লহি।

মাকে প্ৰণাম কৰি উঠি পুতেকক দেখা পায় আনন্দৰে সুধিলে— স্বপন তই অফিচলৈ যাবলৈ ওলালি।

স্বপনে মাকৰ ভৰি চুই প্ৰণাম কৰিলে— অ' ওলালো মা।

চাহ্ জলপান বনাই মই ঢাকি থৈ আহিছিলো খালি নে বাৰু।

খালো মা।

তই যাৱৰ সময়ত গোঁসাই মন্দিৰত সেৱা কৰি যা স্বপন।

হ'ব মা তোমাক সেৱা কৰিছো যেতিয়া সকলো সিদ্ধি হ'ব।

চাকৰিৰ আজি প্ৰথম দিন, গতিকে চা স্বপন তোৰ ওপৰৰ অফিচাৰসকলক সদায় সন্মান কৰি চলিবি আৰু তোৰ তলৰ চাকৰিয়ালসকলক নিজৰ বন্ধুৰ দৰে ব্যৱহাৰ কৰিবি আৰু শুন কোনোবাই কিবা ক'লেও সহি সামৰি বুজি ল'বি। অফিচলৈ কামৰ বাবে অহা লোকক আমনি নিদিবি কাৰণ তেওঁলোকৰ সেৱাৰ বাবেহে এই চাকৰিবোৰ। কামৰ বাবত সিহঁতৰ পৰা উপঢৌকণ নল'বি। কাৰণ তেওঁলোকৰ সেৱাৰ বাবেই চৰকাৰে তহঁতক দৰমহা দিছে। পুলিচে যেনেকৈ চোৰক, চৰকাৰী হস্পিটেলৰ ডাক্তৰে যেনেকৈ ৰোগীক নিজতকৈ বহুত পাৰ্থক্যৰ দৃষ্টিৰে চাই তেনেকৈ নাচাবি। সহানুভূতিৰে মাৰ্যদাপূৰ্ণ ব্যৱহাৰেৰে সুচাৰুৰূপে কাম সমাধা কৰি দিবি— কৰ্ম্ম সংক্ৰান্তত কাৰ্যালয়লৈ অহা

লোকসকলক।

হ'ব বাৰু মা- বাধ্য ছাত্ৰৰ দৰে তলমূৰকৈ সমৰ্থন জনালে স্বপনে।

আৰু এটা কথা চা স্বপন— পঢ়াৰ জীৱন নিজৰ বাবে আৰু চাকৰি জীৱন আনৰ বাবে বা স্বদেশৰ উন্নতিৰ বাবে শ্ৰম দান বুলি ধৰি ল'বি। কামত গাফিলতি নকৰি সত্যনিষ্ঠা পৰিশ্ৰমেৰে নিখুঁতভাৱে নিয়োজিত কাৰ্য কৰি গ'লেহে দেশৰ উন্নতি। তেতিয়াহে ভগৱান ভগৱতীয়ে আশিৰ্বাদ দিব, দেশে দহে ভাল পাব, পদোন্নতি হ'ব তোৰ।

স্বপনে মাকৰ সজ সঁচা বাক্যত ভক্তিত আপ্লুত হৈ সহৃদয়ে জনালে— মা তোমাৰ বাক্য মই আখৰে আখৰে পালন কৰিম আৰ্শীবাদ কৰিবা।

তোৰ সকলো শুভ কামনালৈকে আৰ্শীবাদ আছে মোৰ। তই আজি ইঞ্জিনীয়াৰ হিচাপে কামত জইন কৰিবি। তাৰ পাছত চিফ ইঞ্জিনীয়াৰ আৰু পদোন্নতি হৈ তই ডাইৰেক্টৰ হবিঁগৈ। যা 'বাচা' সময়মতে অফিচলৈ যাবি আৰু সময়মতে ঘৰলৈ ঘূৰি আহিবি চকুপানী দুধাৰি বৈ আহিল প্ৰণতিৰ। আজি আইতাৰ থকা হ'লে মনত কিমান সন্তোষ পালেহেঁতেন।

যোৱা কথা বাদ দিয়া মা, দুখ কৰি লাভ নাই এতিয়া আৰু ভৱিষ্যৎ মঙ্গলৰ কথা ভাবা। মই তোমাক ৰাজ মাতৃৰ দৰে সুখ দিম। ই মোৰ প্ৰতিজ্ঞা।

বাচা তোৰ সুখেই মোৰ সুখ, চিৰ আনন্দ মোৰ। তোৰ মঙ্গলৰ বাবেই নিজৰ দুখ-কষ্ট পাহৰি অধীৰভাৱে বাট চাই আছোঁ ভগৱান ভগৱতীক ধিয়াই। পুতেকৰ মূৰত হাত থৈ আশীষ যাচিলে প্ৰণতিয়ে।

স্বপনে সভক্তিৰে মাকৰ ভৰি চুই আশীষ গ্ৰহণ কৰিলে। মই আহোঁ তেনে মা।

যা সোণটো।

গভীৰ ভক্তি আৰু মনৰ উলাহেৰে আগবাঢ়ি আহিল স্বপন।

মাকে আগবাঢ়ি আহি জপনাখন খুলি ধৰিলেহি গভীৰ আনন্দত অধীৰ হৈ।

হোটেল চুইট ৰেষ্টলৈ সোমায আহিল তিনিজন মানুহ লগত আহিল স্বপন।

স্বপনে ইতস্তঃ ভাবে জনালে— ব্ৰদাৰ প্লিজ আজি মই হোটেলত চাহ নাখাওঁ। মায়ে মোলৈ বৈ থাকিব পায।

কন্ট্ৰেক্টৰ ত্ৰিদিব বৰাই স্বপনৰ কান্ধত হাত থৈ বন্ধুত্বৰ ভাব দেখুৱাই ক'লে— নহয় ছাৰ, অন্ততঃ প্ৰথম দিনা আপোনাৰ সেৱা কৰিবলৈ অকণমান আমাক সুবিধা দিয়ক। মাৰ বাবে আপুনি চিন্তা নকৰিব। কিমান মিঠাই লাগে মই পঠাই দিম। প্ৰথম দিনা মাযে মিঠাইৰ মুখ দেখিলে সন্তোষ পাব।

স্বপনে মাজতে জেপটো খুচৰি চালে নাই ক'ত থাকিবনো পইচা। লাজত ৰঙা-ছিঙা পৰি লাহেকৈ কওঁ নকওঁ কৈ ক'লে আপোনালোকক আমাৰ ঘৰলৈ অন্য এদিন চাহ খাবলৈ নিমন্ত্ৰণ কৰিম বাৰু। আজি মোৰ হাতত মানে

এজনে মাত দিলে   মানে পকেটত পইচা নাই নহয জানো?

স্বপনে লাহেকৈ জনালে হয়।

সুযোগ পায় বাকী দুজনে হাঁহি স্বপনক হাতত ধৰি টানিলে— ছাৰে আজিৰ পৰা আপোনাৰ দৈনিক হাত খৰচ আমাৰ হাতৰ পৰা ধৰক। আপোনাৰ দৰমহাটো বাহিৰে বাহিৰে বেঙ্কত জমাথৈ যাব পাৰিব। চিন্তা কিহৰ ছাৰ।

মাকৰ উপদেশবোৰলৈ মনত পৰিল স্বপনৰ— প্লিজ বাদ দিয়ক আজি মই নাখাওঁ। অন্য এদিম খাম বাৰু।

ঠিকাদাৰ ত্ৰিদিবে মনত পেলাই দিলে— অথনি চিফছাৰে যাবৰ সময়ত আপোনাক লগ কৰি যাবলৈ কোৱা নাছিল জানো।

স্বপনে ঘূৰি লৈ ক'লে— চ'ৰি কথাটো বৰ বেয়া হ'ল তেনেহ'লে মই অফিচলৈ ঘূৰি যাওঁ।

হাঁহি বিৰিঙালে ত্ৰিদিবে— আপুনিও যে ছাৰ অফিচাৰক কি দিন ভৰ অফিচতে পাম বুলি ভাবিছে নেকি? আহক আপোনাৰ সম্বৰ্দ্ধনাৰ বাবেই আমি ইয়াত পাৰ্টি দিছোঁ। চিফ ছাৰক ইয়াতে পাব।

প্ৰথম দিনাই কোনোবাই বেয়া পোৱাৰ ভয়ত আৰু আও-ভাও একো নাপায় সোমায় আহিল স্বপন হোটেলৰ ভিতৰলৈ।

ত্ৰিদিবে মেনেজাৰক সুধিলে— মেনেজাৰ চাহাব আমাৰ চীফ ইঞ্জিনীয়াৰ বসুমতাৰী ছাৰ কোন ৰুমত আছে?

মেনেজাৰে ঘপহকে বহিৰ পাট লুটিয়াই চাই জনালে— ফাষ্ট ফ্ল'ৰৰ তেৰ নম্বৰ ৰুম লৈছে।

জনাই দিয়ক কণ্ট্ৰেক্টৰ ত্ৰিদিব বৰা। ইঞ্জিনীয়াৰ স্বপন চৌধুৰীহঁত আহিছে বুলি।

লগে লগে মেনেজাৰে ৰিচিভাৰতো উঠাই লৈ ডায়েল কৰিলে— ছাৰ আপোনাৰ ডিপাৰ্টমেণ্টত কণ্ট্ৰেক্টৰ চাহাব আৰু ইঞ্জিনীয়াৰ চাহাব আহিছে হয় পঠাই দিছোঁ ছাৰ থেঙ্কিউ ছাৰ। -মেনেজাৰে এইবাৰ ৰিচিভাৰতো থৈ জনালে আপোনালোকে ৰুম নম্বৰ থাৰটিনত বসুমতাৰী চাহাবক লগ কৰিব পাৰিব।

চিড়িৰে উঠি আহি কেউজন ৰুম নম্বৰ তেৰ পালেহি। দুৱাৰত টোকৰ মাৰিলে ত্ৰিদিবে।

য়েচ কাম— ভিতৰৰ পৰা মাত আহিল।

দুৱাৰ ঠেলি চাৰিওজন সোমায় আহিল।

স্বপনে আগবেলা এঘাৰ বজাত অফিচত প্ৰথম লগ পোৱা চীফ ইঞ্জিনীয়াৰ বিবেক বসুমতাৰীক দেখি অপ্ৰস্তুতভাৱে জনালে— নমস্কাৰ ছাৰ।

নমস্কাৰ নমস্কাৰ য়েল কাম চৌধুৰী। বহক বহক সন্মুখৰ চকীখন দেখুৱাই দিলে বিবেকে।

স্বপনে ইতস্ততঃভাৱে জনালে হ'ব ছাৰ হ'ব।

ত্ৰিদিবে স্বপনৰ গাত ধৰি জোৰকৈ চকীখনত বহুৱাই দিলে। বহক ছাৰ বহক। ইয়াত লাজ কৰিবলৈ একো নাই।

স্বপনে হাত ভৰি কোঁচাই সেমেনা সেমেনিকৈ সুধিলে— ছাৰ আপুনি মাতিছিল বোলে।

সুবিধা বুজি ত্ৰিদিবে লগৰ মানুহ দুটালৈ দেখুৱালে বিবেকক— ছাৰ মই কৈছিলো যে এওঁলোকৰ কথাই।

দুয়োটাই মূৰ দোঁৱাই সমানে হাত যুৰিলে প্ৰণাম ছাৰ।

চীফে দুয়োটালৈ অৱজ্ঞাৰে চাই প্ৰশ্ন কৰিলে কি তোমালোকে ইয়ালৈ কণ্ট্ৰেক বিচাৰি আহিছা ?

হয় ছাৰ আকৌ মূৰ দোঁৱালে সিহঁত দুয়োটাই।

কোটি কোটি টকাৰ কণ্ট্ৰেক চম্ভালিব পাৰিবা ? পুণৰ অৱহেলাৰ দৃষ্টি নিক্ষেপ কৰিলে সিহঁত হাললৈ বিবেকে।

ত্ৰিদিবে মাজতে সূত্ৰ ধৰিলে— নহয় ছাৰ মানে ছাৰময়ে চম্ভালিম। এখেতসকলে মানে চাব কণ্ট্ৰেক মোৰ পৰা ল'ব মাত্ৰ এওঁলোকৰ নামত টেণ্ডাৰ মাৰিম ছাৰ।

ৰেজিষ্টাৰ্ড নে পুনৰ বাৰ চীফে দুয়োটাৰ গাম্ভীৰ্যহীন মুখলৈ চালে।

উত্তৰ কিন্তু চতুৰ ত্ৰিদিবে দিলে— চেকেণ্ড ক্লাচ ছাৰ।

তেনেহ'লে প্ৰশ্নবোধক চাৱনিৰে চীফে ত্ৰিদিবলৈ চালে।

এইবাৰ জালিয়া ত্ৰিদিবে মূৰটো মোহাৰি জনালে— ছাৰ চইচ কিন্তু বেয়া নহয়। পাহাৰিয়া হীৰানে সাগৰৰ তলৰ মণি মুক্তা ধৰিবই নোৱাৰি।

চীফ ইঞ্জিনীয়াৰে হাঁহি বিৰিঙাই হাত দুখন ওপৰলৈ তুলি গাতো দাঙি জনালে হ'ব বাৰু পিছে মইনো কি ক'ম আমাৰ চৌধুৰীয়ে বা কি কয়।

মই বুজা নাই ছাৰ— স্বপনে অবাকহৈ উত্তৰ দিলে।

ত্ৰিদিবে বুজাই ক'লে চাওক চৌধুৰী চাহাব কাৰিকৰী বিদ্যা আহৰণৰ কালত হাতকা চাফাই শিকোঁতেই চকুৰ থাৰ কথাৰ ঈঙ্গিত বুজি উঠিব লাগে।

বাকী দুয়োটাই নিজৰ পৰ্যায় নিম্ন কৰি যেন প্ৰাৰ্থনা জনালে— ছাৰ আমাৰ ফালে চাব আৰু ছাৰ।

চতুৰালিত অভিজ্ঞ ঠিকাদাৰ ত্ৰিদিবে কাৰ্য সমাধাৰ বাবে ইঞ্জিনীয়াৰৰ হৈ যেন ইঙ্গিত দিলে হ'ব তোমালোকৰ কাম হৈ গ'ল বুলি ধৰি লোৱাঁ। আমাৰ মহান ছাৰ থাকোঁতে আৰু কিহৰ চিন্তা— এইবাৰ স্বপনক চাওত তোলাৰ প্ৰেচেষ্টা কৰিলে। এখেত আমাৰ চৌধুৰী ছাৰ কিমান উদাৰ মৰমীয়াল মানুহ তোমালোকে কি জানা। আমি আগৰে পৰা দেখিছোঁ নহয়। মুঠতে কালিলৈ তোমালোকে টেণ্ডাৰ জমা দিয়াৰ আগেয়ে প্ৰথমে চৌধুৰী চাহাবৰ ঘৰত। তাৰ পাছত আমাৰ পূজ্য চিফ ছাৰক ঘৰত গৈ লগ ধৰিবা হ'ব।

যোৱা কি চাই আছা। কিবা আছে যদি যোগাৰ কৰি দিয়া।

লগে লগে দুয়োটাই কাৰ্য সিদ্ধিৰ গোন্ধ পায় সন্তোষেৰে নমস্কাৰ জনালে— শতকোটি প্ৰণাম ছাৰ। আহোঁ তেনে ছাৰ কালিলৈ অফিচতে লগ পাম। দুয়োটা ওলাই আহিল ৰুম নম্বৰ তেৰৰ পৰা।

এইবাৰ ত্ৰিদিব ঠিকাদাৰে সুবিধা বুজি চীফৰ লগত সমানে বিছনাত বহিলহি ছাৰ মোৰ মূৰত বজ্ৰপাত পৰিছে।

আৰে মই থাকোঁতে তোমাৰ হ'ল কি ত্ৰিদিব? চীফ ইঞ্জিনীয়াৰে যেন আশ্বাস যাঁচিলে।

ছাৰ ব্ৰীজখনৰ কামটো প্ৰায় সম্পূৰ্ণ হ'লেই। ছাৰ মহৰী, লেবাৰবোৰে পেমেণ্টৰ বাবে বৰ দিগদাৰ কৰি আছে।

সেই কামটো প্ৰথমে আশী হাজাৰৰ কণ্ট্ৰেক আছিল। পাছত কম হ'লত বঢ়াই এককোটি দুই লাখ কৰি দিয়া হ'ল। সেইখন টেণ্ডাৰ তোমাকতো ময়ে পাছ কৰি দিছোঁ।

কথা হ'ল মানে ছাৰ মোৰ ছোৱালীজনীৰ বিয়া বন্দোবস্ত হওঁ হওঁ। গতিকে ছাৰ .. ।

বুজিছো হ'ব বাৰু , চৌধুৰী আপুনি ত্ৰিদিবৰ ফাইলটো অকণমান চালি-জাৰি চাবচোন। আগৰজনে অলপ গণ্ডগোল কৰিলে। অৱশ্যে তেওঁৰ ট্ৰেন্সফাৰ হ'ল।

স্বপনে ভাবিলে তাকো সোনকালে ট্ৰেন্সফাৰ কৰি দিব নেকি। আকৌ সি একো আও-ভাও নাপায় জনালে— ছাৰ মই বুজা নাই।

চীফে আওপকীয়াভাৱে কথাতো বুজাই দিলে। চাকৰি কৰি প্ৰত্যেক কথাতো নুবুজিলে নহ'ব। এখেতৰ কামটো কালিলৈ ফিল্ডলৈ গৈ চাই বা ঘৰতে এখেতৰ লগত বহি বিলখন বনাই পেলাব। মই পাছ কৰি দিম বাৰু।

স্বপনে সমৰ্থনেৰে জনালে— হ'ব ছাৰ আপুনি অকণমান চাই দিব বাৰু।

মই কি চাম, ঠিকাদাৰে বিল নিজেই বনাই দিব, আপুনি চকুমুদি চহী কৰি দিব, মই পাছ কৰি দিম।

বাহিৰৰ দুৱাৰখন হেঁচা মাৰি নৰ্তকী সদৃশ বিদায় প্ৰায় যৌৱনৰ ছোৱালী এজনী সোমায় আহি কঢ়া লিপষ্টিক লগোৱা ওঁঠযোৰ লৰাই হাঁহি এটা মাৰিলে - হেল্লো।

স্বপনে ঘপহকৈ বহাৰ পৰা উঠি নমস্কাৰ জনালে— নমস্কাৰ বাইদেউ।

ছোৱালীজনীয়ে বুৰ্বক বুলি ভাবি অৱহেলাৰ চাৱনি নিক্ষেপ কৰি ত্ৰিদিব আৰু বিবেকৰ মাজতে বিছনাত বহি পৰিল।

অৱস্থা দেখি বসুমতাৰীয়ে সুধিলে ঠাট্টাৰ সুৰত— চৌধুৰী আপুনি ইন্সটিউটত পঢ়োঁতে হোষ্টেলত থাকি পঢ়িছিলনে ঘৰৰ পৰা অহা-যোৱা কৰিছিল বাৰু ?

হোষ্টেলত আছিলো ছাৰ।

বাহিৰত বৰকৈ যুৰা চকা নহ'ল যেন পাওঁ।

অৱশ্যে ছাৰ অৰ্থৰ অভাৱত এস্কাৰচনতো যাব নোৱাৰিলোঁ। বন্ধ পালে ঘৰলৈ গুচি আহোঁ। বাকী সময়ত পঢাৰ কিতাপ লৈয়ে ব্যস্ত থাকোঁ।

লগে লগে হোটেল বয় সোমায় আহি সন্মুখৰ টেবুলত চাৰি প্লেট চিকেন আৰু চাৰিটা বিয়েৰৰ বটল থ'লেহি।

চীফে প্ৰশ্ন কৰিলে অৰ্ডাৰ কোনে দিলে।

বয়ে জনালে ছাৰ আপোনাৰ ৰুমৰ পৰা যোৱা মানুহ দুজনে অৰ্ডাৰ দি গ'ল।

ঠিকাদাৰ ত্ৰিদিবে দুষ্ট হাঁহি এটা মাৰি জনালে আৰু কোন হ'বনো ছাৰ। মই কৈছোঁ নহয় ছাৰ দুয়োৰে চইচ আপোনাৰ লগত সম্পূৰ্ণ মিল আছে।

স্বপনৰ টেবুলৰ ওপৰত চকু পৰি বুকু কঁপি উঠিল। ভাবিলে মাংসৰ প্লেট বাৰু ঠিকেই হয় কিন্তু বটল কেইটা থামচ্ আপ বা কোকা কোলা জাতীয় নহয়তো। মদৰ বটল নহ'লেই ৰক্ষা।

ছোৱালীজনী ঘপহকৈ উঠি আহি বটলৰ মুখত উবুৰিওৱা চিচাৰ গিলাচ কেইটা টেবুলত থৈ সাঁফৰ খুলি বাকি চাৰি গিলাচ পূৰাই লৈ প্ৰথম গিলাচ বসুমতাৰীক দ্বিতীয় গিলাচ উঠাই লৈ সাদৰেৰে স্বপনক দিলে— লওক ছাৰ।

স্বপনে প্ৰথমে খাব পৰা বিধৰ বুলি ভাবি হাততলৈ মুখৰ ওচৰ চপালেই।

চীফ আৰু ত্ৰিদিবে ভাবিলে— ভাল বুৰ্বক দেই চেযাৰ নকৰাকৈ আশাত পৰি খাবলৈ ল'লেই হ'ব পায়।

স্বপনে খাবলৈ লোৱা গিলাচ দ্ৰব্যৰ কোনোদিনে নোপোৱা উৎকট গোন্ধ পায় গিলাচতো বিতৃষ্ণাৰে টেবুলৰ ওপৰত থ'লে মই খাব নোৱাৰিম দেই। মই আকৌ ভাবিছিলোঁ কোকাকোলা বুলিহে।

অভিজ্ঞ কৌশলী নটি গার্লজনীয়ে কাক কেনেকৈ বশলৈ আনিব লাগে ভালকৈয়ে জানে। তাই বুজি পালে অপৈণত মনৰ ডেকা গতিকে তাই এইবাৰ নাহাঁহি বশিকৰণৰ বাবে বুকুৰ পৰা মানি বেগটো উলিয়াই চেইন ডাল খুলি সক ফাইলটোৰ পৰা পিল দুটা উলিয়াই বিশ্বাস জন্মাবৰ বাবে ঘপহকৈ এটা পিল নিজে গলিয়াই খায়, আনটো পিল হাকবি মুখ আধা মেলি তাইলৈ চাই থকা স্বপনৰ মুখত সুমুৱাই দিলে।

স্বপন খকা-মকাকৈ উঠিল— কিহৰ পিল মই পানী নহ'লে গিলিব নোৱাৰোঁ দেই। বেমাৰ হোৱা নাই নহয় মোৰ মুখৰ পৰা পিলটো উলিয়াই দিবলৈ ল'লে।

ঘপহকৈ তাই স্বপনৰ নাকটো চেপা মাৰি ধৰিলে নার্ভৰ পিল খাই দিলেহে গা উঠিব।

স্বপনে কক বকাই গিলিবলৈ বাধ্য হ'ল।

নাকটো এৰি দি খিল খিলাই হাঁহিলে— বোৱান যেতিয়া ডিঙিটো পিপা হ'ব লাগে। তাৰ ঠাইত পিল এটা গিলিব নোৱাৰিলে ডেকা বুলি কোনে ক'ব।

স্বপনে কোনোমতে সেপ ঢুকি কক-বকনিত ওলায় অহা চকুপানীখিনি হাতেৰে মচিলে কোনোমতে ক'লে— কিহে পাইছে বাৰু তোমাক।

চ'ৰি মায় দিয়েৰ— তৃপ্তিৰে হাঁহিলে ছোৱালীজনীয়ে।

ত্রিদিবে মাত দিলে মায় ডার্লিং ইনড'ৰ কমতো ?

সেইটো আৰু প্রশ্নৰ বিষয়নে— দুষ্ট হাঁহি এটা মাৰিলে।

চীফে গহীনভাৱে ফোপোলা গাম্ভীর্যতা দেখুৱাই জনালে আমাৰ কথাত বাহিৰা মানুহে যাতে ভাগ ল'ব নোৱাৰে।

ইঙ্গিত বুজি ছোৱালীজনীয়ে— চ'ৰি ছাৰ বুলি কৈ তৎক্ষণাত আহি বাহিৰৰ দুৱাৰখন ভিতৰফালৰ পৰা হুক মাৰি দিলে।

বন্ধ কোঠাৰ ভিতৰত স্বপনৰ কি দুর্দশা হ'ল বা কি ৰঙ ৰহস্য ঘটিল আনেতো গম নাপালেই আনকি হোটেলৰ মালিকে বুজি পালেও দেখা নাপালে কিন্তু।

জপনাখন খুলি দুটা মানুহ সোমায় আহিল স্বপনহঁতৰ ঘৰলৈ।

পুৱা মাক প্ৰণতিয়ে ঘৰ সাৰি আছিল— মানুহ হাল অহা দেখি লৰালৰিকৈ হাতৰ শোতাটো চুকতে থৈ ওৰণীখন টানি আদৰ সম্ভাষণৰ বাবে সিহঁত আহি পোৱালৈ বাট চাই ৰ'ল।

এইটো স্বপন চৌধুৰীৰ ঘৰ নহয় জানো?

পুতেকৰ নামত ঘৰটোৰ কথা সোধা দেখি মাকে অকণমান মনত বেয়া পালে তথাপি মৰমৰ পুতেকৰ লগৰ মানুহ বুলি সাদৰেৰে জনালে— হয় আহাঁ।

চৌধুৰী আছেনে নাই।

কম বয়সীয়া পুতেকক উপাধিতো ধৰি বয়সীয়া নিচিনা কৰি দিয়া দেখি বৰ ভাল নাপালে যদিও ক'লে— হয় আছে বহাহি আহাঁ। প্ৰণতিয়ে ভিতৰ সোমায় পুৰণি চকী দুখন টান মাৰি সাদৰেৰে বহিবলৈ দিলে।

দুয়ো ভাল বাৰু বুলি কৈ বহিল।

প্ৰথম জনে ক'লে— ছাৰ উঠাই নাই নেকি?

মাকৰ এইবাৰ কিন্তু ভাল লাগি গ'ল— যা হওক পুতেক এক উচ্চ পৰ্যায়ৰ চাকৰিত মকৰল হ'ল— তেওঁ উঠাই নাই বিছনাৰ পৰা। অন্য দিনা মোতকৈ আগতেহে বিছনাৰ পৰা উঠে। কালি অফিচৰ পৰা আহোঁতে মুখখন একেবাৰে ৰঙা পৰি আহিছিল। ৰাতি সি ভাত নাখালে বাবে মযো খাবলৈকে নহ'ল।

প্ৰথম পদক্ষেপ সিদ্ধি হোৱাত সন্তোষেৰে মিচিকিয়াই ইটোৱে সিটোৰ মুখলৈ চাই পৰম তৃপ্তি লাভ কৰিলে সিহঁতে।

বাহিৰত কাৰোবাৰ মাত শুনি চকুহাল মোহাৰি মোহাৰি লাজতে উঠি আহিল স্বপন আৰু আহিয়েই দুই হাতে মাকৰ ভৰি চুই প্ৰণাম জনালে সু প্ৰভাত মা।

সুপ্ৰভাত মাকে আশীষৰ হাতখন ফুৰাই দিলে পুতেকৰ মূৰত।

বহাৰ পৰা তৎক্ষণাত দুয়োটা উঠি আন্তৰিকতা শূন্য সম্ভাষণ জনালে দুই হাত যুৰি — নমস্কাৰ ছাৰ গুদ মৰ্ণিং।

নমস্কাৰ গুদমর্ণিং— দুই হাত যুৰি প্ৰতি সম্ভাষণ জনাই অকণমান গৌৰৱ অনুভৱ কৰিলে মাকৰ আগত। অকণমান আনন্দ পাই কালিৰ দুৰ্ভাৱনাৰ সৃষ্টি কৰা কথাতো সি তৎক্ষণাত পাহৰি গ'ল।

বহক ছাৰ— দুয়োটাই নিজৰ নিজৰ বহা চকী দুখন আগবঢ়াই দিলে।

ৰ'ব ৰ'ব মই চকু মুখ ধোৱাই নাই। বহকচোন বাৰু।

মাকে আদৰেৰে জনালে— স্বপন তই কথা পাতচোন। মই চাহ আনোঁগৈ।

দুয়োটাই সমানে বাধা দিলে আইতা আপুনি চাহ কৰি খুৱালে আমি বেয়াহে পাম কিন্তু।

নহয় মানে ই কালি মিঠাই লৈ আহিছিল মোলৈ। মোৰ ডায়বেটিছ আছে ই জানেই। মোক আহি মিঠাই সোপা দিলত মই ইয়াক ধমকহে দিছোঁ। ই আচলতে আনন্দত পূৰ্বৰ কথা পাহৰিয়েই পেলাইছে।

সেইটো স্বাভাৱিক কথা আইতা। এতিয়া আপুনি ছাৰ, বাইদেউ, আপোনাৰ বাবে আৰু চিন্তা কৰিব নালাগে আমি আছোঁ।

কোন বাইদেউৰ কথা কৈছানো তোমালোকে। আমাৰ স্বপনে বিয়া কৰোৱা নাই নহয়।

অ' হয় নেকি আইতা। ছাৰৰ বিয়া আমি যোগাৰ কৰি দিম। আপুনি তাৰবাবে চিন্তা কৰিব নালাগে আইতা।

হ'ব বাৰু— হাঁহিলে অকণমান মাক প্ৰণতিয়ে।

কওকচোন বাৰু কি সকামতনো আহিলে।

ছাৰ কালি যে হোটেল 'চুইট ৰেষ্টত' আমি অপ্যায়িত কৰোঁতে চীফ চাহাবে যে.

লগৰজনে মাকৰ পৰা সাৱধান হ'বৰ বাবে জনালে— আহক ছাৰ অকণমান বাহিৰলৈ যাওঁ।

ৰ'বা ৰ'বা বহা চাহ মিঠাই খাই যোৱাঁ প্ৰথম দিনা আহিছা। স্বপনৰ বন্ধু নেকি তোমালোক?

আইতা, ছাৰ আমাৰ অন্নদাতা বুলি ধৰক। ছাৰহঁতৰ অনুকম্পাৰ ওপৰতহে আমাৰ জীৱন ৰক্ষা। চাহ খাবলৈ অন্য এদিন আহিম বাৰু। আজি আৰু কষ্ট কৰিব নালাগে

আইতা।

স্বপনে জনালে আপোনালোকে বেয়া নাপাব মই বাহি মুখে বাহিৰলৈ নাযাওঁ। ইয়াতে কওক কি কথা আছে নো।

এটাই মূৰ জোকাৰি জনালে— কালি যে চীফ চাহাবে কৈছিল সেইমানে ব্ৰীজখনৰ কথা। আগৰ জনটো ট্ৰেন্সফাৰ হৈ গ'ল আপুনি ছাৰ নতুনকৈ কিবা এটা

স্বপনে একো ভ্ৰূ নাপাই জনালে হ'ব বাৰু আপোনালোকে মোক অফিচতে লগ ধৰিব। মই বাৰু এছ ডি অ' দৰকাৰ হ'লে চীফ ইঞ্জিনীয়াৰক সুধি কামটো কৰি দিম বাৰু।

দ্বিতীয়টোৱে টোপ পেলালেই— ধন্যবাদ ছাৰ। এটা কথা নহয় ছাৰ আপোনালোকৰ বাৰীখন দেখি সঁচায় বৰ ভাল লাগিছে। পাচলি-চাছলি হয় চাগে।

মাকে উত্তৰ দিলে বাৰী ডাঙৰ হ'লে কি হ'ব ! খেতি কৰিলে গৰুৱে তহিলঙ কৰে নহয়।

উপযাচি উপঢৌকণ দি কাৰ্য সিদ্ধি কৰাত সুনিপুন দ্বিতীয়টোৱে আকৌ জনালে- আজিৰ দিনত অন্তত এনেকুৱা বাৰী পেলায় থ'ব নোৱাৰি দেই। বেয়া নাপায় যদি ছাৰ আজিয়েই কাঁটা তাঁৰ লগাই বাৰীখন বেৰোৱাই এখন লোহাৰ গেট লগোৱাই লাগিলে ময়ে খেতি কৰিম।

প্ৰথমটোৱে বন্ধুলৈ চাই যেন সহানুভূতিৰে জনালে— ছাৰৰ নিচিনা মানুহৰ ঘৰৰ সন্মুখত বাঁহৰ জপনাখনে একেবাৰে শোভা নাপায় বুজিছ। আমি আজিয়েই ব্যৱস্থা কৰি দিম।

দ্বিতীয়টোৱে আৰু আগুৱালে— বেয়া নাপাব ছাৰ আমি কিন্তু এতিয়াই জোখ-মাখ লৈ যাওঁ দেই। গাড়ী সোমাব পৰাকৈ গেটখন সজাই দিব লাগিব ছাৰ।

স্বপনে মাকৰ মুখলৈ সমৰ্থনৰ বাবে চালে।

মাকে ভাবিলে এইবোৰ আকৌ কেনেকুৱা চাকৰি। লোকে আহি ঘৰতে উপযাচি দি যাব। এইবোৰ ইহঁতে আভুৱা ভাবিব খুজিছেনে গছত তুলি গুৰি কাটিব ধৰিছে বাৰু???

আলিৰ মূৰৰ পৰাই কবী দাসে প্ৰণতি চৌধুৰীহঁতৰ ঘৰৰ সন্মুখটো দেখি, নতুন লোহাৰ গেটখন দেখি অতি হাবিয়াসেৰে আহি মনৰ আনন্দত সুকুমল হাতেৰে গেটখন খুলি গভীৰ আনন্দেৰে ভিতৰ সোমায় আহি দুৱাৰ মুখৰ পৰাই উলাহেৰে চিএৰি মাত দিলে- প্ৰণতি বাইদেউ আছেনে ঘৰত।

মূৰ ফণিয়াই থকা প্ৰণতি হাতত ফণিখন লৈয়েই ভিতৰ চোতালৰ পৰা চ'ৰা ঘৰ পালেহি— অ' কবী আহিছা আহাঁ আহাঁ ভিতৰলৈকে।

অতি উলাহেৰে জনালে কবীয়ে - মানে বাইদেউ আগফালৰ কাঁইটিয়া তাঁৰৰ বেৰা দেখি বিশেষকৈ গেটখন চুইয়ে কি যে ভাল লাগিছে। মই যে আপোনাক বুজাব নোৱাৰোঁ জানে। স্বপন যে কি সৌভাগ্যশালী ল'ৰা আপোনাৰ সঁচায় কপালহে বুলিছো দেই। আমি আগেয়ে সদায় নকৈছিলোঁ জানো— সি বৰ ডাঙৰ মানুহ হ'ব বুলি।

প্ৰণতিয়ে অন্যমনস্কভাৱে জনালে— এইবোৰ ভাললৈকে হৈছেনে কাললৈকে হৈছে মই নাজানো দেই বহাঁচোন বাৰু বহা!

দুয়ো দুখন চকীত বহিল।

বাইদেউ এইবোৰ আপুনি কি কয় ?

হেৰা কবী প্ৰথম-দৰমহাটো নৌ পাওঁতেই বাৰীত কাঁইটীয়া তাঁৰৰ বেৰা, লোহাৰ গেট আৰু পকী কাম আৰম্ভ হ'লেই। দ্বিতীয় বছৰ বাদ মাহতেই পকী দালান নুঠিলেহে ৰক্ষা। চোঁৱা কবী মোৰ কিন্তু এনেকুৱা উপৰোৱা উপঢৌকন বা পৰৰ ধনৰ ওপৰত গৌৰৱ বা বিশ্বাস অকণো নাই দেই। নিজৰ খাতনিৰ মুঠ ধনৰ ওপৰতহে মোৰ ভাৰষা। নেদেখিলা চেলেও চাদৰ বেচি ভগৱতীৰ চৰণত শিৰ থৈ মই তাক মানুহ কৰিছোঁ বুলিয়েই ধৰাচোন। এতিয়া গঢ়ি দিয়া মগজুটো বিক্ৰী হৈ যাবলৈ এৰি দিব নোৱাৰোঁ নহয়।

বাইদেউ আপুনি মিছাতে চিন্তা কৰিছে কিয়নো। দিয়কচোন আপোনাৰ ল'ৰাৰ নিচিনা অফিচাৰবোৰে ৰাইজৰ উপকাৰ, চৰকাৰী উন্নতি কৰি দিয়ে বাবেই ভক্তসকলে তেওঁলোকৰ ভৱিষ্যত সুখৰ বাবে গঢ়ি দিয়ে আৰু এইটো বৰ্তমান যুগৰ স্বভাৱ বা ধৰ্ম বুলিয়েই ধৰকচোন। স্বপনহঁতৰ নিচিনা অফিচাৰবোৰে জানে বহুত দৰমহাটো পায়েই তাৰোপৰি আনৰ বহুত টকাৰ কামত সহায় বা উপকাৰ কৰি দিয়ে বাবে তেওঁলোকেও মৰমতে ভাগ এটা দিয়ে আৰু দিয়কচোন।

হেৰা যোৱা তিনি পুৰুষৰ অভিজ্ঞতা মোৰ মগজুত জমা হৈ আছে দিয়াচোন। চোৱাঁ কবী ঘপহঁকৈ ধনী হোৱাতো চোৰৰ লক্ষণহে। সেইবাবে ঈর্ষাৰ পাত্র হে হয়।

বাইদেউ মিছাতে ক্ষোভ নকৰিব এতিয়া যুগেই এইটো। কালিলৈ চাবাচোন দালানে গাড়ীয়ে তুলি ধৰিব সি আপোনাক। তাতোকৈ এতিয়া সি জিলিকা বাহিৰা পইচা থকা ডাঙৰ চাকৰিত সোমোৱাৰ লগে লগে চাবাচোন কেইজনীয়ে বা কেইঘৰে স্বপনকলৈ হেতা ওপৰা কৰিবহি।

সেইখিনি জ্ঞান মোৰ আছে কবী। স্বপনৰ জীৱিকাৰ পথ হ'ল যেতিয়া ঘৰখন তাৰ পতাৰ কথা অৱশ্যে মই নভৱা নহয় দিয়াচোন।

বাইদেউ, মই মানে কেলেই আহিছিলোঁ জানে। মানে সিদিনা স্বপন আমাৰ ঘৰলৈ গৈ অলঙ্কৃতাৰ হাতত মিঠাইখিনি দি অৱশ্যে কৈছিল "মায়ে নাখালে বাবে তোমালোকলৈ লৈ আহিলোঁ। মামা মামীহঁতকো দি ভগাই খাবা।"

ময়ে কৈছিলোঁ তাক, তোমালোকৰ ঘৰত বিশেষকৈ অলঙ্কৃতাক সি চাকৰিত জইন কৰা কথাতো জনায় মিঠাই দি আহিবলৈ।

ক'বলৈ সুবিধাই পালে কবীয়ে— বৰ বাধ্য ল'ৰা দেই স্বপনটো। সঁচাই কিন্তু এইটো মানিবই লাগিব আজি স্বপনৰ বাবেই আমাৰ ভাগিনী অলঙ্কৃতাই ডিগ্ৰী এটা ল'লে আৰু সকৰে পৰা তাইক নিজৰ দৰে মৰম কৰি পঢ়া-শুনা চাই দুটা সজ উপদেশ দি জ্ঞানী-গুণী কৰি তুলিলে। দুয়ো দুয়োৰে প্ৰতি ইমান অকৃত্ৰিম মৰম ইমান আন্তৰিকতাপূৰ্ণ চেনেহ খুব কমেইহে পোৱা যায় এনেকুৱা।

মাকে যেন হলেও মাইকী মানুহৰ মন বুজিব পাৰি পুতেকৰ গুণ বখনাৰ গূঢ়াৰ্থ উপলব্ধি কৰি ব্যক্ত কৰিলে— কবী, তুমি চিধা-চিধি নোকোৱানো কেলেই তোমাৰ অহাৰ আচল কাৰণটোনো কি ?

কবীয়ে অকণমান লাজ কৰি মনৰ গুপুত কথাটো ক'লে। বাইদেউ আপুনি আৰু মাইকী মানুহ হৈ মোৰ পেটৰ কথাতো নিশ্চয় বুজি পাইছেই। মানে কথা আপুনি ভবাটোৱেই। চাওক বাইদেউ মিছা কথানো কি কম স্বপনৰ চাকৰিটো হ'লেই আমি আৰু কথাতো কাণচোৱাম বুলি অৱশ্যে ভাবি থৈছিলোঁৱেই।

হাঁহি বিৰিঙালে প্ৰণতিয়ে— এতিয়া মিঠাই খাই সোৱাদ পালা নহয় জানো। এইবাৰ অলঙ্কৃতাৰ প্ৰতি সদয় হৈ জনালে— চোৱাঁ অলঙ্কৃতা পিতৃ-মাতৃহীনা ঘাত মাওৰা ছোৱালী। তোমালোক মোমায়েক, মামীয়েক হৈ যেনেকৈ মানৱীয় ভাৱধাৰাৰে তাইক নিজৰ ছোৱালীৰ দৰে ডাঙৰ দীঘল কৰিলা, ঠিক আমাৰো তাইৰ প্ৰতি অকৃত্ৰিম চেনেহ আছে।

অলঙ্কৃতা সঁচায় বৰ নিৰ্জু মৰম লগা ছোৱালী। আচলতে গুণেহে সংসাৰ তৰে। তাইৰ সৎ চৰিত্ৰৰ বাবেই আৰু ইমান বাধ্য, ইমান সহজ সৰল হোৱা বাবেই স্বপনক মই অকাতৰে জ্ঞান যাচিবলৈ কওঁ। এতিয়া অলঙ্কৃতাই ডিগ্ৰী এটা লৈ নিজৰ ভৰিৰ ওপৰত ভৰষা কৰিব পৰা হোৱা দেখি আমাৰো গৌৰৱ নোহোৱাকৈ থকা নাই দিয়া।

অলঙ্কৃতাৰ প্ৰতি প্ৰণতিৰ কৰুণা আৰু সমাদৰ দয়া দেখি এইবাৰ কবীয়ে সামৰি থ'ব নোৱাৰি অন্তৰৰ আচল কথাতো প্ৰকাশেই কৰি পেলালে- তেনেহ'লে বাইদেউ আমি আৰু সিহঁত হালৰ বাবে বেলেগে বিচাৰ খোচাৰ কৰাৰ প্ৰয়োজন নাই দেখিছোঁ। উপযুক্ত সময়ত সম্বন্ধতো পাতি পেলোৱাই বেয়া নহ'ব যেন পাওঁ নে কি কয়?

অচিন কাঠৰ ঠোৰা লগাবলৈ চিন্তাৰ কথা কিন্তু সদা পৰিচিত ছোৱালীজনী ঘৰ সুমুৱাবলৈ মোৰ অৱশ্যে আপত্তি নাই দেই।

কাৰ্যসিদ্ধি হোৱা দেখি কবীৰ অন্তৰ নাচি উঠিল। উলাহতে আত্মহাৰা হৈ জনালে ঠিক আছে বাইদেউ মই তেনেহ'লে আজি এতিয়া গৈয়ে অলঙ্কৃতাক কথাটো উনুকিয়াম আপুনিও বাইদেউ স্বপন আহি সোমালেই শুভ কথাষাৰ কাণ চোৱাই থ'বচোন।

নিশ্চয় নিশ্চয় কবী শুভ কাম শীঘ্ৰে হোৱাই বাঞ্চনীয় নহ'লে তুমি কোৱাৰ দৰে ভাল ল'ৰা দেখিলে আৰু বা কিমানে প্ৰস্তাৱ দিয়েহি। তেতিয়া বাছিবলৈ গলেতো গেলা বৰালিত হাত নপৰিলেগৈহে ৰক্ষা।

আপুনি ঠিক কৈছে বাইদেউ, ভাল প্ৰস্তাৱ আগবঢ়ালে তাক সজ ৰূপত গ্ৰহণ কৰাতো ভাল।

আহাঁ কবী ৰান্ধনী শাললৈকে যাওঁ। চাহ এপিয়লা খোৱাঁহি। তুমি আজি বহুদিনৰ মূৰত আহিলা। ভাল কৰিলা তাতোকৈ সন্তোষ পালো প্ৰস্তাৱটো গ্ৰহণযোগ্য হোৱা দেখি। মই অৱশ্যে ভাবিছিলোঁৱেই অৰ্থ উপাৰ্জনৰ বাট মোকল খালেই ল'ৰাক সাংসাৰিক বান্ধোনত বান্ধ খুৱাই দিম বুলি। নহ'লে নেদেখিছা জানো আজিকালিৰ সংসাৰৰ ব্যভিচাৰ গতি গোত্ৰবোৰ ?

দুয়ো আবেগভৰা মনেৰে উঠি ৰান্ধনী ঘৰলৈ খোজ ল'লে।

কবীয়ে মনৰ সন্তোষেৰে সমৰ্থন কৰিলে। আপুনি ঠিকেই কৈছে প্ৰণতি বাইদেউ।

স্বপন ভাত খাহি আহ।

বান্ধনী ঘৰৰ পৰা মাত দিয়া মাকৰ বাৰ্ত্তাত চ'ৰা ঘৰত বহি ফাইল খুলি পাত লুটিয়াই থকা স্বপনে উত্তৰ দিলে তুমি বহাচোন মা, মই কিবা এটা অফিচৰ কাম কৰি আছোঁ।

মাক ওলায় আহি পুতেকৰ কাষ পালেহি— হেৰৌ স্বপন অফিচৰ কাম অফিচতে সামৰিবিচোন গুপুত কাম থাকিলে আওঁৰাই কৰিব লগা হয়। অফিচৰ পৰা আহি অকণমান জিৰণী লোৱা বা ইঘৰ সিঘৰলৈ যোৱা চুবুৰীয়াৰ দুখ সুখৰ বাতৰি লোৱা অভ্যাসটো ৰাখিবি আকৌ। তেহে সমাজৰ লগত খাপ খাই ইটো সিটোৰ উন্নতিত সহায় হৈ চৰকাৰী সেৱাৰ লগতে মানৱ সেৱাও আগবঢ়াব পাৰিবি।

বুজিছা মা এতিয়া ওচৰ চুবুৰীয়াৰ ঘৰলৈ এনেই যোৱাৰ কথা ভাবিবই নোৱাৰি। যি সোপাহে অফিচৰ খেলি মেলি হিচাপৰ কাম চীফ ইঞ্জিনীয়াৰ অন্য কি এছ ডি অ'ইও মোৰ ওপৰতে ভাৰৰা কৰে।

তাৰ মানে প্ৰকৃততে কাম শেষ নোহোৱা অথচ ফাইলত কাম শেষ হোৱা খেলি মেলি হিচাপৰ কাম চাগে ? সেইবোৰ ভুল, বেয়া অৰ্থহীন কামৰ বোজা তইনো কিয় মূৰ পাতি লৈছে?

নহয় অ' মা, প্ৰথমে মোক কাম শিকি লবলৈ দিছে।

সেইবোৰ তহঁতৰ ভিতৰৰা কথা তহঁতি বুজ। এতিয়া মুঠতে কাম থ, ভাত বাঢ়ি থৈছোঁ খাবলৈ আহ। ঠাণ্ডা হ'লে ভাতবোৰ খাবলৈ মন নাযায়।

তুমি বহাঁগৈচোন বাৰু মা মই অকণমান লাহেঁকৈ খাবলৈ গৈছোঁ মোৰ বৰ ভোক লগা নাই।

অফিচত আহেপতি বাৰেপতি চাহ মিঠাই লোভত পৰি খাই থাকিলে ভোক লাগিব ক'ৰ পৰা। মনত ৰাখিবি স্বপন জধে-মধে পালেই খাই থাকিলে হজম শক্তি শেষ হৈ গেষ্ট্ৰিক আলচাৰ নহ'লে ডায়বেটিছ ৰোগ নহ'লেহে ৰক্ষা।

তুমি যে কি অমঙ্গল মাতা আৰু মা।

এতিয়া শুনাত বেয়া পাবি। পাছলৈ যাতে প্ৰস্তাৱ নালাগে তাৰবাবেহে সাৱধান কৰি দিছোঁ মই। মন কৰিছনে বাৰু আজিকালি সদায় নিশা ঘৰ সোমাৱোৰ আগতে তই খাই আহ গোষ্ঠত মল মলায় থকা জৰ্দাপান, কিবা যেন নিজক ঢাকিবলৈ প্ৰচেষ্টা কৰি। তাৰ পাছত মোৰ লগতো আগৰ দৰে ধৰ্ম-কৰ্মৰ কথা চৰ্চা নকৰা হ'লি। প্ৰত্যেক অফিচ ছুটি

হয় চাৰিটা বৰ বেছি পাঁচটা বজাত আৰু তই আহ নিশা ন দহটা বজাত। ইপিনে পুৱা শুই উঠোতেও দেৰি। আকৌ ভাত খাবলৈ সমূলি মন নকৰা হৈছে। কেইৰাদিনো নিশা তোৰ বমিও হৈছে। কি উৎকট গোন্ধ বমিৰ। মই অতাই পেলাইছোঁ বুলিহে। ইপিনে আকৌ অসময়ত ঘ'তে ত'তে তৰ বুলি খাওঁতে হজমী শক্তি কমি পেটতোও বাঢ়ি গৈছে তোৰ। এইবোৰ কিন্তু চা ভাল লক্ষণ নহয় দেই।

নিজৰ স্বভাৱ লুকুৱাবলৈ প্ৰচেষ্টা কৰিলে স্বপনে— মা তুমি যে কি কথাবোৰ মিছাতে ভাবি লোৱা আৰু মনে ধৰা কিবা এটা দিলে বা মুখ শুদ্ধি কৰিবলৈ পাণ এখন যাঁচিলে নাখালেও বেয়া পায়। তুমিতো দেখিছাই ইফালে সিফালে ফিল্ডৰ কামৰ বাবে কণ্ট্ৰেক্টৰে লৈ যায়হি।

চা স্বপন পাৰ্টিত বহি ওপৰৱালাই বেয়া পাব বুলি ভাবি নিজ সত্বাক বিসৰ্জ্জন দি বেয়া বস্তুত হাত বা বদ অভ্যাস গ্ৰহণ কৰিলে জানিবি নিজৰ ভৱিষ্যত হে অন্ধকাৰ কৰা হ'ব।

সেইবোৰ কথা মই বুজো মা।

ঠিক আছে আৰু এটা কথা চা স্বপন, লোকৰ বাহনৰ পাছত উঠি ফুৰাতো বহতিয়াৰ নিৰ্চিনা হয়। গতিকে তোৰ দুপইচা গোট খালে, প্ৰয়োজন যেতিয়া স্কুটাৰ বা মটৰ চাইকেল এখনকে কিনি ল'।

চোৱাঁ মা এতিয়া গাড়ীত উঠিবলৈ পায় চাইকেল চলাব নোৱাৰা হলোঁ। আমাৰ তলৰ ঠিকাদাৰে গাড়ীত উঠিব আৰু আমি ইঞ্জিনীয়াৰ হৈ স্কুটাৰ মটৰ চাইকেল চলালে জানো শোভা পাব। অৱশ্যে গাড়ী এখনৰ ব্যৱস্থা কৰি দিয়াৰ কথা মোক এজনে কৈছে।

তেনেকৈ ভৰাটো ধ্বংসৰ পথহে। স্বপন বহুতলৈ মুখ নেমেলিবি মুখহে ফাটিব।

মইতো এতিয়া গাড়ী নিজে লোৱাৰ কথা কোৱা নাই নহয় মা। প্ৰথমে ঘৰটো পূৰা কৰি লওঁ।

উহ তই দেখিছো চাকৰিত সোমায়ে সঙ্গত পৰি আকাশত চাং পাতিব পৰা হলি। বুজিছ স্বপন, তই এতিয়া দুঃস্বপ্ন বাদ দে। তাৰ আগতে বিয়াখন পাতি ল।

এহ এতিয়া বিয়াৰ কথা বাদ দিয়া মা। তাৰ আগতে মোৰ বহুতো কাম কৰিবলৈ বাকী আছে।

সময়ৰ কাম সময়ত নকৰিলে পাছত প্ৰস্তাৱ লাগিব। কিন্তু আগতে মানুহে ঠিক সময়ত বিয়া পাতি পৰিনাতিৰ মুখ দেখে আৰু এতিয়া মাদকতাহীন ভাটি বয়সত পাতিব লাগে দেখি বিয়া পাতি দম্পতি হিচাপে থাকিব লাগে থাকে কিছুমানে টকাৰ মোহত

দুয়ো দুঠাইত আবদ্ধ থাকি হৈ দাম্পত্য সুখ শান্তিৰ পৰা নিজকে বিচ্ছিন্ন কৰি ৰাখি বঞ্চিত হৈ এনেবোৰ স্বাস্থ্যহীন সন্তানৰ বিয়া বাদ, শিক্ষা সাং কৰা সুখকণো নেদেখি, সিফালে যাবৰ হয়েই। বিয়াৰ এটা প্ৰাকৃতিক নিয়ম আছে বুজিছ।

ঠিক আছে মা তুমি যি ভাল দেখা। তোমাৰ সুখ হ'ব যেতিয়া মোৰ আপত্তি নাই।

বোৱাৰীয়ে মোক আলপৈচান ধৰিব নালাগে। তোৰ সুখ হ'লেই মোৰ স্বৰ্গ সুখ হ'ব। ছোৱালী কিন্তু বেছি দূৰলৈ বিচাৰি নাযাওঁ দেই।

স্বপন আচৰিত হ'ল। কি মোক নজনোৱাকৈয়ে ছোৱালী চালাই নেকি মা?

ছোৱালীৰ বিষয়ে তয়ে মযে সমানে জানোঁ। ছোৱালীক তযো বেযা বুলিব নোৱাৰ মযো নোৱাৰো। ঘৰ ধৰা সুখ দুখ বুজা ছোৱালী বাবেহে মোৰ মনে মত দিছে। অৱশ্যে তোক নোসোধাকৈ মই আগনাবাঢ়োঁ। কাৰণ ছোৱালীজনীৰ লগত জীৱনটো তইহে খাবি, কটাবি গতিকে মতৰ মিল হ'লেহে সুখী হবি।

কাৰ কথানো কৈছা মা ঔৎসুক্যেৰে সুধিলে স্বপনে।

মাকে আৰু কোনো অৱতাৰণা নকৰাকৈ জনালে– ছোৱালী মানে অলঙ্কৃতাৰ কথাকে কৈছোঁ।

মনত সাধাৰণ দুৰ্বলতা থকা নামটো শুনিলেই মৰম ওপজা অলঙ্কৃতাৰ কথা শুনি মনটো স্বপনৰ ভাল লাগিল যদিও সি ক'লে– মা কথাটো তুমি নিজে ভাবিছা নেকি?

চা স্বপন ভাল ল'ৰা থাকিলে বিয়াৰ বাবে ছোৱালীৰ অভাৱ নাই। ছোৱালী খুজি বিয়া কৰোৱাতো মই দুৰ্বলতাৰ লক্ষণ বুলিহে ভাবোঁ। সিদিনা অলঙ্কৃতাৰ মামীয়েক ৰুবী আহিছিল তাইৰ বিয়াৰ প্ৰস্তাৱ লৈ। মই অলঙ্কৃতাক জানো আৰু তই তাইক মানসিকভাৱে মোতকৈও বেছি জান কাৰণ ক'বলৈ গ'লে তয়ে তাইক সৰুৰে পৰা বিদ্যা শিক্ষা দিছ বুলিলে বঢ়াই কোৱা নহয়। সেইটো কথা অৱশ্যে ৰুবীয়েও স্বীকাৰ কৰিছে। গতিকে মই কিন্তু জোৰটো ভালেই পাইছোঁ। অৱশ্যে তই যদি ক'ৰবাত ছোৱালী চাইছ তেনেহ'লে খুলি ক কাৰণ সমস্ত জীৱনৰ কথা। গতিকে গোপনে ৰাখি আজীৱন কোনেও কাৰো বাবে যাতে চকুপানী টুকিবলগীয়া নহয়। দুয়ো দুয়োকে অন্তৰেৰে ভাল পালেহে আজীৱন সুখী হোৱা যায়। এটা কথা কিন্তু মন চঞ্চল পৰিৱৰ্তনশীল হ'লেও ত্যাগ আৰু সংযমৰ লেকামেহে মন আৰু জীৱনক সৎ পথে পৰিচালিত কৰে।

যেনে হ'লেও বিয়াৰ কথা অন্তত মাকৰ আগত চিধাচিধি ক'বলৈ অকণমান সঙ্কোচ কৰি জনালে– তুমি যি ভাল দেখা মা, মোৰ তাত আৰু আপত্তি নাই।

মাকে সন্তোষেৰে জনালে ঈশ্বৰে তোৰ মঙ্গল কৰক। মই তেনে কালিলৈ নিজেই গৈ

বিয়াৰ দিন বাৰ পুৰোহিতৰ ওচৰত ঠিক কৰি কৰীহঁতৰ ঘৰত জনাই থৈ আহিম।

মা তুমি ইমান সোনকাল কৰিব নালাগে। বিয়া বুলি যোগাৰ পাতি, পইচা পাতিৰ কথাওতো আছে।

বুজিছ্ মাক বাপেকে ল'ৰা-ছোৱালী জনম দিলেই নহয়। সিহঁতৰ পোঁহপাল শিক্ষা-দীক্ষা অন্তত বিয়াৰ দিনলৈকে মানে বিয়াৰ বান্ধোনত আবদ্ধ কৰালৈকে, সন্তান জন্মৰ দিনাই চিন্তা কৰিব লাগে, তেতিয়াহে নিজৰ ক্ষমতা সামৰ্থ অনুযায়ী জন্ম দি লক্ষ্যত উপনীত হৈ সফল হ'ব পাৰে। অৱশ্যে অঘটন বা দৈৱ্য বিপাক কেতিয়াবা হোৱাতো বেলেগ কথা। আমি সমাজত একে নলীৰে পানী যোৱা হৈ আছোঁ যেতিয়া ওচৰ চুবুৰীয়া গঞা ৰাইজে আহি হাতে কামে সহায় কৰিব। তোৰ পিতা মহৰ সম্পত্তি, মোৰ যৌতুকৰ সম্পত্তি বেচি হ'লেও তোৰ বিয়াখন অন্ততঃ ৰোষ নলগাকৈ মই পাতি দি'ম। তাৰবাবে তই তিলমানো চিন্তা নকৰিবি স্বপন।

মা তুমি মোক জনম দিলা, জ্ঞান দিলা সেয়ে যথেষ্ট। তুমি চিন্তা কৰিব নালাগে। মই মোৰ লগৰ অথবা চাৰিজন ঠিকাদাৰক ক'লেই উভৈনদী কৰি দিব।

এটা কথা মনত সদায় ৰাখিবি স্বপন- নিজৰ সত্বাক যদি বিক্ৰী কৰ, বিসৰ্জন দিয় তেনেহ'লে আত্ম সন্মান নিঃশেষ হৈ যাব। গতিকে নিজৰ শক্তি অনুযায়ী— বিয়াখন অনুষ্টুপীয়াকৈ পতাই ভাল। মানুহ এসোপা মাতি অপ্যায়িত কৰিব নোৱাৰিলে বদনামৰ, পাপৰ ভাগিহে হ'ব লাগে। আজি কাৰোবাৰ পৰা সহায় ল'বি ঠিকেই তাৰ পৰিৱৰ্তে কালিলৈ বেয়া কামত বা ফাঁকি দি হ'লেও তেওঁক সহায় কৰিবলৈ তই বাধ্য থাকিব লাগিব। আহ্ বাৰু এতিয়া ভাত চেঁচা হ'ল, তাতে ক'ৰবাত বঢ়া ভাতত নিগনি, মেকুৰীয়ে মুখ দিব লাগিলে সৰ্বনাশ হ'ব।

স্বপন বহাৰ পৰা উঠি মাকৰ পাছে পাছে ৰান্ধনী ঘৰলৈ সোমায় আহি মজিয়াত বাঢ়ি থোৱা ভাত ডাইলখিনি দেখিয়েই এগাহ খাবলৈ বহিল।

আসাম টাইপৰ ঘৰটো পুৰণি যদিও সম্ভৱ বিয়াৰ বাবে ৰং দিয়াইছে। ঘৰটোৰ দুৱাৰ খিড়িকীত নতুন পৰ্দা। অৱস্থিত ঘৰটোৰ মাটিৰ পৰিমাণ প্ৰায় এক কঠাৰ অলপ বেছি হ'ব যেন লাগে। আচলতে মাটিৰ পৰিমাণ সৰহীয়াই আছিল কিন্তু কালক্ৰমত সৰহীয়া পৰিয়ালত নাতি-পুতিৰ সংখ্যা ক্ৰমান্বয়ে বাঢ়ি অহাৰ ফলত পূৰ্বজৰ একোজনৰ দহ পুৰা মাটিৰ ঠাইত এতিয়া ভাগবতৰা হৈ এজনৰ নামত একঠাত পৰিণত হৈছেগৈ। মুঠতে আগৰ দৰে আহল বহল মুকলিকৈ বাস কৰিব পৰা অৱস্থা নাই। খেতি মাটিৰ অৱস্থাৰে চাকৰিৰ দুৰৱস্থালৈ চাই প্ৰায় কেউজনে পৰিয়াল পৰিকল্পনাৰ প্ৰতি সম্পূৰ্ণ আস্থা ৰাখিলত একোজনৰ ঘৰত দুটাতকৈ অধিক সন্তান নাই। এইজনৰ ঘৰত মাত্ৰ এটা পুত্ৰ সন্তান আৰু মৰমৰ ভাগিনজনী অলঙ্কৃতা।

পুৰণি বাৰী বাবে ঘৰৰ সম্মুখত কাকিনী তামোল কেইজোপাই পৌৰাণীকতাক বহন কৰি ৰাখিছে। প্ৰতিজোপা তামোলত পাণগছবোৰ বগাই বৈছে। গছবোৰ ওখ বাবে পাণ পাৰিবৰ বাবে মৈতাও দিয়া আছে।

বহাগ মাহ কুমলীয়া তামোলৰ ঠোক গছবোৰত। তাতে কেইজোপা মানত ফুলি থকা কপৌফুল কেইজোপামানত ফুলি থকা ভাটৌ ফুলৰ থোপাই কি যে অনুপম শোভা বৰ্দ্ধন কৰিছে সি কল্পনাতীত সৌন্দৰ্যৰ আধাৰ। প্ৰতি জোপা গছতে নতুন কুঁহিপাতে সৰগৰ সৌন্দৰ্য্য যেন মৰতলৈ নমাই আনিছে। তাতোকৈ ৰহণ চৰিছে ৰঙা কুমলীয়া কুঁহিপাতেৰে ভৰপূৰ জোপোহা নাহৰ কেইজোপাত ফুলি থকা বগা মাজত হালধীয়া ৰেণুৰ ফুলবোৰৰ সৌন্দৰ্য্যৰ পৰিপূৰক দৃশ্যৰে। প্ৰকৃতিৰ ভৰ যৌৱনৰ উল্লাহত কেৱল মানৱৰে নহয় জীৱ জগতৰ প্ৰতিটো প্ৰাণীৰে মন প্ৰাণ হৰিষিত, পুলকিত হৈ জাগি উঠে যেন যৌৱন। কিন্তু প্ৰকৃতি আৰু জীৱৰ যৌৱনৰ মাজত পাৰ্থক্য এইখিনিতেই যে প্ৰকৃতিৰ যৌৱন বছৰি ঘূৰি আহে জীৱৰ যৌৱন এবাৰ গ'লে দুনাই আৰু ঘূৰি নাহে।

এম্বেছাদৰ গাড়ীখন আহি এই সুণিত দাসৰ ঘৰৰ সন্মুখত ৰ'লহি। ড্ৰাইভাৰৰ কাষতে বহি অহা স্বপনৰ ইঙ্গিতত ড্ৰাইভাৰজনে গাডীৰ শিঙা বজাই দিলে।

কৈছো নহয় লগে লগে সাতগৰাকী আয়তী মঙ্গল উৰুলী ধ্বনি দি অতি উলাহেৰে ওলায় আহি গাডীৰ কাষ পাই যাত্ৰীক আদৰিবলৈ যেন উদবাউল হৈ উঠিল।

প্ৰথমে গাড়ীৰ আগচিটৰ পৰা নামিল প্ৰণতি চৌধুৰী।

বাইদেউ বুলি ৰুবী আহি সাৱত মাৰি ধৰিলেহি প্ৰণতিক।

তাৰ পাছত আগ চিটৰ পৰাই নামিল স্বপন। আজি কিন্তু লাজ ভাবেৰে তাৰ সমস্ত মুখমণ্ডল আৱৰি ধৰিলে। ভৰি কেইটা অকণমান কঁপা যেন লাগিল তাৰ।

গভীৰ উল্লাসত সুণিত দাস ব্যগ্ৰতাৰে ওলায় আহি— আহাঁ স্বপন বুলি আবেগত আঁকোৱালি ধৰি ভিতৰলৈ আদৰি আনিলে।

লগে লগে পাছৰ চিটৰ পৰা বাকী পাঁচ গৰাকী আয়তী মানুহ নামিল।

ৰুবীয়ে প্ৰণতিক আঁকোৱালি ধৰি— আহক আইসকল বুলি কেউগৰাকীকে সাদৰ সম্ভাষণেৰে আমন্ত্ৰণ জনাই আনিলে ঘৰৰ ভিতৰলৈ বুলি।

স্বপনে ঠিক দুৱাৰ দলিত ভৰি দিওঁতেই আন এখন গাড়ী আহি গেটৰ মুখত ৰখাই শিঙা বজালে।

চিনাকী গাড়ীৰ শিঙা শুনি স্বপনে বৈ ঘূৰি চালে।

গাড়ীৰ ভিতৰৰ পৰা ঠিকাদাৰ সুকুমাৰে হাত বাউল দিলে— ছাৰ শুনক জৰুৰী কথা।

স্বপনে ঘূৰিবলৈ ল'লে।

মাক প্ৰণতিৰ খং উঠি গ'ল— কিনো হোৱাই নোহোৱাই ঠিকাদাৰবোৰে পাছে পাছে সময়ে অসময়ে ঘূৰি ফুৰে। শুভ কামত বাধা জন্মাবলৈ ইহঁত কোন ? স্বপন তই পাছলৈ ঘূৰি নাচাবি। শুভ কামলৈ আগবাঢ়িলে পিছুৱাব নাপায়।

নহয় মা সুকুমাৰ ঠিকাদাৰ আহিছে। মানে আমাৰ ঘৰটো বনোৱাৰ বিষয়লৈ।

সকলো অবাক। বাকী প্ৰত্যেকেই এবাৰ স্বপনলৈ আনবাৰ ম্লান পৰি অহা প্ৰণতিৰ মুখখনলৈ চাই ৰ'ল।

মাকে বুজাই ক'লে আগতে তই শুভ কাম ফেৰা কৰি ল, তাৰ পাছত যাব পাৰিবি।

মা সেইটোওটো শুভ কাম। সুকুমাৰ ঘৰ সজাৰ বিষয়লৈহে আহিছে। মা একমিনিট তোমালোকে কাম আৰম্ভ কৰাচোন বাক মই কথা কৈ থৈ আহিছোঁ। কৈয়ে সি নিশ্চিন্তে পাছলৈ ঘূৰি আহি সুকুমাৰৰ গাড়ীৰ কাষ পালেহি- কওকচোন মিষ্টাৰ কণ্ট্ৰেক্টৰ চাহাব কি মোৰ ঘৰৰ ফাউণ্ডেশ্যন কনষ্ট্ৰাকচনৰ বিষয়লৈ আহিলে নহয় জানোঁ।

গাড়ীৰ পৰা নামিল সুকুমাৰ— ছাৰ প্ৰথমে কওকচোন আমাক নজনোৱাকৈ কিয় মনে মনে বিয়া পাতিছে।

আৰে কোনে ক'লে মোৰ বিয়া বুলি আপোনাক?

এৰা মই ভাবিছোঁ ছাৰে আমাক অন্ততঃ ষ্টাফক নজনোৱাকৈ বিয়া পাতিবনে বাৰু। শুনক ছাৰ প্ৰথমে ঘৰটো সজাই লওক তাৰ পাছত বিয়াৰ বাবে ষ্টেণ্ডাৰ্ড আই মিন

অত্যাধুনিক সুন্দৰী ছোৱালী চাই দিব ওপৰ মহলে আপোনালৈ আৰু কিন্তু ছাৰৰ পুৰণি জামানাৰ উৰুলি দিয়া বিয়া নহ'ব দেই। এতিয়াই কৈ দিছো চেভেন ষ্টাৰ হোটেলত বিয়াৰ পাৰ্টি চলিব নিশ্চিন্তে থাওক ছাৰ। পাৰ্টিৰ ভাৰ কিন্তু আমাৰ ওপৰত হা হাঁকে হাঁহিলে সুকুমাৰে?

বেচ ৰস পাই হাঁহিলে স্বপনেও। মনটো এক উচ্চস্তৰলৈ ধাৱমান হ'লেই তাৰ।

আহক ছাৰ উঠক— হাতৰ ঘড়ীটোলৈ চালে সুকুমাৰে - ছাৰ মোৰ আৰু দুঠাইত যাবলৈ আছে।

বুজিছো টেঙাৰ মাৰি ফুৰিছে নহয় জানোঁ।

ছাৰ আপোনালোকেতো মোটা কাম নিদিয়ে গতিকে আৰু  ।

ঠিক আছে মোৰ ঘৰৰ কামটো আৰম্ভ কৰকচোন বাৰু চীফক কৈ মই

ধন্যবাদ ছাৰ। আপোনালোকৰ কৃপাই দুয়োকুল ৰক্ষা হয়। আহক ছাৰ যাওঁ।

কাইগুলি অকণমান ৰ'ব কিবা কাম এটা আছে মই কৈ থৈ আহোঁ নহ'লে বেয়া পাব কৈয়ে স্বপন পুনৰ ঘূৰি আহিল।

স্বপনৰ বাবে অপেক্ষা কৰি উদ্বিগ্নভাৱে বহি থকা আটায়ে স্বপনক সোমায অহা দেখি আনন্দ পালে।

আজি আকৌ সুণিত দাসে নিজৰ বহা চকীখনকে এৰি উঠি দিলে বহা স্বপন।

হ'ব বাৰু খুডা হাতৰ ঘড়ীটোৱে তাৰ সময় নিৰূপণ কৰিলে- মই কিন্তু বেছি সময় ৰ'ব নোৱাৰিম দেই। সেইযা দেখিলেই নহয় পাছতে খেদা আহিলেই। লওঁ বুলিলে এতিয়া ছুটিও ল'ব নোৱাৰা হ'লোঁ।

এৰা বুজিছো তোমালোকৰ চাকৰিয়েই তেনেকুৱা। তাঁতে আকৌ ফিল্ডৰ চাকৰি সুণিতে সমৰ্থন কৰিলে কাৰণ তেওঁ ব্যস্ত জীৱন ভাল পায়।

প্ৰণতিয়ে অস্বস্তি বোধ কৰি ক'লে- বোপা সুণিত তুমিয়ে স্বপনক বুজোৱাচোন। পঢ়াৰ দিনত সাধনাৰ দৰে সকলো বাদ দি কেৱল দিনে ৰাতিয়ে কষ্ট কৰি পঢ়িলে। আকৌ এতিয়া সময় সীমা নোহোৱাকৈ ঢাপলি মেলি ফুৰিলে বয়সৰ স্ফুৰ্ত্তি কৰিব কেতিয়া। বুঢ়া কালত চিন্তাই দিন ৰাতি একাকাৰ কৰিবলৈ আছেই।

কি কৰিব বাইদেউ ডাঙৰ চাকৰিবোৰ এনেকুৱাই। তাতে এওঁলোকৰ কথা, পুলিচৰ কথা, ডাক্তৰৰ কথা সুকীয়া। সময়ৰ কোনো ঠিকনা নাই। প্ৰয়োজন হ'লেই যাব লাগে। চাব লাগে প্ৰয়োজনত দিন ৰাতিৰ পাৰ্থক্য নাথাকে।

স্বপনে সুবিধা পায় কৈ থলে- বুজিছে খুড়া তাকে আকৌ মাইঁতে নুবুজে নহয়।

বাহিৰৰ পৰা ভাঁহি অহা পুনৰ ঠিকাদাৰৰ গাভীৰ শিঙাই স্বপনৰ মনত সোঁৱৰাই দিলে জৰুৰী অৱস্থাৰ যেন।

প্ৰণতিৰ অতিষ্ঠ লাগি গ'ল— স্বপন তই ঠিকাদাৰক একেবাৰে বিদায় কৰি নাহিলি কিয় ?

মা তুমি নুবুজা কিয়। এতিয়া খুড়াই কোৱা নাই জানো য'ত আৱেগ আছে, স্বচ্ছলতা আছে, উন্নতি আছে তাৰ আমেজ মনৰ ব্যগ্ৰতা তোমালোকে কি বুজিবা। বাৰু মা মোৰ বিশেষ প্ৰয়োজন নাই যদি মোক বিদায় দিয়া। মোৰ কামটো নহ'লে তুমিয়ে কৰিবা।

মাকে উপলব্ধি কৰিলে— খাবলৈ নোপোৱা একেলুৱাৰ দৰে বাপেকৰ তেজ থকা ল'ৰাই মোৰ ধৰ্মতে বাল্যকাল কষ্টেৰে সিদ্ধি কৰিলেও যুৱকালত একেটা তেজ আহি পৰিল- হুমুনিযাহ এটা কাঢ়ি মাথো তেওঁ ক'লে- প্ৰথমে তোৰ নিজৰ জীৱনটো গঢ়ি লচোন। পাছত ঘৰ দুৱাৰ নিজেই গঢ় খাব। কাম সমাধা কৰিবলৈ জীৱনত বহুতো সময় আছে। শুভ সময়বোৰ নেওচি অনবৰত ব্যস্ত হৈ পৰিলে জীৱনত সুখ শান্তিৰ ফালে ঘূৰি চাবলৈ সময়কে নাপাবিচোন।

সুণিতে মূল বিষয়ৰ আঁত হেৰুৱা যেন অনুভৱ কৰি কাৰ্যৰ সঙ্গতি বজাই ৰখাৰ প্ৰচেষ্টা কৰিলে— এটা কথা বাইদেউ সময়ক কাৰ্যৰ দ্বাৰা বান্ধি ৰাখিব পৰাতো অৱশ্যে বেয়া নহয় দিয়কচোন। এতিয়া শুভ কাম ফেৰা শীঘ্ৰেই কৰাই বেয়া নহ'ব নেকি?

ৰুবীয়েও সঙ্গতি বজাই ৰখাৰ প্ৰয়াস কৰিলে— হয়নে হেৰি মই অলঙ্কৃতাক ইয়ালৈকে মাতি আনো নেকি বাৰু?

সুণিতে সুবিধা পাই সমৰ্থন জনালে তুমি ঠিকেই কৈছা ৰুবী, সমূহীয়াকৈ হোৱা কামহে এইটো। আয়তী সকলেও মঙ্গলধ্বনি উৰুলিৰে শুভ কামনা কৰিব পাৰিব।

স্বপনৰ মনত শঙ্কা হ'ল। যদি ঠিকাদাৰ সুকুমাৰ আহি বিয়াৰ বিষয় বুলি গম পায় কথাটো এনেয়ে ওলায় গ'লে ভাল হ'ব জানোঁ। ইয়াকে ভাবি সি তৎক্ষণাত জনালে না না নালাগে উৰুলি চুৰুলি দিব। অলঙ্কৃতাক মাতক মায়েই কাম ফেৰা কৰি থওক মোৰ মানে দেৰি হৈছে।

প্ৰণতিয়ে অন্যমনস্কভাৱে জনালে— ৰুবী মাতি আনাহে ছোৱালীক। বিয়াৰ দিনাহে আচল আজি আৰু অনুষ্ঠুপীয়াকৈ হৈ যাওঁক কামটো- মাক যেন সৈমান হ'ল শঙ্কাত পৰি।

ৰুবী আৰু সুণিতে জনালে আৱেগেৰে আপোনালোক বহকচোন দেই আমি বাৰু

ছোৱালী উলিয়াই আনো— দুয়ো উঠি লগে লগে ভিতৰ সোমাল।

কাৰো মুখত মাত বোল নাই। আয়তীসকলে মনে মনে ভাবিলে— আমি সকলোৱে জানো স্বপন মাকৰ অত্যন্ত বাধ্য বুলি কিন্তু কাৰ্যক্ষেত্ৰত তাৰ ওলোটাতোহে দেখিছোঁ চোন।

প্ৰণতিয়ে অন্তৰৰ উলাহেৰে মৰমৰ হাতেৰে সৰু বাকচটো অকণমান ঠিক ঠাক কৰি লৈ পৰম আশাৰে কল্পনা কৰিলে- ছোৱালী কিন্তু ঘৰ ধৰা বোৱাৰী হ'ব। ল'ৰা ব্যস্ত হৈ ফুৰিলেও অন্ততঃ অলঙ্কৃতাৰ লগতে দিনটো অতি আনন্দৰে কাটি যাব। অকলশৰীয়া অনুভৱ হোৱা জীৱনটো পৰিপূৰ্ণ হ'ব নাতি পুতিৰে ঘৰ ভৰি পৰিব কিমান যে ভাল লাগিব। তেতিয়া কিজানি স্বপনতকৈও মই সংসাৰখনলৈ ব্যস্ত থাকিব লাগিব। তেতিয়া মৰিবলৈও কিজানি সময় নাপাম।

এনেতে আগত অলঙ্কৃতাক সেউজীয়া কাপোৰ জোৰেৰে সজাই পৰাই সুণিত আৰু ৰুবীয়ে পৰ্দাখন আঁতৰায় অতি উলাহেৰে উলিয়াই আনিলে চ'ৰাঘৰলৈ।

আহ্ কি যে অপূৰ্ব মনমোহা দৃশ্য। সকলোৱে এক আৱেগপূৰ্ণ নয়নে শ্যামলী অপৰূপা অলঙ্কৃতালৈ চাই ৰ'ল। সুন্দৰ লাহি দেহ তিলফুল যেন নাক দেৱী দৃশ্যমান যেন বৈ পৰা চকুযুৰি ওঁঠৰ মিঠা হাঁহীৰে যৌৱনৰ প্ৰতিক হেন কমনিয়া অলঙ্কৃতাজনীৰ ডালিম গুটিয়া দাঁতৰ দেখনিয়াৰ গোলাপী দেহত সেউজীয়া মেখেলা চাদৰ, সেউজীয়া ব্লাউজটো অন্যকি সাজৰ লগত মিলোৱা নুনিৰ দৰে সেউজীয়া কাণফুলি যোৰে এক গাম্ভীৰ্যপূৰ্ণ শ্যামলী ধৰণীৰ স্বৰূপা যেন অনুভৱ হৈছে।

মাক প্ৰণতিয়ে তন্ময় হৈ চালে নিজৰ ভাবি বোৱাৰীজনীক। হৃদয়ৰ মাজৰ পৰা অতি আৱেগেৰে পৰম সন্তোষেৰে হিয়াৰ পৰম আৰ্শিষ যাচি।

সদায় ঘৰুৱা পৰিৱেশত সাধাৰণ ৰূপত দেখি থকা অলঙ্কৃতাজনীক আজি সাজি-কাচি অহা অপৰূপা কণ্যাৰ ৰূপত দেখি সৌন্দৰ্য্য উপলব্ধি কৰিবলৈ নিশিকা স্বপনৰ মনটোও বাহ্যিক আৱেগেৰে ভৰি উঠিল। অজানিতে শিহৰণ এটা মনৰ পৰা দেহলৈকে বিয়পি পৰিল তাৰ।

স্বপন

মাকৰ মাতত অপলক নয়নে অলঙ্কৃতালৈ তন্ময় হৈ চাই ৰোৱা স্বপনৰ যেন স্বপ্ন ভাগিল। সি যেন খকা মকাকৈ ক'লে— কি মা।

অলঙ্কৃতাক তোৰ কাষতে বহুৱাই ল স্বপন।

হঠাৎ আকৌ বাহিৰৰ পৰা ঠিকাদাৰৰ গাড়ীৰ অশুভ শিঙা বাজি উঠিল।

শিঙা শুনি স্বপনৰ যেন তন্দ্ৰা ভাগিল। কণ্টকীয়া সৌন্দৰ্য্য প্ৰয়াসী তাৰ মনটোৱে পাৰ্থিৱ সুখ এৰি অপাৰ্থিৱ মন জগতলৈ ধাৱমান হ'ল— মা তুমিয়ে বহুৱাই লোৱানা অলঙ্কৃতাক তোমাৰ কাষতে।

পুতেকৰ অস্থিৰতাৰ কাৰণ যে ঠিকাদাৰৰ গাভীৰ শিঙা মাকে বুজি পায় ক'লে— অলঙ্কৃতা আজীৱন জীৱন সঙ্গিনী হ'ব তোৰ, মোৰ নহয়।

কথাশুনি লাজত ৰঙা ছিঙা পৰা অলঙ্কৃতাজনীক মোহনিয়াৰ পৰা সৌন্দৰ্য্যশালিনী লাগিল। তাই অৱশ্যে কথাৰ প্ৰসঙ্গত স্বপনৰ দুৰাকাঙ্ক্ষাৰ কথা জানে। তাই ঘাত মাওৰা ছোৱালী। হেৰোৱাখিনি পাবলৈ বিচাৰে যদিও তাই অবোধ নহয়। বহিঃ জগতৰ মানৱৰ ঘাত প্ৰতিঘাতৰ জীৱনৰ উপলব্ধি তাই মাজে সময়ে কৰে। সেইয়ে নিজকে তাই পৰিপুষ্ট মনৰ সহনশীলা ধৈৰ্যশীলা কন্যা বুলি ভাবে। স্বপন তাইৰ আদিম অৱস্থাৰ পৰা পৰিচিত শৈশৱ কালৰ লগৰীযাৰ দৰে। গতিকে সদা পৰিচিত স্বপনে উচ্চাকাঙ্ক্ষা বুলি ভবা দুৰাকাঙ্ক্ষা বা চঞ্চলতাক তাই তাৰ এটা প্ৰকৃতি বুলিয়েই ধৰি লয়। তথাপি আজি এটা বিশেষ দিনত বাধা দিয়া বা বুজোৱাতো অন্তত সমীচিন নহ'ব। এই বুলি ভাবি তাই এটা কমনিযা বিপৰীত লিঙ্গৰ আকৃষ্ট মধুৰ চাৱনি নিক্ষেপ কৰি ৰ'ল স্বপনৰ চকুত চকু থৈ।

হৰিণী নয়না অলঙ্কৃতাৰ প্ৰেম বৰষা দৃষ্টিৰ নিক্ষেপে স্বপনক বিব্ৰত কৰি দিলে। সৌন্দৰ্য্যশালিনী দিব্যৰূপা অলঙ্কৃতাজনী সঁচায় ইমান অপৰূপা কিমান যে ধুনীযা তিলোত্তমাৰ দৰে। ত্ৰৈলোক্যৰ সমস্ত সৌন্দৰ্য্য যেন অলঙ্কৃতাৰ সমস্ত দেহত মুখমণ্ডলত প্ৰস্ফুটিত হৈ উঠিছে। দেৱী স্বৰূপা দিব্য দৃষ্টি সম্পন্না অলঙ্কৃতাজনীক এতিয়াই নিজৰ কৰি লৈ যাম যেন লাগিল স্বপনৰ দুৰ্বল মনটোত।

মাকে উঠি আহি অলঙ্কৃতাৰ কাষ পোৱাৰ লগে লগে অলঙ্কৃতাই আঁঠুকাঢ়ি ভাবি শাহুৱেকক ভৰি চুই সেৱা জনালে।

প্ৰণতিয়ে অন্তৰত সঞ্চিত কাম্য আশীৰ্বাদখিনি হিয়া উবুৰিয়াই যাঁচিলে। পৰমেশ্বৰ আই ভগৱতীয়ে তোমালোক হালৰ যুগ্ম জীৱন সুখময়, মঙ্গলময়, মধুময়, ঐশ্বৰ্য্যশালী বৈভৱশালী দীৰ্ঘায়ু কৰি সংসাৰ চিৰ সজীৱ কৰি ৰাখিব।

মাকে মূৰৰ পৰা হাত এৰাৰ লগে লগে অলঙ্কৃতা আহি এইবাৰ স্বামীক দেৱতা জ্ঞান কৰি স্বপনৰ চৰণত পৰি সেৱা জনালে সভক্তিৰে।

স্বপন হতভম্বহৈ একে জাপে উঠি ৰ'ল। ই কি কৰিছা অলঙ্কৃতা মই তোমাৰ গুৰু নহয় স্বপনহে।

অলঙ্কৃতা হতাশ হৈ আঁঠুকাঢ়িয়েই ৰ'ল।

মাকে আহি আঙুঠিটো স্বপনৰ হাতত দি ক'লে— অলঙ্কৃতাক আঙুঠিটো পিন্ধাই দে স্বপন।

স্বপনে আঙুঠিটো হাততলৈ তপা তপ চুমা খাই দিম যেন লগা অলঙ্কৃতাৰ পদুম ফুলৰ দৰে সুকুমল ওঁঠ যুৰিলৈ চায় ৰ'ল আৱেগ ভৰা মধুৰ চাৱনিৰে।

মাকে বাওঁহাতেৰে লাজুকীজনী হৈ তলমূৰকৈ থকা অলঙ্কৃতাৰ সোঁহাতখন আলফুলকৈ ধৰি নিজৰ সোঁহাতেৰে তাইৰ মূৰত আৰ্শিষৰ হাত থৈ ক'লে স্বপন লাজ কৰিব নালাগে বিবাহৰ প্ৰতিশ্ৰুতি ৰূপে মোৰ বোৱাৰীক প্ৰতীক চিহ্নৰে সজাই দে।

সকলোৱে আৱেগভৰা চাৱনিৰে চাই ৰ'ল এই অপূৰ্ব স্নেহময়ী দৃশ্যলৈ।

সুণিত আৰু ৰুবীয়ে ভাবিলে তেওঁলোকৰ জীৱনটোও সাৰ্থক হ'ল ভাগিনজনীক এটি বিদ্বান গুণবান, ধনবান ল'ৰালৈ বিয়া দিব পৰাতোও কম সৌভাগ্যৰ কথা নহয়। অলঙ্কৃতাজনী আমাৰ্তকৈও সুখী হ'ব।

স্বপনে কঁপা কঁপা হাতেৰে অলঙ্কৃতাৰ সোঁহাতৰ অনামিকা আঙুলিটোতে অতি চেনেহেৰে আলফুলকৈ হিয়াৰ পৰশেৰে আঙঠিটো পিন্ধাই দিলে।

দুয়োৰে মনত জাগি উঠিল যেন ইজনে সিজনৰ হৃদয় অধিকাৰ কৰি একেখন অন্তৰেৰে বান্ধ খাই গ'ল এই মুহূৰ্তৰ পৰা।

এই শুভ স্বৰ্গীয় আনন্দৰ মুহূৰ্ততে পুনৰ বাৰ ঠিকাদাৰৰ গাড়ীৰ অশুভ শিঙা বাজি উঠিল।

অধৈৰ্য ৰূপে বাজি উঠা গাড়ীৰ শিঙাই স্বপনৰ মন বিচলিত কৰি তুলিলে। মন মায়াৰ পৰা মোহলৈ পৰিৱৰ্তিত হ'ল। মনৰ টিপ্পনিত অজানিতে সি কৈ উঠিল মা মোৰ কাম এতিয়া শেষ হ'ল যেতিয়া মই যাওঁ তেনে।

তাচ পাতেৰে সুন্দৰকৈ সজা পুতলা ঘৰটো যেন হুৰুষকৈ ভাগি ঠান বান হৈ গ'ল। আধৰুৱা প্ৰেমত হতাশ হৈ উঠিল অলঙ্কৃতাৰ মোহময় স্বপ্নৰে ভৰা মন। স্বপনৰ উশৃঙ্খলতাক বাধা দিবৰ বাবে ব্যগ্ৰ হৈ উঠিল তাইৰ মন কিন্তু ধৈৰ্যশীলা সংযমী মনে অলঙ্কৃতাক এই শুভ মুহূৰ্তত কিবা কোৱাৰে পৰা বিৰত ৰাখিলে।

সুণিত আৰু ৰুবীয়ে একেষাৰে জনালে- স্বপন ৰ'বা ভাত নাখালেও চাহ মিঠাই খাই যোৱাঁ আৰু খুৱায়ো যোৱাঁ।

মোহান্ধ স্বপনে বহিঃমুখী মনেৰে অনিত্য সম্পদৰ মায়াত ব্যস্ততাৰে জনালে- চীফ ইঞ্জিনীয়াৰে প্ৰথম শ্ৰেণীৰ কণ্ট্ৰেক্টৰ সুকুমাৰ ভট্টাচাৰ্যক পঠিয়াইছে মোক নিবৰ বাবে

অৱশ্যে মোৰ নিজৰ স্বাৰ্থৰ খাতিৰতে গতিকে নগ'লে ভৱিষ্যত মোৰ চাকৰিৰ প্ৰমোচনৰ ক্ষেত্ৰত অসুবিধা হ'ব। চাকৰি মানেই ধন গতিকে ধন নহ'লে চলিম ক'ৰ পৰা। প্লিজ আঙ্কল বেয়া কিন্তু নেপাব দেই। মোৰ আচল কামটো হ'ল যেতিয়া বাকীখিনি মায়ে চন্তালক— এই অজুহাত দেখুৱাই স্বপনে ঢাপলি মেলিলে সুকুমাৰৰ গাড়ীৰ কাষলৈ।

মাক প্ৰণতিয়ে হুমুনিযাহ এটা কাঢ়ি তলমূৰকৈ মৌন হৈ ৰ'ল।

আঁঠুকাঢ়ি থকা অলঙ্কৃতাই বিস্ময়েৰে অসমৰ্থিতভাৱে তলমূৰকৈ থকা ভাবি শাহুয়েকলৈ চাই ভাবিলে মাকে সংযম আৰু ত্যাগৰ দ্বাৰা সুখ বিচাৰিছে আৰু তাই বিচাৰিছে সাধনা। আৰু মহানতাৰ দ্বাৰ চিৰসুখ কিন্তু স্বপনে বিচাৰিছে ধন সম্পত্তিৰ দ্বাৰা মোহান্ধ সুখ। কোন বিধৰ বিনিময়ত পোৱা সুখে মহান শান্তিময় জীৱন গঢ়ি তোলে বাৰু ?

অলঙ্কৃতাৰ প্ৰশ্নবোধক চাৱনিলৈ সকলোৱে হতাশাৰে চাই চিন্তিত হৈ উঠিল।

স্বপন আহি উঠিলত ঠিকাদাৰৰ লক্ষ্যহীন গাড়ীখনে পুনৰ উন্মত্ত শিঙা বজাই গতি ল'লে অভিলাষি সমাজখনলৈ তেতিয়া।

প্ৰণতি চৌধুৰীৰ ঘৰটোৰ চাৰিওফালে প্ৰকাণ্ডকৈ ঘৰ সজাৰ বাবে ফিটাটানি ৰচি বান্ধি জোখ-মাখ কৰিলে ঠিকাদাৰ ত্ৰিদিব আৰু ঠিকাদাৰ সুকুমাৰে।

চকী এখনত বহি হাতত দিস্তা কাগজ কলমলৈ কিবা হিচাপ সম্ভৱ মাপ জোখৰ হিচাপবোৰ লিখি গ'ল স্বপনে।

মাকে পুতেকৰ কাষ চাপি আহি লাহেকৈ প্ৰশ্ন কৰিলে— স্বপন তই এঘৰ মানুহৰ বাবে ইমান প্ৰকাণ্ডকৈ ঘৰটো কেলেই সাজিব লাগিছেনো ?

পুতেকে বহাৰ পৰা মূৰ নোতোলাকৈয়ে জনালে তুমি নুবুজিবা মা। আজিকালি ঘৰ সাজোতেই চাৰিটা ভাড়া ঘৰৰ প্লেন ৰখা হয়।

- ঘৰটো কেই মহলা হ'বনো ?

চাৰি মহলা হ'ব মা।

আমাৰ সেমেকা দেশৰ মাটি কোমল ভূমিকম্পলৈও ভয়। গতিকে ইমান ওজনৰ ঘৰটো বনোৱাৰ কি প্ৰয়োজন নো ?

সেইবোৰ তুমি নুবুজিবা মা। আজিকালি মানুহে মৃত্যুলৈ ভয নকৰে বুজিছা মা।

এহ্ মুখত অমঙ্গল নামাতিবিচোন। বাৰু ঘৰটো তোক চৰকাৰে সাজি দিছে নেকি?

চৰকাৰে নহয় মা চাকৰে সাজি দিছে বুলি ধৰাচোন, বাৰু তুমি এতিয়া সেইবোৰ প্ৰশ্ন কৰি আমনি নিদিবাচোন।

এহ্ তই কি কথাবোৰনো কৱ মই হ'লে নুবুজোঁ। বাৰু এটা কথা নহয গোঁসাই মন্দিৰটো আৱৰি ফাউণ্ডেশ্যন দিছ্ যে? গোঁসাই মন্দিৰটো ঘৰটোৰ ভিতৰতে থাকিব নে বেলেগে সাজিবি।

মা বাদ দিয়া তোমাৰ গোঁসাই মন্দিৰ। গ্ৰাউণ্ড ফ্ল'ৰৰ সেই কোণত হ'ব গাড়ীৰ গেৰেজ।

মাক চক খাই উঠিল-তেনেহ'লে গোঁসাই মন্দিৰ কি হ'ব ?

গোঁসাই মন্দিৰতো উঠি যাব— তেনেই সহজভাৱে উত্তৰ দিলে স্বপনে।

মূৰে কপালে হাত দিলে পুতেকৰ অজিনাশি বাক্য শুনি— হেৰৌ স্বপন এই গোঁসাই গোঁসানীয়ে আমাক ৰক্ষা কৰি আছে গোঁসাই গোঁসানী নহ'লে ৰক্ষা কৰিব কোনে???

স্বপনে গৰ্বেৰে জনালে মোৰ গাঁলৈ শক্তি আহিল যেতিয়া ভয় কিহৰ? মোৰ হাতলৈ ধন আহিল যেতিয়া তুমি আৰু চিন্তা নকৰিবা মা। মই তোমাক ৰক্ষা কৰিম হ'লতো।

মাকৰ খং মূৰৰ চুলিৰ আগ পালেগৈ। তথাপি পুতেকৰ সন্মান মানুহৰ আগত ৰক্ষা কৰি উত্তেজিত হৈও চেপা মাতেৰে জনালে— হেৰৌ মূৰ্খ ধন জন শক্তিৰ বলত এদিন কংসয়ো নিজকে ত্ৰৈলোক্যৰ পতি বুলি তাকেই পূজা কৰিবলৈ নিৰ্দেশ দিছিল সকলোকে। ভগৱান যে ত্ৰাণকৰ্তা বিষ্ণু দেৱতা আছে সি তাক পাহৰি অটল বাহুবলত অন্ধ হৈ গৈছিল। অৱশেষত তাৰ পতনৰ কথা সৰুকালত তোৰ আগত মই কাহিনীৰূপে কোৱা মনত নিশ্চয় আছে তোৰ।

মা এতিয়া কিন্তু ধনেই হে ধৰ্মৰ মূল। ধনেই ৰক্ষা কৰে সবাকে। নহ'লেনো আমাৰ দেশৰ আগৰ এটা প্ৰধান মন্ত্ৰী , এটা হিন্দী ভাষি মুখ্য মন্ত্ৰীয়ে ৰাজ ভড়াল লুট কৰা বুলি আইনে প্ৰমাণ দিয়াৰ পাছতো সিহঁতে জেলৰ মুখ দেখিও পুনৰ ধনৰ বলতে দলপতি হৈ আত্মগৌৰৱত দপ দপাই থাকেনে? এতিয়া তুমি মোক সেই প্ৰশ্নৰে দিয়াচোনা উত্তৰ?

লালু বা সিংহ উপাধিৰ দেশদ্ৰোহী পুৰুষৰ কথাকৈ মোক আভুৱা ভাৰিব নালাগে, দেখিছো তই এতিয়া মোতকৈও বেছি জনা হলো বুলি ভাবিছ নিজকে এইবাবেই যে তোৰ এটা বিশ্ববিদ্যালয়ে দিয়া ডিগ্ৰী আছে আৰু চৰকাৰে দিয়া চাকৰি আছে নহয় জানো। চা স্বপন ইয়াৰ বাবে তই ইতিহাস অধ্যয়ন কৰ। পাপীৰ কি পৰিণাম আৰু তই ভৱা মানুহবোৰৰ ভৱিষ্যতলৈ বাট চা-হুমুনিয়াহ এটা দীঘলকৈ কাঢ়িলে গভীৰ অন্তৰৰ বেদনাত প্ৰণতিয়ে।

মা থোৱাঁ এতিয়া আৰু ৰামো নাই অযোধ্যাও নাই। মূঠতে এতিয়া ভৱিষ্যত ভাবি মনক পঙ্গু কৰি ৰখাৰ যুগৰ অন্ত হ'ল। মানুহৰ আয়ুস কমিলে গতিকে পালেই চপাব লগা যুগ আহিল নহলে কোনেও কালৈও ঘূৰি নাচায়।

অতিৰিক্ত চিন্তাই অদূৰদৰ্শিতাই মানুহৰ আয়ুস কমাই আনিছে। মানুহ স্বাৰ্থপৰ হোৱাৰ বাবেই সাংসাৰিক সুমধুৰ সম্বন্ধ বিচ্ছিন্ন হৈ গৈছে নিঃসঙ্গতাত ভুগিছে।

সেইবোৰ দাৰ্শনিক তথ্য সামৰা মা।

অন্তৰৰ গভীৰ বেদনাৰে জনালে প্ৰণতিয়ে - এৰা কলিযুগৰ সন্তানে মাক বাপেক, গুৰুক ওলোটাই নৈতিক জ্ঞান দিব পৰা হ'ল বাবেই যুগ উলতিল। অভাৱ অনাটন বিদ্ৰোহ ধ্বংসই গা কৰি উঠিছে। তই মোৰ গাৰ একাংশ গতিকে তোক মই কেতিয়াও কোনো কাৰণতে অভিশাপ দিব নোৱাৰোঁ। মাথো তোক মই দুহাত যুৰি ভিক্ষা খুজিছোঁ তোৰ ঘৰ ইচ্ছামতে সাজি থাক কিন্তু মোৰ গোঁসাই মন্দিৰটো নতুনকৈ সাজিব নোৱাৰ যদি কিন্তু ভাঙি নেপালাবি।

ওপৰতে কৈ থ'লে স্বপনে - তুমি চিন্তা নকৰিবা মা। গেৰেজৰ এটা চুকতে তোমাৰ গোঁসাইক থব পাৰিবা বাৰু।

চকুপানী বৈ আহিল মাকৰ। অন্তৰখন যেন ভাগি চূড়মাৰ হৈ গ'ল। তথাপি নিজৰ মনলৈ শান্ত্বনা আনি ক'লে - ঠিক আছে মই মোৰ ভগৱান ভগৱতীক মোৰ মূৰৰ ওৰণীৰ তলত নতুবা বুকুত বান্ধি ৰাখিম আৰু ঘৰটো হৈ গ'লে মোৰ শোৱা পাটিৰ মূৰৰ শিতানতে ৰাখিম সেযে হ'ব। তই কিন্তু মই কোৱা কথাটো অকণমান ভাবি চাবি। তোৰ নিজৰ সমৰ্থৰে ঘৰটো চাৰি মহলা সাজ তাত মোৰ আপত্তি নাই। কিন্তু ঘৰটো হৈ যোৱাৰ পাছত নহ'লে বাছি যোৱা অৱশিষ্ট বাঁহ, কাঠ টিঙেৰে ওপৰ মহলাৰ চাদৰ ওপৰত পানী নপৰাকৈ ঠাই অকণমান দিবি। মই তাতেই গোঁসাইৰ লগতে পৰি থাকিম, সেযে মোৰ বাবে স্বৰ্গসুখ হ'ব।

ঠিকাদাৰ দুয়োজনে জোখ মাখৰ কাম শেষ কৰি স্বপনৰ কাষলৈ আগবাটি আহিল।

তাকে দেখি স্বপনে নিজৰ আত্মসন্মান অক্ষুন্ন ৰাখিবলৈ চেষ্টা কৰিলে। মা তুমি এইবোৰ বাজে কথাত মিছাতে পেন পেনাই আমনি কৰি নাথাকিবা। ঠিকাদাৰ আহিছে মোৰ মান সন্মানৰ কথা আছে তুমি আঁতৰি যোৱা ইয়াৰ পৰা।

মাকে নিজৰ বেদনাক চন্তালি দুৰ্বলতাক প্ৰশ্ৰয় নিদি স্পষ্টভাৱে সুধিলে— ৰ'বি এটা কথা সুধি লওঁ তোক, আমাৰ পুৰণি ঘৰটো ভাঙি পেলাবি নেকি এতিয়া?

তুমি মূৰ্খ হৈছা নেকি মা। পুৰণি ঘৰটো নাভাঙিলে তাৰ ঠাইত নতুন ঘৰটোৰ কনষ্ট্ৰাকশ্যান হ'ব কেনেকৈ?

দৃঢ়ভাৱে জনালে মাকে -নতুনক আদৰি লোৱাত মোৰ কোনো আপত্তি নাই। নতুন প্ৰজন্মৰ লগে লগে নতুন যুগৰ সূচনা হ'বই। ই স্বীকাৰ্য কিন্তু পৌৰাণিক বুলি আদি শক্তি বা সৃষ্টি কৰ্ত্তাৰ অস্তিত্বক অস্বীকাৰ, অৱজ্ঞা কৰিলে প্ৰলয় অনিবাৰ্য। ঠিক আছে ঘৰটো ভাঙিলে এই কেইমাহ থাকিবি ক'ত ?

মই হোটেলত থাকিম আৰু তুমি থাকিবা গৈ অলকৃতাহঁতৰ ঘৰত হ'লতো। যোৱাঁ মুঠতে এতিয়া যোৱাঁ। বাজে কথা সুধি সময় নষ্ট নকৰিবা।

তেনেহ'লে আগেয়ে বিয়াখন পাতি ল' নহ'লে সম্বন্ধ সম্পূর্ণ নপতাকৈয়ে ভিক্ষাৰীৰ দৰে মই লোকৰ ঘৰত পুতৌৰ পাত্রীৰ দৰে আউজনী ল'বগৈ নোৱাৰোঁ। কাৰণ মোৰ নিজা বুলিবলৈ ঘৰ মাটি আছে।

অলঙ্কৃতাক তুমি আঙঠি পিন্ধালা যেতিয়া হ'ব আঁতৰি যোৱা বুলি কৈছোঁ নহয়।

বায়ু উঠা মানুহৰ দৰে মাকে ধোৱাকোৱাঁ দেখি বিছনাৰ আশ্রয় বিচাৰি যেন হাৱাথুৰি খাই আগবাঢ়িল।

চকীদাৰে দুৱাৰখন খুলি ধৰিলত স্বপনে ডাঠ পৰ্দাখন আঁতৰাই সোমায় লাহেঁকৈ সম্ভাষণ জনালে গুদ মৰ্ণিং ছাৰ। মোক মাতি পঠিয়াইছিল নেকি ছাৰ।

গুদ মৰ্ণিং চৌধুৰী আহাঁ বহাহি।

স্বপনে চীফ ইঞ্জিনীয়াৰ বিবেক চৌধুৰীৰ টেবুলৰ সন্মুখৰ চকী এখনত বাধ্য ছাত্ৰৰ দৰে তলমূৰকৈ বহিল।

চীফে ফাইলৰ কাগজ কেইখনত চহী কৰিবলৈ লৈ সুধিলে– চৌধুৰী তুমি নিজে চাই বুজি এই বিলখিনি পাছ্ কৰি দিছা নহয়।

হয় ছাৰ, বৰ নম্ৰভাৱে জনালে স্বপনে।

মই কিন্তু তোমাৰ বিশ্বাসতে চহী কৰি যাওঁ- চহী কেইটা সম্পূৰ্ণ কৰি ফাইলটো জপাই কাষতে ৰৈ থকা আজ্ঞাবাহী পিযনটোৰ হাতত দিলে।

পিযনটোৱে ফাইলটোলৈ দুয়োকে নমস্কাৰ জনাই লাহেঁকৈ ওলায আহিল।

বুজিছা চৌধুৰী আগৰ কেইবাজনো কলিগৰ কামত গাফিলতি আৰু ফলছ্ বিলৰ প্ৰমাণ আছে কিন্তু তুমি মোৰ মতে চলাত মই সন্তুষ্ট হৈছোঁ। সেইবাবে তোমাক এটা প্ৰমোচন দিয়াৰ ব্যৱস্থা কৰিছোঁ।

উলাহেৰে ভৰি পৰিল স্বপনৰ মন। আনন্দত অধীৰ হৈ সি গভীৰ উল্লাহেৰে জনালে অশেষ ধন্যবাদ ছাৰ।

কিবা এটা অপ্ৰকাশ ৰাখি পুনৰ জনালে চীফে- প্ৰমোচন ঠিক এতিয়া নহয় আৰু কিছুদিনৰ পাছত কিন্তু ট্ৰেন্সফাৰ হ'ব লাগিব ইয়াৰ পৰা।

আনন্দৰ মাজতে অকণমান চিন্তাত পৰিল স্বপন– চ'ৰি ছাৰ কাইগুলি ইয়াতে দিয়া হ'লে বেয়া নাছিল নেকি ছাৰ।

কেলেই বাহিৰলৈ গৈ উন্নতি কৰাৰ মন নাই নেকি তোমাৰ।

সেইটো কোৱা নাই ছাৰ?

তেতিয়া হ'লে?

নহয় মানে ছাৰ ঘৰটো আধা সজা হৈ আছে।

ফাউণ্ডেশ্যন কেই মহলাৰ ৰাখিছা?

চাৰি মহলাৰ ছাৰ

কমেও পাঁচ মহলাৰ প্ৰভিজন ৰাখিব লাগিছিল।

নহয় ছাৰ মেইন ৰাস্তাৰ কাষত মাটি এডোখৰ বিচাৰি আছোঁ। তেতিয়া ৰাখিম ছাৰ।

থেঙ্কিউ চৌধুৰী। কথাত জোৰ থকা মানুহক মই ভাল পাওঁ।

স্বপনে ঘপহকৰে মনৰ গুপুত কথাষাৰ কৈ দি ভালেই কৰিলোঁনে বেয়াই কৰিলোঁ ভাবি ভয় খাই উঠিল। যদি ইমান টকা ক'ত পোৱাৰ প্ৰশ্ন উঠে তেতিয়া? অৱশ্যে কলিগে এইবোৰ বিষয়ে ভালকৈয়ে জানে। তথাপি আৰু কথাৰ যাতে অৱতাৰণা নহয় তাৰ বাবে সি আঁতৰি যোৱাই সমীচিন ভাবি লাহেকৈ জনালে— ছাৰ সেই বৃহৎ অঙ্কৰ টাৱাৰ আৰু নৈৰ ওপৰৰ দীঘল ব্ৰীজ দুখনৰ বাবে টেণ্ডাৰ মাৰিবলৈ কণ্ট্ৰেক্টৰ সোপা আহি মোৰ ৰুমত খোচামতি কৰি আছেহি। গতিকে মই যাওঁ নেকি ছাৰ।

মোৰ কাষলৈ যধেমধে ঠিকাদাৰবোৰ পঠায় নিদিবা আগেয়ে বাছনিত উঠাই ল'বা।

ছাৰ কথা হ'ল কেইবাকোটি টকাৰ টেণ্ডাৰ কিন্তু যিবোৰে দাবী কৰিছে তেওঁলোকৰ এজনৰো বেঙ্ক বেলেঞ্চ কোটি টকা বা পপাৰটি কোটি টকাৰ নায়েচোন।

এহ চোৱাঁ স্বপন পাছত কোনোবাই ধৰিলে দেখুৱাই দিবা কোনোবা সংগ্ৰামী সংগঠনৰ দলৰ হেঁচাত অথবা লোকেলিটিৰ দাবীত পৰি চৰকাৰৰ বা মিনিষ্টাৰৰ চিলেক্টেড্ পাৰ্চনক বেঙ্ক বেলেঞ্চ নোহোৱাকৈয়ে দিব লগা হ'ল বুলি। মুঠতে ভৱিষ্যত বচাই দূৰদৰ্শিতাৰে কাম কৰি যাবা হ'লতো।

উঠিবলৈ লৈ স্বপনৰ মনত পৰিল। আশা ভাৰষাৰে ওপৰৱালাক তোষিব- মোহিব পৰা বুদ্ধি কিছু হ'লেও ইতিমধ্যে তাৰ আয়ত্ত্ব হৈছে- অ' ছাৰ, এটা কথা এজনে খবৰ দিছে মেইন টাউনতে এটা থ্ৰি ষ্ট'ৰিড আনটো ফাইভ ষ্ট'ৰিড বিল্ডিঙ বিক্ৰী কৰি ব্যৱসায়ী কেইজন দেশলৈ যাবগৈ।

কেলেই?

আচলতে ছাৰ অতিৰিক্ত ডনেশ্যান, প্ৰাণৰ ভয় নিশ্চয়।

ব্যৱস্থা হয় যদি বেয়া নহ'ব। মোৰ ভাগিন ল'ৰাটোৰ নামত

তেনেহ'লে ছাৰ তেওঁলোক দুয়োজনকে আপোনাৰ কাষলৈ পাছত পঠিয়াই দিম নেকি ছাৰ।

এহ তুমিও যে আৰু। হেৰা ব্ৰীজ বা টাৱাৰৰ বাবে প্ৰথম শ্ৰেণীৰ চিলেক্টেড কণ্ট্ৰেক্টৰৰ যোগে কামটো সমাধা কৰি পেলাবা।

হ'ব ছাৰ মই মানে চেনেলটো পাহৰিয়েই গৈছিলোঁ ছাৰ।

বায় দি বায় এটা কথা স্বপন তোমাৰ বাৰু প্ৰমোচনটো দিয়াই ইয়াতে ৰখাৰ ব্যৱস্থাটো কৰাই দিম। অ' আৰু এটা কথা তোমাক ইয়ালৈ মতাই অনাৰ আচল কাৰণটো কোৱায় নাই নহয়।

অতি প্ৰসন্ন মনেৰে স্বপনে সুধিলে— কওক ছাৰ কি কামনো আপোনাৰ বাবে, যি কৰিবলৈ কয় মই তাকে কৰিবলৈ ৰাজী আছোঁ ছাৰ। প্ৰভুভক্ত স্বপনে যেন বিবেকৰ ভৰি দুটাত ধৰি নিজৰ মূৰত তুলি ল'ব।

এটা কথা চৌধুৰী মোৰ একমাত্ৰ ছোৱালী প্ৰিয়দৰ্শনি আজি অলপ পাছতে নিজৰ গাড়ীৰে গুৱাহাটীলৈ যাব। তাৰ পৰা কালিলৈ ফ্লাইটেৰে যাবগৈ মুম্বাইলৈ। কথা হ'ল, গাড়ী তাই গুৱাহাটীলৈ নিজে ড্ৰাইভ কৰি যাব । মাত্ৰ তাইক গুৱাহাটীত এৰি আহিব লাগে।

কাণমূৰ ৰঙা ছিঙা পৰি গ'ল স্বপনৰ । অলপ উৎসাহ অলপ দুৰ্বলতাৰে-সি জনালে — ছাৰ আপুনি যি আদেশ দিয়ে তাক মই মানিবলৈ বাধ্য। কিন্তু ছাৰ তাত ক'ত থাকিম আৰু ঘূৰি আহোঁতে

তাৰ বাবে তুমি চিন্তা নকৰিবা চৌধুৰী হোটেলৰ অভাৱ হোৱা নাই আৰু যদি প্ৰিয়দৰ্শনিয়ে কয় তেনে তুমি দুদিন ৱেট কৰিবা। তেতিয়া হ'লে আহোঁতে তাইৰ লগতে ঘূৰি আহিব পাৰিবা। ৰ'বা এটা কাম কৰা ঘূৰি অহাৰ বাছৰ ভাড়াটো মই তোমাক দি দিওঁ। ওপৰৰ জেপত এনেয়ে হাত সুমুৱাই স্বপনৰ মানসিক অৱস্থাটোলৈ নিৰীক্ষণ কৰিলে বিবেকে।

স্বপন যেন উচপ খাই বহাৰ পৰা উঠিল— ছাৰ কি কথা কয়, আপোনাৰ ছোৱালীৰ বাবে মই গাড়ীৰ পেট্ৰলৰ খৰচ হোটেলৰ ভাড়া ময়ে দিম, ফ্লাইটৰ টিকট ময়ে কাটি দিম ছাৰ। আপুনি অকণো চিন্তা নকৰিব ছাৰ। মাত্ৰ আশীৰ্বাদ কৰিব নিৰাপদে থৈ আহিবলৈ।

ইণ্টাৰভিউত উত্তীৰ্ণ হোৱা দেখি বিবেকে মনতে সন্তোষ পাই জনালে ধন্যবাদ চৌধুৰী। তেন্তে মই চিন্তা নকৰিলেও হ'ব। সেইবাবেইতো তোমাৰ ওপৰত নিশ্চিন্তে ভাৰ ন্যস্ত কৰিছোঁ। ঠিক আছে তুমি তেন্তে সাজু হোৱা মই ৰিং এটা কৰি প্ৰিয়দৰ্শনিক জনায় দিওঁ।

ছাৰ মই তেনেহ'লে ঘৰলৈ গৈ কথাতো কৈ থৈ আহোঁগৈ। নহ'লে দুদিন নাহিলে চিন্তা কৰিব ঘৰত।

অহ' নালাগে থাওক পলম হৈ যাব। মই বাৰু পিয়ন এটা পঠিয়াই তুমি হঠাৎ গুৱাহাটীলৈ যাব লগা হোৱা কথাটো জনাই দিম তোমাৰ ঘৰত। চোৱাঁ চৌধুৰী কিবা কাপোৰ কানিৰ প্ৰয়োজন হ'লে বহুত দোকান আছে নে কি কোৱাঁ।

হ'ব ছাৰ হ'ব মই সেইবোৰলৈ চিন্তাই কৰা নাই - মনে প্ৰাণে প্ৰস্তুত হ'ল স্বপন।

বিবেকে সন্তোষেৰে জনালে চৌধুৰী তুমি অফিচৰ গাড়ীখনকে লৈ মোৰ ঘৰত লৈ যোৱাঁ। মই বাক ৰিং এটা কৰি প্ৰিয়দৰ্শনিক কথাটো জনাই দিওঁ।

হ'ব ছাৰ মই আহোঁ তেন্তে— স্বপন উঠিল।

বেষ্ট অব জাৰ্ণী।

থেঙ্কিউ ভেৰি মাচ ছাৰ— উৎসাহ নিৰুৎসাহৰ মাজেৰে চীফৰ ছোৱালীয়ে চাকৰেই বোৱাইনে আদৰেই কৰে মূৰতে উঠাই নে মাটিতে বহুৱাই? মই কিন্তু সমীহ কৰি চলিব লাগিব কাৰণ যেনে হ'লেও চীফৰ ছোৱালী - ভাবি ভাবি সি ওলাই আহিল।

চীফে লগে লগে ৰিচিভাৰটো উঠাই ল'লে মৰমৰ জী প্ৰিয়দৰ্শনিক শুভেচ্ছা জ্ঞাপন কৰিবৰ বাবে।

মানুহটোৱে জোপা-জুপি কিবা বাট হেৰোৱাই বিচৰা যেন দেখি প্ৰণতিয়ে সহানুভূতিৰে ওলায় আহি সুধিলে কাক বিচাৰিছা বোপা।

স্বপন চৌধুৰী ছাৰৰ ঘৰটো বিচাৰিছোঁ মই।

এইটোৱেই হয়। কোঁৱাচোন কাক লাগে।

এহ্ মই মানে কেইমাহ্ মানৰ আগেয়ে আহিছিলোঁ তেতিয়া ঘৰটো বেলেগ আছিল। এতিয়াতো ধৰিবই নোৱাৰা হ'ল দেখিছোঁ।

কোৱাঁচোন কিবা কথা আছিল নেকি?

ব'লক আই ভিতৰলৈ যাওঁ।

বাহিৰা ক'ত বোপা। পুৰণি ঘৰটো ভঙাৰ বাবে মই বৰ্তমান গোঁসাই ঘৰটোতে আছোঁ।

গম পাইছোঁ ছাৰে কৈ পঠিয়াইছে আৰু কৈছে গোঁসাই মন্দিৰটো ভঙাত বাধা দিবলৈ আপোনাক মনা কৰি পঠিয়াইছে আৰু আপুনি চকীদাৰটোৰ লগত থাকিবলৈ বেয়া পালে টিঙৰ বেৰা দি সজা ঘৰটোতে আপোনাক নিশা অকণমান কাণসাৰ ৰাখি শুবলৈ কৈছে।

প্ৰণতিয়ে মুখেৰে হুমুনিয়াহ এটা এৰি সুধিলে— আৰু কি কৈ পঠিয়াইছে কৈ যোৱাঁচোন।

প্ৰণতিৰ ম্লান পৰি অহা অন্যমনস্ক মুখখনলৈ চাই পিয়নে জনালে আই আপোনাৰ যে বৰ সৌভাগ্য দেই।

বাৰু মোৰ ভাগ্যৰ কথা দোহাৰিবলৈ তোমাক পঠিওৱাৰ কাৰণটো মই নুবুজিলোঁ।

অহ' কথাৰ প্ৰসঙ্গত মই পাহৰিলোৱেই। ছাৰ এইমাত্ৰ জৰুৰী কামত গুৱাহাটীলৈ গ'ল।

আচৰিত হ'ল প্ৰণতি- আৰে এই সময়ত প্ৰাইভেট বাছ, চৰকাৰী বাছ বা ট্ৰেইন আমাৰ ইয়াৰ পৰা গুৱাহাটীলৈ যায় জানোঁ।

সেইয়েটো কৈছোঁ আপোনাৰ সৌভাগ্য।

মই মানে বুজা নাই— প্ৰশ্নবোধক চাৱনিৰে চাই ব'ল পিয়নটোলৈ প্ৰণতিয়ে।

হেৰি মানে আপোনাৰ এইফালে অট্টালিকা আৰম্ভ সিপিনে ছাৰৰ ভাগ্য আৰু ফুলিছে।

প্ৰণতি গহীন হৈ পৰিল - কথা নবঢ়াবা আচল কথাটো কোৱাঁ— আৰু বিপদ চাপিল যেন অনুভৱ হৈ তেওঁৰ মন শঙ্কিত হৈ উঠিল।

বুজিছে আই আমি অফিচত গম পাইছোঁ চীফ ছাৰৰ একমাত্ৰ ছোৱালী প্ৰিয় দৰ্শনিবাক আমাৰ এইয়া ছাৰলৈ দিবলৈ মন মেলিছে। সেই কাৰণেইতো আজি প্ৰিয়াবাৰ গাড়ীত ছাৰক অকলে পঠিয়াইছে। এতিয়া বুজিলেতো আপোনাৰ এইখন ভাগ্য নহয় দেই সৌভাগ্য।

মানুহটোৱে আঁসে পাই যোৱা দেখি প্ৰণতিৰ খং উঠিল। তুমি এতিয়া ইয়াৰ পৰা যাব পাৰা। নাজানা তুমি তাৰ বিয়াৰ যোগাৰ হৈ গৈছে বুলি।

ই কিহৰ চিন্তা। আপুনি বিয়াৰ যোগাৰ কৰিব নালাগে নহয়। আমাৰ চীফ ছাৰে ফাইভষ্টাৰ হোটেলখনকে চাৰি দিনলৈ ভাড়ালৈ ল'ব। আহোঁ তেনে মই নমস্কাৰ আই প্ৰণতিয়ে বেয়া পোৱা যেন দেখি সি আৰু নৰ'ল ওলায় আহিল।

প্ৰণতিৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। সন্দেহ উপজি তেওঁ ভাবিলে - সেইদিনা স্বপনে অলঙ্কৃতাক আঙঠি পিন্ধাবলৈ দ্বিদ্ধাবোধ কৰিছিল নেকি বাৰু? কথা আগ নাবাঢ়োঁতেই বোকাৰ পদুম এৰি কাগজৰ ফুলত সৌন্দৰ্য্য বিচাৰি পোৱাৰ আগতেই সহৃদয়শীলা গুণৱতী অলঙ্কৃতাৰ লগত বিয়াখন শীঘ্ৰে পাতি দিবই লাগিব। কিন্তু তাৰ বাবে স্বপন ঘূৰি আহিব কেতিয়া বাৰু? অ'হ মানুহটোক কথাটো সুধিবলৈকে নহ'ল নহয়। তেওঁ ডিঙি মেলি দূৰলৈকে চালে . নাই মানুহটো চাইকেল চলাই কোবেৰে আলি কেঁকুৰিটো পাৰহৈ গ'লেই ইতিমধ্যে।

চাৰি আলিৰ মুখৰ ৰাস্তাৰ কাষৰ বৃহৎ কায় আহঁত গছজোপাৰ তলত অৱস্থিত 'বদন হোটেল''। দিনৰ বেলা ইয়াত আহাৰগ্ৰাহী লোকৰ সংখ্যা তেনেই নগণ্য। চুলাই মদৰ দোকান বুলি বহুতে ইয়াত সোমাবলৈ ভয়ো কৰে। কিছুমানে ঘৃণা কৰে। কিছুমানে আকৌ দিনত ইয়াত সোমালে ভদ্ৰলোকৰ চকুত হেয় প্ৰতিপন্ন হয় বুলি নিশা চুপে চাপে সোমাযহি। মাজে সময়ে পুলিচৰ দল, একোজন ইন্সপেক্টৰৰ লগত ইয়াত সোমায়। আকৌ অলপ সময়ৰ পাছতে প্ৰমাণ হাতে লোটে ননাকৈ কেতিয়াবা তেওঁলোকে ৰুমালেৰে তিতা মুখ মোহাৰি কেতিয়াবা হাতত টিপনি ধৰি আৰু কেতিয়াবা ওপৰ জেপত সন্তোষেৰে হাত সুমুৱাই ওলায় অহা অৱশ্যে বহুতেই দেখা পাইছে।

যাই হওক সন্ধিয়া পাঁচ বজাৰ লগে লগে দিন হাজিৰা কৰা ৰাজমিস্ত্ৰি, কাঠমিস্ত্ৰি যোগালি ইটা-বালি যোগান ধৰোঁতা নিজকে শেঠ, অৰ্থবান, মালদাৰ বুলি ভবা সৰু বৰ ঠিকাদাৰ আহি এই হোটেলৰ আড্ডাত বহি যায়হি। যেয়ে যেনেকৈ পায় হাতে, টেবুলে চকীয়ে, মাটিয়ে বহি সাধাৰণ দ্ৰব্যৰ পৰা উচ্চ মূল্যৰ দ্ৰব্য দুৰ্গন্ধি সুগন্ধি পনিয়ত অভ্যস্ত হয়। ইয়াত আলোচনা সমালোচনা হয়। ইজনে সিজনৰ মাজত ক'ত কোনে কিমান ঠগ খালে। কোনে কি বস্তু কিমান কম বা বেছি মূল্যত ঠগি বেচিলে। ক'ত কেনেকৈ কাৰ লগত কন্ট্ৰেক কৰি ইটা বালি পেলাব, শিলগুটিত মাটি মিহলাই পেলাব। সেইবোৰৰ পৰা চান কাঢ়ি নিব লাগিব। ইটাৰ ঠাক গন্তিত কেনেকৈ ঠাক মিলাই দুচপৰা ওপৰত ছটিয়াই গ্ৰাহকক বেছিকৈ আনিছো বুলি আভুৱা ভাৰিব লাগিব। জীৱনত একেবাৰেই ঘৰ সজা অভিজ্ঞতা নথকা বাবুসকলক দুটা মিঠা কথা কৈ সৰ্বজ্ঞ যেন দেখুৱাই চিমেণ্টৰ বস্তা কম দামত আনি দিম বুলি চিমেণ্টৰ বস্তাৰ পৰা চিমেণ্ট উলিয়াই তাত পাম্পেৰে সৰু ফুটা কৰি পলশ সুমুৱাই বেচিব লাগিব। গোটা বন্ধা চিমেণ্ট কেনেকৈ মেচিনত ভাঙি দোকানীৰ লগত হাত মিলাই কমিশ্যন লৈ মালিকক ঠগিব লাগিব। কোন দোকানৰ মালিকক তাৰ চিনাকী দোকান বুলি লৈ গ'লে কিমান কমিশ্যন পাব। ক'ৰ পৰা লোহা, কাঠ চুৰ কৰি ক'ৰ পৰা ক'ত দিব লাগিব। কাঠৰ মিলৰ মালিকৰ লগত মিল হৈ শিমলু কাঠক বগা হলশ কাঠ বুলি কিনাব লাগিব। চিমেণ্ট চুৰ কৰিব পাৰিলে মছলাত কম চিমেণ্ট দি ৱাল প্লাষ্টাৰ কৰিব লাগিব। চিমেণ্ট চুৰি কৰিব নোৱাৰিলে বেছি চিমেণ্ট মিলাই নষ্ট কৰি প্লাষ্টাৰ কৰিব। কাৰ পানীৰ পাম্প বেয়া তাক কেনেকৈ ঠগি পাৰ্টচ বদলাই সাধাৰণ কাৰণক বৃহৎ দেখুৱাই টকা লুটিব লাগিব। চাটা ৰিঙত গজাল মাৰোতে কিমান গজাল কেনেকৈ চুৰি কৰি কোন দোকানিক বেচিব লাগিব। নতুনকৈ ঘৰসজা

মালিকবোৰক কেনেকৈ চাদ বা চাজাৰ লোহা বান্ধোতে চাঙা বা চাদ ভাগি পৰাকৈ বড তলৰ ঠাইত ওপৰত আকৌ ওপৰৰ ঠাইত তলকৈ বান্ধি অস্থায়ীভাৱে কাম কৰি ভৱিষ্যত ৰিপিয়াৰিঙ কৰি থাকিব লগা হোৱাকৈ সুৰুঙা ৰাখিব ইত্যাদিৰ ওপৰিও কোন কোন মালিকে কোন মিস্ত্ৰিক বেয়া কামৰ বাবে মাৰিলে বা খেদিলে তাঁলৈ আকৌ কোন মিস্ত্ৰি গৈছে তাক কৈ আকৌ পোতক তুলিব লাগিব। হাজিৰা বঢ়াই নি থাকিব লাগিব বছৰি। আৰু কোনে দেশলৈ টকা মণি অৰ্ডাৰ কৰি পঠিয়াওঁতে কি ব্যাঘ্ৰাট ঘটিল, কেনোবা পষ্ট মাষ্টৰে খালেনে কোনোবা দালালে খালে। বিদেশত থকা ভায়েকে, বাপেক, মামাক ছাছাক মৰিল বুলি কেনেকৈ কেইবাৰ ফাকি দি টকা লুটি খালে। কাৰ মাটি ভায়ে বা ছাছায় ঠগি খালে ইত্যাদিবোৰ গাপ বা আলোচনা চলে এই আড্ডাবোৰত।

কিছুমান সাংঘাটিক কথাৰ লগতে ইয়াত এনেকুৱা কিছুমান বিষাক্ত কণ্ট্ৰেক্টৰ আছে তেওঁলোকে বিষয়াৰ পৰা নগদ ধন আদায় কৰিবলৈ নাৰী ব্যৱসায় আৰু কোনো বিষযাৰ পৰা টকা সময়মতে নাপালে বা বিল পাছ সময় মতে কৰি নিদিলে তাৰ ব্যৱস্থা লবলৈ প্ৰফেশ্যনেল গুণ্ডা ৰাখে। এনে গুণ্ডাই হঠাৎ ৰাস্তাৰ ওপৰত বা বজাৰত মানুহৰ মাজত ইঞ্জিনীয়াৰ, চেক্সনেল অফিচাৰ, বৰবাবু বা মালিকক বুকুত ধৰি বা ঘুঁচিয়াই হতাহতি কৰি অপমান কৰি মৃত্যুৰ ভয় দেখুৱাই কয- লেবাৰে কি নোখোৱাকৈ থাকিব নেকি বা আমাক ঠিকাদাৰে পইচা দিয়া নাই। তই আজিয়েই বিল পাছ কৰি দিবি ইত্যাদিৰে কিছুমান কণ্ট্ৰেক্টৰে ধন আদায় কৰি কাম সমাধা কৰে।

লোকেন ঠিকাদাৰে নিজে বটলৰ মুখে খায আধা বটল আগবঢ়াই দি ক'লে - ঐ ইদ্ৰিচ ল খাই ল।

ইদ্ৰিচে বাকীখিনি মুখত ঢালিলৈ ক'লে কোঁৱা ভায় লোকেন।

চা ইদ্ৰিচ স্বপন ইঞ্জিনীয়াৰ চীফ ইঞ্জিনীয়াৰৰ লগত পেক হৈ আমাৰ দোস্তৰ কামটো এইবাৰ সুকুমাৰ ঠিকাদাৰক দি দিলে।

অচ্ছা আচ্ছা শুনিছোঁ আৰু এটা কথা আমাৰ দেবেন সিঙে টেণ্ডাৰৰ লগত চেক গাঁঠি দিলে তথাপি সিঙক নিদি লোকেল বুলি ন যোৱান কোনোবা বিদ্ৰোহী সংগঠনৰ কামত আও ভাও নোপোৱা এৰা ধৰা ল'ৰা এটাকহে দিলে। মই এইটো বিষয়ে জোচেফৰ লগত কথা পাতিছোঁ।

চা ইদ্ৰিচ কামটো সোনকালে কৰ তেহে আমাৰ ফিল্ডখন ৰ'ব।

এই চোৰা ভাই লোকেন কাই, স্বপন হ'ল জোৱান ইঞ্জিনীযাৰ আদহীয়া হ'লে লগা থপা কৰিবলৈ সুবিধা থাকে কিন্তু স্বপনেতো ওলোটাই হাত উঠাবই আৰু দামী ওণৰৱালা

লগৰীয়া আছে বটল ফ্ৰেণ্ড আছে গতিকে গুলিলৈ ও ভয়। তাতে তাৰ চীফ আৰু ডাইৰেক্টৰৰ লগত একে নলীয়ে ৰস যায় বুলিও শুনিছোঁ।

কথা শুনি চিন্তাত পৰিল লোকেন। তেনেহ'লে ইদ্ৰিচ কি কৰিব পাৰিবি ক ? মুঠতে স্বপনক উফৰাব নোৱাৰিলে ভৱিষ্যতেও আমাৰ জাল মাৰি খোৱা বিলখন বন্ধ হৈ যাব।

বুজিছা লোকেনকাই এটা ঝেণ্ডিয়া কাঁইটিয়া মানুহ আছে বহুতে তাক পাকিস্থানী বঙ্গলা দেশি বহিৰাগত বুলি কয়। তাৰ কিন্তু মতাৰ পৰা মাইকীলৈকে সম্বন্ধ। থাকেও সি জঘন্যতম বস্তিত। দেখাত যেনেকুৱা কুৎচিত বেয়া নষ্ট চৰিত্ৰ, কামৰ বাবেও তেনেকুৱা পৰিচিত। বস্তিলৈ প্ৰতিদিনে পুলিচ গৈ প্ৰথমতে তাকহে লগ ধৰে। তাৰ মতেহে বস্তিৰ কালপ্ৰিটবোৰক আনিব নিব পাৰে। বুজিছা কাইটি পৃথিৱীত সি নোৱাৰা বেয়া কাম মুঠতে একো নাই। নাম তাৰ জঙ্গীখনা কিন্তু তাক বস্তিৰ মানুহে সঙ্গীজান বুলি আঁকোৱালি লয়।

চাব্বাচ দোস্ত- গভীৰ উল্লাহত ইদ্ৰিচৰ পিঠিত থপৰিয়াই লোকেনে পৰম সন্তোষেৰে ক'লৈ হ'ব তেনে মই সময়মতে কম বাৰু।

এনেতে ক্ৰুকছ আহি ইদ্ৰিচৰ চকীতে ঠেলা ঠেলিকৈ বহিলহি - আৰে দোস্ত মোৰ প্ৰাপ্যতো কেতিয়াকৈ আদায় কৰিবি। মইতো কামটো হাচিল কৰি দিলোঁ। কমটি ৰিস্কলৈ ইয়াৰ চুৰি মাল তাত পেলাই মাৰ খোৱা টকা উলিয়াই দিলোঁ।

ঐ পোৱালি আৰু এটা বটল লৈ আহ কৈয়ে লোকেন বহাৰ পৰা লাহেকৈ উঠিল। চা ক্ৰুকছ চাব্বাচ তই মোক মদত কৰিলি কিন্তু পক্কা কালিলৈ টকা আহি যাব। কছম কালিলৈ তোক ইয়াতে মই পেমেণ্ট কৰিম। খাই ল' ভাই বটল এটা। মই আহোঁ ইদ্ৰিচ। বহ বাৰু ক্ৰুকছ কৈয়ে কোনো কথালৈ অপেক্ষা নকৰি লোকেন আহি চন্দুকত পইচা থোৱা মেনেজাৰক টকা পঞ্চাশটা জেপৰ পৰা উলিয়াই দি বাকী থাকিলে পাছত দিম বুলি কৈ বৰ মানুহটোৰ দৰে ওলায় আহি মটৰ চাইকেলখন ষ্টাৰ্ট কৰি গুচি গ'ল।

ক্ৰুকছ আৰু ইদ্ৰিচে একো নামাতি লোকেন যোৱাৰ ফালে চাই ভাবিলে বৰ মানুহ দেখুৱাবোৰৰ কথাই এনেকুৱা।

ইদ্ৰিচে ক'লে - চা ভাই ক্ৰুকছ মাফত অহা টকা গতিকে আধা পালেও যথেষ্ট।

বয়টোৱে দেশী মদৰ বটলটো আনি টেবুলৰ ওপৰত থোৱাৰ লগে লগে ক্ৰুকছে কাক খুলি বাকি দিলে মুখখন মেলিলৈ।

চকুত লগাকৈ কাৰু-কাৰ্যৰে ৰঙচঙিয়া কৰি তোলা ঘৰটো দেখি স্বপনে উত্ৰাৱল হৈ গাড়ীখনৰ পৰা নামি দৌৰি ভিতৰলৈ সোমায় আহিল মা মা ক'ত আছা। আমাৰ ঘৰ হৈ গ'ল ন।

কৰোবাৰ উচ্ছ্বাসিত মাত শুনি উৰুলিকৃত হৈ ঢাপলি মেলি অহা যেন ভাবি মাকো টিঙৰ দুৱাৰৰ জাপখন খুলি ওলায় আহি পুতেকক দেখি মনলৈ অকণমান শান্ত্বনা আহি সুধিলে– তই আহিলি মোৰ স্বপন।

মা তুমি ক'ত আছিলা নো।

তই কোৱা মতেই মই গোঁসাই জনালৈ গুদাম ঘৰটোতে আছোঁ।

অকলে আছা নেকি মা।

নহয় ভগবান ভগৱতী আছে মোৰ লগতে ।

নতুন ঘৰটোত নাথাকিলা কেলেই মা।

নতুন ঘৰটোত প্ৰথমে গোঁসাই গোসাঁনীৰ পূজা এভাগ নকৰাকৈ পোনেই থাকিবলৈ লোৱাতো উচিত নহয় আৰু তই আহি পোৱাহি নাছিলি বাবে আছো আৰু। বাৰু তই আহোঁতে ইমান দিন কৰিলি যে?

মই মানে মুম্বাইলৈ যাব লগা হ'ল মা।

হঠাৎ মুম্বাইলৈ যাব লগা হ'ল যে– মাকৰ মনত সন্দেহ ঘণীভূত হ'ল প্ৰিয়দৰ্শনিৰ বাবে।

চিনেমা চুটিং আছিল মা।

মাকে আচৰিত হৈ প্ৰশ্ন কৰিলে- তই অভিনয় কৰিব নজনা ল'ৰাটোৱে চিনেমা চুটিং কৰিবলৈ পালি কেনেকৈ?

নহয় মা যাব লগা হ'ল আৰু আনৰ লগত– সি কথাৰ সুৰ সলাবলৈ চেষ্টা কৰিলে আচল কথাটো ওলায় পৰাৰ ভয়ত– এতিয়া মা সেইবোৰ কথা বাদ দিয়া। বৰ ভাগৰ লাগি আহিছে।

মাকে চাব মাৰি ধৰিলে - তই আচল কথাতো কচোন বাৰু স্বপন।

ইতিমধ্যে নতুন মাৰুতী কাৰখন ড্ৰাইভাৰে সুমুৱাই আনি ঘৰৰ সন্মুখত ৰখালেহি।

অ' মা ক'বলৈ পাহৰিছিলোঁৱেই - চোৱাঁ মা মই এইখন গাড়ী ল'লো তুমিও উঠিব

পাৰিবা।

কথা শুনি চকুৰ আগত দেখি স্তম্ভিত হৈ পৰিল প্ৰণতি গাড়ী ললি? ইমানবোৰ পইচা পালি ক'ত তই?

মা চাকৰি ডাঙৰ হ'লে ওপৰমহলত হাত থাকিলে যোগাযোগৰ সাৰথি হ'লে মানুহে নিজে কিনিব নালাগে নহয়। প্ৰেজেণ্ট দিয়ে। মোকো ধৰা গাড়ী ঘৰ প্ৰেজেণ্ট দিছে।

স্বপন তোক মই আজিয়েই ক'লোঁ বৰঁকৈ মুখ মেলিলে কিন্তু মুখ ফাটে উদৰত অত্যাধিক সুমুৱালে আলচাৰ হোৱাৰ পাছত কেন্সাৰ হোৱাৰ সম্ভাৱনা।

প্ৰিয়দৰ্শনিৰ প্ৰেমে উশৃঙ্খল কৰি দোমোজাত পেলোৱা। স্বপনে মাকক তোষামোদ কৰাৰ প্ৰচেষ্টা কৰিলে- মা মোৰ বাবেতো গাড়ীখন লোৱা নাই নহয় তুমিওটো উঠিবা।

তইঁতৰ সুখেই মোৰ চিৰ সুখ। তোৰ লগত গাড়ীত অলঙ্কৃতাক সন্তোষেৰে উঠি ফুৰা দেখিলেই মোৰ আনন্দ হ'ব।

অলঙ্কৃতাৰ কথা শুনি স্বপন যেন আতঙ্কিত হৈ উঠিল। প্ৰিয়দৰ্শনিৰ আভিজাত্য পূৰ্ণ আধুনিক প্ৰেমে মন-প্ৰাণ গ্ৰাস কৰি পেলোৱা স্বপনে জনালে এতিয়া অলঙ্কৃতাৰ লগত বিয়াৰ কথা বাদ দিয়াচোন। মোৰ আৰু বহুত কাম কৰিবলৈ বাকী আছে।

প্ৰবল শঙ্কাত মাকৰ মন গাজি উঠিল- সাত পুৰুষৰ শপত তই এইকেইটা দিনতে পুৰোহিতে চাই দিয়া মঙ্গল ক্ষণত অলঙ্কৃতাৰ লগত বিয়া পাতিবই লাগিব। আহ এতিয়া ভিতৰলৈ।

হ'ব মা তুমি তোমাৰ তালৈ যোৱাঁ, মই মোৰ ঘৰত সোমাওঁ- অসহ্য লাগি গ'ল স্বপনৰ খেলি মেলি মনটোত। আঙঠি পিন্ধোৱা অলঙ্কৃতাজনীয়ে যেন কাল হৈ মূৰতো খালে। লগতে মাকৰ শপতে তাৰ চঞ্চল মনটো খেলি মেলি কৰি দিলে।

চা স্বপন তই আহিবি বুলি মই কেইবাটাও সোমবাৰ থিক কৰিলোঁ শ্ৰী শ্ৰী শিৱপূজা এভাগ পাতি ঘৰটো লৈ থ'ম বুলি। এতিয়া তই আহিলি যেতিয়া অহা সোমবাৰে পাৰিলে দিনত শ্ৰী শ্ৰী শিৱ পূজা ভাগ আৰু সন্ধিয়া শ্ৰী শ্ৰী সত্যনাৰায়ণ পূজা ভাগ পাতি দুজনমান গুৰু স্থানীয় লোকৰ আশীষ লৈ ওচৰ চুবুৰীয়া কেইঘৰ নিমন্ত্ৰণ কৰি ঘৰটো লৈ থ'ব লাগিব।

বাদ দিয়া মা ভগৱান আহি ঘৰটো সাজি দিয়াহি নাই নহয়। মই নিজৰ বলত সজা ঘৰ, গতিকে মই নিজেই সোমাম। ইচ্ছা নাথাকিলে তুমি বৰ্তমান য'ত আছা ত'তে থাকা— কৈয়ে উদ্বিগ্নভাৱে জনালে— ড্ৰাইভাৰ আহাঁ আজি ৰাতিতো মোৰ ঘৰতে কটাবা কালিলৈ পুৱা মই তোমাক গুৱাহাটীৰ বাছত টিকট কৰি দি উঠাই দিম বাৰু।

স্বপনৰ পাছে পাছে বাক বিতণ্ডা শুনি আচৰিত হোৱা ড্ৰাইভাৰ নতুন ঘৰৰ ভিতৰলৈ সোমায় আহিল।

প্ৰণতিয়ে যেনেকৈয়ে নহওক পুতেক নতুন ঘৰত সোমোৱাৰ আনন্দত অধীৰ হৈ ভোক লাগি অহা বুলি ভবা পুতেক আৰু আলহীলৈ বুলি ভাত ৰান্ধিবৰ বাবে লবালৰিকৈ আশ্ৰয় স্থল গুদাম ঘৰটোত আহি সোমালহি।

পুতেক স্বপন সোমায় আহি আনন্দত চোফাৰ চকী এখনত বহি চকু কেইটা আলাসত মেলি দি প্ৰিয়দৰ্শনীৰ লগত প্ৰেমৰ জীৱন কটোৱাৰ স্বপ্নত বিভোৰ হৈ আনন্দময় সদা সুখময় স্বৰ্গখন যেন হাততে ঢুকি পালে এতিয়া।

মাকে টিঙৰ বেৰৰ বন্ধ গুদামত খৰিৰ আবদ্ধ ধোঁৱাৰ গ্ৰাসত বাধ্যত পৰি চকুকেইটা মুদি দি পুতেক আৰু অলংকৃতাৰ ভৱিষ্যতৰ দুঃশ্চিন্তাতে যেন দুঃস্বপ্ন দেখিলে তেতিয়া।

সন্ধিয়া ভাগিল নিশা আহিল স্বপনহঁতে হোটেলত ভাত খাই আহি ঘৰ সোমায় আৰামত শুলেহি।

মাকে ভাত আঞ্জা বাঢ়ি পুতেকহঁত অহালৈ বাট চাই ৰ'ল। নিশা দোভাগ হ'ল তথাপি মাকে আলহী আৰু পুতেক দেৰিকৈ হ'লেও আহি সোমাবহি বুলি চকুকেইটা মুদি বাট চায় থাকিল।

পুৱতি নিশা প্ৰণতিয়ে সাৰ পালে দেখে ফেহুঁজালি দিলে। তেওঁ শেতেলি ত্যাগ কৰি দুৱাৰ খুলিলে। সেই মুহূৰ্ততে তেওঁ স্বপনক গেট খুলি ওলায় যোৱা দেখা পালে। মনতে ভাবিলে স্বপন ইমান পুৱাতে কেনি বাৰু ওলাল? নিশ্চয় কালিৰ কথাৰ বাবে অলংকৃতাৰ ঘৰলৈ যোৱাতোকে ধৰি ল'লে। উধাতু খায় প্ৰণতিয়ে প্ৰাতঃ কাৰ্য সমাপন কৰি দমকলৰ কাষ চাপিলে। বাল্টিঙত পানী মাৰি হুকৰ্ষকৈ গাত ঢালিলে পূৱফালে মুখকৈ গাৰ চাদৰ খন খুলি চেপিলৈ গা মুচিলে। লবালৰিকৈ সোমায় আহি প্ৰথমে কাপোৰ সলালে। কাঁহৰ লোটাতো আনিলে। গোঁসাই ঠাইখন মচি কঠ পাৰি বহিলে। ধূপ চাকি জ্বলালে। ৰঙা বগা চন্দন পিহিলে। কোষা অৰ্ঘাত ঘটৰ পৰা পানী লৈ গোঁসাই স্নান কৰালে। যোৱা আবেলি তুলি থোৱা ফুল, বেলপাতত ৰঙা বগা চন্দন সানি নেত্ৰ মুদি ধ্যায়ে নিত্যং মন্ত্ৰৰে গোঁসাইক হৃদয়ত আৰাধি ভগৱানৰ চৰণত অৰ্পিলে। ৰঙা জবা ফুল আৰু বেলপাতত ৰঙা চন্দন লগায় সৰ্ব মঙ্গলে বুলি ধ্যান কৰি মা দুৰ্গা দেৱীৰ চৰণ পূজিলে। জপ কৰিলে ধ্যান সামৰিলে। ভগৱান ভগৱতীৰ চৰণত জীৱন অৰ্পি সষ্টাঙ্গে প্ৰণিপাত জনালে। আঁঠুকাঢ়িলে গোঁসাই থাপনাত ঢাকি থৈ সামৰিলে। নিৰ্মালি শিৰত লৈ সভক্তিৰে কাণত থৈ গোঁসাই পদজল খালে। তাৰ পাছত উঠি আহি পূবলৈ মুখ কৰি সূৰ্য দেৱতাক সৰ্বপাপ মোচন কৰি দিনটো উজ্জ্বল কৰি তুলিবলৈ প্ৰাৰ্থনা কৰি আহি দুৱাৰখন জপাই

সেই ঘৰুৱা সাজেৰে অলঙ্কৃতাৰ ঘৰলৈ ঢাপলি মেলিলে।

এইফালে অলঙ্কৃতাৰ ঘৰত স্বপনৰ প্ৰচেষ্টা চলিল— চোৱাঁ অলঙ্কৃতা তুমি আৰু অলপ পঢ়াঁ। এতিয়া তোমাৰ বিয়াৰ কথা ভাবিবৰ হোৱা নাই। বিয়াৰ বয়স বহুত বাকী আছে। মোৰো বহুত কাম কৰিবলৈ বাকী আছে।

স্বপনদা চাওক জীয়াই থকাৰ কালত মানুহৰ জ্ঞান আহৰণ আৰু কৰ্ম্ম লগতে চিন্তাৰ অন্ত নাই। এতিয়া মানুহে মোক দেখিলেই ধেমালিতে আপোনাৰ লগত বিয়াৰ বিষয়লৈ মোক জোকায় থাকে।

সুণিত ওলায় আহি স্বপনৰ কাষতে বহিলহি । আজি স্বপন ইমান পুৱাতে আহিলা যে। ভাল খবৰ আছে যেন পাইছো।

ৰুবীও ওলায় আহি হাঁহি বিৰিঙাই আনন্দেৰে সুধিলে— স্বপন তোমাৰ ঘৰ হৈ গ'ল নহয় পিছে মিঠাই ক'তা।

স্বপনে একেলগে উত্তৰ দিলে আৰু এটা ভাল খবৰ।

অলঙ্কৃতাই ঔৎস্যুকেৰে চাই ৰ'ল স্বপনলৈ।

এখন গাড়ীও কিনিলোঁ।

কথাশুনি অলঙ্কৃতাৰ চকুহাল উজ্বল হৈ উঠিল। গভীৰ উল্লাসত উথলি উঠিল তাইৰ অন্তৰখন।

বাহ্ বাহ্ স্বপন তোমাক মানিব লাগিব দেই ধন্যবাদ। সুণিতে পৰম সন্তোষেৰে জনালে।

ৰুবীয়ে তাতোকৈ আৱেগেৰে জনালে স্বপন তোমাক পৰমেশ্বৰে সকলো ফালে আগবঢ়াই নিজে আৰু উন্নতি হওক তোমাৰ।

তুমি কালি পালাহি স্বপন।

হয় খুড়া।

ৰুবীয়ে ধেমালি কৰিলে পিছে মিঠাই ক'তা? অলঙ্কৃতাক মনে মনে দিলাহি যেন পাইছোঁ।

ক'তা মোক মিঠাই দিয়াহি নাই স্বপনদাই। আপোনালোকলৈও পাহৰিলে যেনহে পাইছোঁ।

ৰুবীয়ে মৰম লগাকৈ ক'লে — আমালৈ পাহৰক বাৰু তোমালৈ নাপাহৰিলেই ৰক্ষা। অলঙ্কৃতা তুমি এতিয়া চাহ জলপান কৰি আনি প্ৰথমে দুয়ো খাই স্বপনৰ লগতে যোৱাঁ

নতুন গাড়ীত উঠি চহৰখনত পাক এটা মাৰি আহাঁগৈ।

ৰ'ব ৰ'ব খুড়ী গাডী নিশিকাকৈয়ে উঠাম কেনেকৈ। কালি গুৱাহাটীৰ পৰা ড্ৰাইভাৰ এজনে গাডীখন থৈ গ'লহি।

সোনকালে শিকি লোৱা আকৌ ড্ৰাইভাৰ ৰাখিলে বহুত পইচা যাব নহ'লে।

চাইকেল চলাব নজনা ল'ৰাটোৱে হঠাৎ গাড়ী চলাম কেনেকৈ খুডা। অৱশ্যে পেট্ৰলৰ পৰা গাডীৰ সমস্ত ব্যয় চৰকাৰে বহন কৰিব।

ৰুবীয়ে অতি উলাহেৰে জনালে হ'ব বাৰু ঈশ্বৰে আৰু মঙ্গল কৰক তোমাৰ। এই সকলোবোৰ কিন্তু বাইদেউৰ মানে তোমাৰ মাৰৰ ধৰ্মৰ ফল্ দেই।

হাতৰ ঘডীটোলৈ চালে স্বপনে— খুড়া-খুড়ী মই আৰু নবহোঁ। আচলতে অলঙ্কৃতাক কথা এটা কৈ যাবলৈহে আহিছিলোঁ মই।

ধেমালি কৰিলে ৰুবীয়ে— এৰা এতিয়াতো সকলো কথাতে অলঙ্কৃতাকহে। আমিতো আৰু কথাৰ ভাগ ক'ত পামনো। হিয়াভৰা আবেগৰ আলোচনাৰ ভাগ আমাক নালাগে বাৰু।

অলঙ্কৃতাই অকণমান গহীন হৈ জনালে— স্বপনদা কৈ দিয়ক মামা-মামীক মোক ক'বলৈ অহা কথাতো। সেইবোৰ কথা মোক ক'লে কি লাভ হ'ব।

কিনো কথা আমিও শুনোচোন বাৰু কোৱাঁচোন স্বপন।

নহয় মানে খুডা। আমাৰ বিয়াখন মায়ে বন্দোবস্ত কৰাৰ দৰে এতিয়াই ঘপহকৈ নাপাতো বুলি বুজাই কৈছো।

কথা শুনি সুণিত আৰু ৰুবী গহীন হৈ পৰিল। কথাতো মনঃপুত নোহোৱাত অকণো ভাল নালাগিল দুয়োৰে।

ৰুবীয়ে জোৰ দি ক'লে— চোৱাঁ স্বপন শুভকাম শীঘ্ৰে সমাধা হ'ব লাগে। তোমাৰ মায়েও তোমালোকৰ বিয়াখনলৈ অধীৰভাৱে অপেক্ষা কৰি আছে। জীয়াই থকা কালছোৱাত মাক অকণমান বোৱাৰীৰ হতুৱাই আৰ্লপৈচান ধৰি সুখ দিয়াতোহে পুতেকৰ কৰ্ত্তব্য।

চাওক খুড়ী বিয়া নাপাতো বুলিতো মই কোৱা নাই নহয়। কেই বছৰ মান পাছত পতাৰ কথাহে ভাবিছোঁ।

চোৱা স্বপন বিয়া উচিত সময়ত পতাতোহে চাৰিওফালৰ পৰা যুক্তিসঙ্গত। পাতিব লাগে বুলি বয়স পাৰ হোৱাৰ পাছত বিয়া পাতিলে যৌৱনৰ একো মাদকতা নাথাকে

বুজিছা- সুণিতে লাজ-সন্মান কাতি কৰি থৈ স্বপনক যুক্তিৰে জীৱনৰ কথা বুজাবলৈ চেষ্টা কৰিলে।

ডাঙৰ মানুহৰ কথাত ভাগ ল'বলৈ লজ্জা বোধ কৰি অলঙ্কৃতা বহাৰ পৰা উঠিল।
— মই চাহ জলপান কৰি আনো বহকচোন স্বপনদা।

মই চাহ নাখাওঁ বুলি আগতেই কৈছিলোঁ নহয় — কাৰ্য সিদ্ধি নোহোৱাৰ পৰিপ্ৰেক্ষিতত উদ্বিগ্ন হৈ স্বপন যাবলৈ বুলি উঠিল।

কবীয়ে জোৰকৈ জনালে— বহাচোন বহা স্বপন, ইমান সোনকালে ক'ত যোৱাঁনো।

মোৰ কাম আছে খুড়ী।

আজি দেওবাৰেও কাম আচৰিত হ'ল সুণিত।

আমাৰ চাকৰিয়েই তেনেকুৱা খুড়া- এইবাৰ সি জোৰকৈ কাৰ্য সিদ্ধি কৰাৰ প্ৰচেষ্টাৰে তলমূৰকৈ জনালে - মই মোৰ ফালৰ পৰা আমাৰ বিয়াখন এতিয়া নহ'ব বুলি খাটাংকৈ জনালোঁ আৰু।

বিয়াৰ বিষয়ত তোমাৰ মাৰ মতামত কি বাৰু কোৱাঁচোন স্বপন?

মাক প্ৰণতিয়ে দুৱাৰৰ পৰ্দাখন দাঙি সোমায় আহি কবীৰ কথা শুনি জনালে- মোৰ মতামত হ'ল এইকেইদিনতে পুৰোহিতৰ ওচৰত দিন চোৱাই ইহঁত হালৰ বিয়াখন পাতি দিম মই।

মাকক হঠাৎ দেখি আচৰিত হ'ল স্বপন, মা তুমি ইয়াত যে ?

বহক বহক বাইদেউ মনত যথেষ্ট সকাহ পায় সুণিত আৰু কবী বহাৰ পৰা উঠি দি আদৰ সম্ভাষণ জনালে দুয়ো একেলগে।

অলঙ্কৃতা আহি প্ৰণতিৰ ভৰি চুই সভক্তিৰে প্ৰণাম জনালে- সেৱা গ্ৰহণ কৰক মা।

প্ৰণতিয়ে দুহাতেৰে অলঙ্কৃতাৰ মূৰত ধৰি আশীষ যাঁচিলে- সৌভাগ্যৱতী হোৱা মোৰ বোৱাৰী।

স্বপনে ভীষণ অস্বস্তি বোধ কৰিলে কাৰণ এইমাত্ৰ মাকে অলঙ্কৃতাক বোৱাৰী আৰু অলঙ্কৃতায়ো জেঠাইৰ সলনি মা বুলি সম্বোধন ধৰিলেই। আনপিনে আঙঠি পিন্ধোৱা মানে বিয়াৰ পক্কা বন্দোবস্ত হৈ গ'ল অলঙ্কৃতাৰ লগত, অন্যহাতে সদ্যপৰিচিতা গাড়ীত একেলগে উঠা মুম্বাই ভ্ৰমণত হোটেলত খোৱা, পাৰ্কত বহা এদিন হ'লেও লগত ক্লাবলৈ যোৱা সঙ্গী প্ৰিয়দৰ্শনি। প্ৰিয়দৰ্শনিৰ লগত আকাশ-পাতাল প্ৰভেদ দেখা পালে অলঙ্কৃতাক সি। অলঙ্কৃতাৰ লগত বিবাহ পাশত আৱদ্ধ হোৱাৰ উপক্ৰম কিন্তু প্ৰিয়দৰ্শনিৰ

লগত খেল আৰম্ভ হৈছেহে বুলি বোধ হয়। প্ৰেম বিনিময়তো হোৱা নাই। চিঠি পত্ৰবো আদান প্ৰদান মন দিয়া থোৱাৰ বিষয় চলা নাই এতিয়াও। আগেয়ে ছোৱালীয়ে চিঠি দিয়েনে ল'ৰাই চিঠি দিয়ে বাৰু। প্ৰিয়দৰ্শনি অপূৰ্ব সুন্দৰীৰ মন পাবলৈ যেন ব্যাকুল হৈ উঠিলে স্বপনৰ দুৰ্বল অশান্ত মন।

প্ৰণতিয়ে পুতেকৰ মৌনতালৈ লক্ষ্য কৰি পুনৰ ক'লে স্বপন তই এইকেইদিনত কোনো প্ৰগ্ৰেম হাতত নল'বি। পাৰিলে এমাহমান ছুটি লোৱাৰ ব্যৱস্থা কৰ। তইঁত হালৰ বিয়াখন সোনকালে পতাৰ ব্যৱস্থা কৰিম আজিয়ে মই।

মা মই আৰু দুবছৰলৈ বিয়া পিছুৱাই দিয়াৰ কথা ভাবিছোঁ– স্পষ্টভাৱে জনালে স্বপনে।

মাকৰ মন চিৰিঙকৈ গ'ল। মনত পৰিল চীফ ইঞ্জিনীয়াৰৰ জীয়েক প্ৰিয়দৰ্শনিৰ বিষয়ে শুনা কথা। প্ৰিয়দৰ্শনিৰ লগত একেলগে মুম্বাইলৈ যোৱা কথা। পুতেক আধুনিক সমাজত হেৰাই যোৱাৰ শঙ্কাত প্ৰণতিয়ে দৃঢ়তাৰে স্পষ্টভাৱে জনালে তেতিয়া হ'লে দিন বাৰ চোৱাৰ প্ৰয়োজন নাই। শিৱ শম্ভুৰ দিন হিচাপে অহা সোমবাৰে কেঁচাকল কাটি হ'লেও তোৰ বিযাখন মই পাতি দিম।

মা তুমি ক'লেই হ'ব নেকি। মই এতিয়া বিয়া পাতিব নোৱাৰোঁ।

সকলোৱে বিস্ময নয়নে চাই ৰ'ল স্বপনলৈ।

ভৱিষ্যৎ ভাবি শঙ্কিত হৈ উঠিল অলঙ্কৃতাৰ মন। সাধাৰণ ধীৰ স্থিৰ স্বভাৱৰ ল'ৰাটো হঠাৎ কিয় ইমান পৰিৱৰ্তন হৈ গ'ল বাৰু ? মোৰ স্বৰ্গীয় ভক্তিপ্ৰেম মাকৰ অপত্য স্নেহেও বান্ধিব পৰা নাই স্বপনৰ মনক যে?

সাত পুৰুষক স্মৰণ কৰি মই শপত দিছোঁ অহা সোমবাৰে তই বিয়া পাতিবই লাগিব। লাগিলে অতিথিকে নিমন্ত্ৰণ নকৰোঁ। অনুষ্টুপীয়াকৈয়ে পাতি দিম তোৰ বিয়াখন।

একো নমতাকৈ দোদুল্যমান মানসিকতাৰে ওলায় আহিল স্বপন।

মাকৰ কঁপি উঠা বুকুখনে আউজনী বিচাৰি হঠাৎ চকী এখন টান মাৰি বহি পৰিল।

অলঙ্কৃতা, ৰুবী আৰু সুণিতে মাক প্ৰণতিৰ দৃঢ়তা দেখি গৌৰৱ অনুভৱ কৰিলে সেই মুহূৰ্তত।

ঘৰৰ সন্মুখতে মাৰুতী ৱানথাউজেণ্ডখন বৈ শিঙা বজোৱা দেখি স্বপন ওপৰ মহলাৰ পৰা খিড়িকীৰ পৰ্দা আঁতৰায় চিনাকী গাড়ীখন দেখি স্বৰ্গখনকে হাততে ঢুকি পোৱা যেন ভাবি য'ৰে বস্তু ত'তে এৰি উধাতু খাই দৌৰি আহি গেট খুলি দি অবাক আৰে চীফ বসুমতাৰী সাক্ষাৎ ইয়াত আৰে। ইপিনে ড্ৰাইভিঙ চিটত মোৰ প্ৰিয়দৰ্শনিজনী। সি আত্মহাৰা হৈ পোনেই আহি গাড়ীৰ আগচিটৰ দুৱাৰখন খুলি ধৰি ভক্তিত গদ গদহৈ চীফৰ ভৰিতেই তাৰ মূৰটো হেঁচি থ'ব যেন। দুই হাত যুৰি বিনম্ৰভাৱে সি আদৰণি জনালে— নমস্কাৰ ছাৰ। আহক ছাৰ- এইবাৰ প্ৰিয়দৰ্শনিলৈ চাই আকুল কণ্ঠে মাত দিলে— আহক আহক ভিতৰলৈ ব'লক। প্ৰিয়াক সি যেন মূৰতে ল'বনে বোকোচাতে উঠাই ল'ব ক'ব নোৱাৰা হ'ল সি।

দুয়ো দুফালৰ পৰা গাড়ীৰ পৰা নামিল।

বিবেকে পোনেই ক'লে— তুমি দিয়া ঠিকনা মতে আহিলোঁ ঠিকেই কিন্তু ৰাস্তাটো বেয়া পিচ দিয়া হোৱা নাই কিয়?

নক'ব ছাৰ পি ডব্লিউ ডিয়ে

বিবেকে বাধা দিলে এইটো পি ডব্লিউ ডি ৰ ৰাস্তা নহয়তো।

পাহৰিছিলোঁৱেই নহয় মানে ছাৰ আৰ এন বিয়ে

এহ্ ট্ৰাঙ্ক ৰোড হ'লেহে আৰ এন বিৰ আণ্ডাৰত পৰে।

নক'ব ছাৰ মানে মিউনিচিপেলটিৰ হেমাহি ছাৰ। মই লাগিলে এইবাৰ নিজেই ৰাস্তাটো পিচ দিয়াই ল'ম ছাৰ আহক ছাৰ আহক মিচ্।

প্ৰিয়দৰ্শনিয়ে আখজা যেন পায় ক'লে— হেহ্ কি আহক বুলি মাতিছা। সেইদিনা তোমাক মই মোক তুমি বুলিবলৈ কোৱা নাছিলোঁ জানো।

হ'ব হ'ব আহাঁ বাৰু প্ৰথম বাৰলৈ আখজা লাগি অসুবিধা অনুভৱ কৰিলে যদিও মনতে ওচৰ চপা যেন ভাবি অৱশ্যে ভালো পালে।

তিনিও আহি চিড়ি বগাই ভিতৰ সোমালহি।

বহক চাৰ আথে-বেথে চকী দুখন টান মাৰি বহিবলৈ দিলে স্বপনে।

প্ৰিয়াই দেখা পালে টেবুলৰ ওপৰত খেলি মেলি হৈ পৰি থকা ফাইলৰ কাগজবোৰ।

বহানা মিচ্ কি কৰিম কি নকৰিম লাগিল স্বপনৰ।

দুয়ো বহিল।

প্ৰিয়াই চকু ফুৰায় চাই জনালে স্বপন তোমাৰ ঘৰটো ঠিকেই সাজিলা কিন্তু ৰুমৰ ভিতৰতো একেবাৰে সজাব নাজানিলে।

আনৰ ওপৰত টেক্কা মাৰি কাম সিদ্ধি কৰা ভাবত কোৱা চিধা চিধি কথাষাৰে স্বপনৰ লাজত কাণ মূৰ গৰম কৰি তুলিলে। তথাপি সি ভাবিলে— কমছে কম মই নিজেওটো কোঠাতো সজাই পৰাই থ'ব পাৰোঁ। চীফৰ ঘৰত নিজ চকুৰে দেখি আহিছে ড্ৰইং ৰুমত নানা তৰহৰ সজোৱা বস্তুৰ উপৰিও ৱালত অঁৰা আছে হাজাৰ হাজাৰ টকাৰ তৈলচিত্ৰ।

চীফে মনে মনে ভালেই পালে বশত থাকিব নিশ্চয়— স্বপন তুমি মানে কালিৰ অফিচৰ ফাইলৰ কামখিনি কৰি আছিলা নহয় জানো।

এনেতে মাক প্ৰণতি সোমায় আহিল কোনোবা আলহী আহিছে নেকি চাবলৈ বুলি। পুতেকৰ লগৰ সম্ভ্ৰান্ত লোক দেখা পায় সম্ভ্ৰমেৰে সুধিলে স্বপন চাহ আনো নেকি?

বাপেক জীযেকে একেলগে দুৱাৰৰ কাষত থিয় দিয়া তাঁতৰ বোৱা সাধাৰণ কপাহী কাপোৰ পৰিহিতা মানুহজনী লৈ চাই ৰ'ল।

মাকক সেইটো অৱস্থাত দেখি আৰু তাক নাম কাঢ়ি মতা শুনি খণ্ডত স্বপনৰ কাণ মূৰ ৰঙা পৰি ধৈৰ্যৰ সীমা পাৰ হৈ গ'ল। তথাপি পৰিচয়ৰ ভযত গহীনভাৱে জনালে তুমি এতিয়া ইযাৰ পৰা যোৱাঁ চাহ তাহ নালাগে।

মাক তলমূৰ কৰি ঘূৰিল অপমানত।

বিবেকে সুধিলে চৌধুৰী কোন হয়নো সেইয়া ?

ঘৰৰ বাহিৰা বন কৰা তিৰোতা হয। সৰু কালৰ পৰা মোক পাইছে সেইবাবে নাম কাটিযে মাতে আৰু।

মাকে দুৱাৰৰ সিপাৰৰ পৰা পুতেকে দিয়া তেওঁৰ পৰিচয় শুনি মূৰে কপালে হাত দি কলি যুগৰ বলি ল'ৰাৰ কথা স্মৰণ কৰি তবধ মানিলে। এৰা আজিকালি বৃদ্ধ বয়সত মাক বাপেকক ল'ৰা-ছোৱালীযে বুঢ়া-বুঢ়ী বুলিয়ে পৰিচয় দিয়ে। নপঢ়া নুশুনা ডাঙৰ চাকৰি নকৰা লোক পৰিচয়ৰ পাত্ৰ হৈ নাথাকে আৰু এৰা যন্ত্ৰবত বিজ্ঞানৰ যুগ গতিকে সম্বন্ধও কৃত্ৰিম। যুগমীয়া প্ৰেমৰ অন্ত পৰিল। দুদিনীয়া স্বাৰ্থপৰ স্নেহ প্ৰেমে সম্বন্ধৰ সীমাও টুটায় আনিলে। এৰা কেঁচুৱা কালতহে মাকৰ প্ৰয়োজন। বিয়াৰ বয়সত কঁকালত জোৰ হ'লে, হাতত ধন হ'লে, মাক-বাপেকক আৰু কিহৰ প্ৰয়োজন। ছোৱালীক জোঁৱাইহঁতৰ হাতত গতালে ল'ৰালৈ বোৱাৰী আনিলে মাক দেউতাকৰ প্ৰতি আদিম অকৃত্ৰিম সম্বন্ধ আৰু কেতিয়াও নাথাকে। এতিয়া ভক্তিৰ ৰসে সংসাৰ নতৰে, শক্তিয়েহে

সামৰ্থ ৰক্ষা কৰে। ধৰ্ম সৎ কৰ্ম নামানি ধনৰ পাছত ঢাপলি মেলা অদূৰদৰ্শী নাস্তিক সন্তানে সাধাৰণ মাক বাপেকক চাকৰ চাকৰণী বুলি পৰিচয় দিলেহে কলি যুগৰ সাৰ্থক হ'ব। এতিয়া মুঠতে পুণ্য সঞ্চয়ৰ পথ বিচৰাৰ প্ৰয়োজন নাই। মৰাক মাৰি হ'লেও পাপ পথেৰে ধন আৰ্জনৰ যুগ, হায় কলিকাল বুলি কপাল চপৰিয়াই প্ৰণতি তললৈ নামি আহিল। এখন সম্পূৰ্ণ অসাৰ অসাৰ্থক মহাশূন্য অন্তৰলৈ।

স্বপন তুমি এইটো ঘৰত অকলে থাকা প্ৰিয়দৰ্শনি উঠি আহি পাছফালৰ খিড়িকীৰ পৰ্দাখন ডাঙি চাই দেখা পালে অলপ আগেয়ে অহা মানুহজনী গৈ টিঙৰ সাধাৰণ গুদাম ঘৰটোতে লাহে ধীৰে সোমালগৈ।

অঁ হয়- সৰুকৈ কৈ থ'লে স্বপনে।

এইবাৰ চীফে ঘৰুৱা খবৰৰ বাবে সুধিলে— তোমাৰ মা দেউতা নাই নেকি চৌধুৰী।

স্বপনে নাকটো মোহাৰি জঘন্যতম ফাকি সাজিলে মা সৰুতে ঢুকাল। দেউতা ভাইটোৰ লগতে অৰিজিনেল ঘৰত থাকে। ইমান এটা গঢ়িত কাম কৰি সি আকৌ ভাবিলে— বিয়াৰ পাছত যদি ধৰা পৰি যাওঁ। মাকক ঘৰখনৰ পৰা আঁতৰোৱাৰ ভাব এটা আহি পৰিল তাৰ মনত।

প্ৰিয়াই জনালে স্বপন চাহ কফি নাখাওঁ বাৰু। তোমাৰ কাম কৰা বুঢ়ীজনীক কৈ প্লিজ পানী এগিলাচ অনাই দিযানা। বাৰু কলিং বেলটো ক'ত আছে কোঁৱা ময়ে টিপি দিওঁ।

ৰ'বা ৰ'বা মই কৈছো বাৰু— মুখমণ্ডল অপমানত ৰঙা পৰা স্বপন লৰা-লৰিকৈ ওলায় তললৈ নামি আহি মাক থকা গুদাম ঘৰটোৰ দুৱাৰখন ঠেলি হুঁচ নোহোৱাকৈ ক'লে মা  মা পানী দুগিলাচ লৈ আহানা ওপৰলৈ।

মাকে হুমুনিয়াহ এটা কাঢ়ি গম্ভীৰ বেদনাৰে জনালে— আৰু কি কি লাগে আদেশ দিযা বান্দীৰ দৰে আদেশ মানিবলৈ মই সাজু আছোঁ।

স্বপনে নজনা ভাও ধৰি ভালৰি বোলাবলৈ চেষ্টা কৰিলে— কেলেই তেনেকৈ কোৱাঁ মা। প্লিজ সোনকালে লৈ আহাঁদেই মা, সন্মানৰ কথা আছেতো— কৈয়ে স্বপন ঢাপলি মেলি আহি চীফৰ কাষ পালেহি।

স্বপন পানী আনিবলৈ তললৈ গ'লা যে? কিয় প্ৰতিৰুমতে পানীৰ টেপ বেচিন বহুৱা নাই নেকি— আচৰিত হৈ প্ৰশ্ন কৰিলে প্ৰিয়াই।

আকৌ পালে অপমান ফোপাই জোপাই বিমৰ্ষভাৱে জনালে সি মানে পানীৰ টেঙ্কিটো বহুৱা হোৱাই নাই।

সেইটো বাৰু সেইটোৱেই— প্ৰিয়াই চাৰিওফালে আৰু ওপৰলৈ চাই সুধিলে বাকী ইলেক্ট্ৰিকৰ কামবোৰ কিয় কৰোৱা হোৱা নাই স্বপন ?

খালে আৰু এটা ডাঙৰ খুন্দা— কয়নো কেনেকৈ কণ্ট্ৰেক্টৰৰ বিলৰ কাম আদায় হ'লেহে নিজৰফালে সম্পূৰ্ণ হ'ব। ওপৰত চলা মানুহ যে গতিকে জেপৰ পইচা খৰচ কৰিবলৈ টান পায়, পাহৰিও যায় কিন্তু এইটো কথা জনাই কেনেকৈ। তথাপি লাজ সামৰি জনালে ইলেক্ট্ৰিচিয়ান এজন বন্দোবস্ত কৰি থৈছো তেওঁৰ মানে মাৰু নে বাপেক ঢুকাল বাবে অহা নাই।

কৰাই লোৱা সোনকালে নহ'লে যে গৰমত থকাটো টান হৈ যাব।

প্ৰিয়াৰ মুখৰ কথা শুনি নিজৰ নিজৰ যেন লাগি গ'ল স্বপনৰ। মনটো তাৰ উৎফুল্ল হৈ উঠিল- তুমি কৈছা যেতিয়া মই কালিলৈয়ে কৰাই ল'ম বাৰু— প্ৰিয়াই একো নোকোৱা দেখি এইবাৰ সি চীফলৈ চাই ঘৰুৱা ভাব দেখুৱালে। ছাৰ চাহ নাখাই যদি ভাতকে খাই যাওঁক নহ'লে।

হ'ব বাৰু চৌধুৰী ভাত খোৱাতো পাছৰ কথা। তোমাৰ লগত এটা পাৰ্চনেল কথা আছে।

কিজানিবা বিয়াৰ কথাই কয় নেকি ভাবি উলাহত উত্ৰাৱল হৈ উঠিল স্বপনৰ মন — আহক ছাৰ এইটো কৰ্মলৈকে।

প্ৰিয়দৰ্শনি তুমি অকণমান বহাচোন দেই।

ভাল বাৰু পাপা— তাই ভালকৈয়ে জানে ডাঙৰ মানুহবোৰ যতেই নাযাওঁক বিশেষ মানুহৰ লগত পাৰ্চনেল কথা থাকিবই।

সোমায় আহিল কোঠাটোলৈ বিবেক আৰু স্বপন।

বিবেকে দেখি আচৰিত কমটোত নাই যি নাই বহিবলৈ চকী এখনো নাই। একেবাৰে খালি কমটো।

দুৱাৰখন বন্ধ কৰি লৈ দুয়ো গোপনে কথা পাতিলে। যি কথা শুনিলে হয়তো জীয়েকৰ আগতো আত্ম সন্মান লাঘৱ হ'ব পাৰে আভিজাত্য উকা হৈ যাব পাৰে।

প্ৰিয়াই টেবুলৰ ওপৰে তলে কোঠাটোৰ চুকে কোণে চকু ফুৰায় কিবা পঢ়িব পৰা সমল বিচাৰিলে। কি আচৰিত ল'ৰা স্বপনটো বাৰু। নাই যি নাই ফিলিম ফেয়াৰ আলোচনী নাইবা দৈনন্দিন প্ৰয়োজনীয় দেশৰ খবৰ বাতৰিৰ বাবে পুৰণি বাতৰি কাগজ এখনো নাই, এখন কিতাপ কতো নাইচোন ?

সোমাই আহিল প্ৰণতি হাতত পানী গিলাচলৈ লোৱাঁ মাজনী।

তলত প্লেট নিদিয়া ওপৰত নঢকা পানী গিলাচ দেখিয়ে প্ৰিয়াৰ ঘৃণা লাগিলেই, তাতোকৈ খঙটো উঠি আহিল বনকৰা মানুহ বুলি শুনা মানুহজনীয়ে তাইক গোনেই তুমি বুলি সম্বোধন ধৰা দেখি। চকুহাল তাই ডাঙৰকৈ মেলি চাই ক'লে বাই তুমি বুঢ়া হ'লাহি অথচ ঘৰ দুৱাৰ কেনেকৈ চাফ চিকুণকৈ ৰাখিব লাগে তাক নাজানা। সৌৱা দৰকাৰী কাগজ মাটিত পৰি আছে এতিয়াই তুলি থোৱাঁ। যদি নাজানা তেনে কাম এৰি দিবা নহ'লে ট্ৰেইনিঙ লৈ আহিবাগৈ।

মাক প্ৰণতি-থৰে থৰে ৰ'ল। মনতে ভাবিলে অথনি নিত্য পূজা লৰালৰিকৈ সামৰা বাবে নিশ্চয় ক'ৰবাত ভগৱান ভগৱতীৰ কাষত দোষ লাগিল। নহ'লেনো নিজৰ ঘৰতে মাকজনীৰ প্ৰতিফল এনে দশা হয নে বাৰু? ইয়াকে ভাবি মনলৈ শান্ত্বনা আনি কাষৰ টিপয় খনৰ ওপৰতে পানী গিলাচথৈ পকাত পৰি থকা কাগজ কেইখন টেবুলৰ ওপৰলৈ উঠাই লৈ পুনৰ অতিথি সৎকাৰৰ ধৰ্ম্মেৰে জনালে মাজনী পানী গিলাচ খোৱাচোন বাৰু চাহ আনোঁগৈ মই।

আন্তৰিকতাশূন্যভাৱে অহংভাৱেৰে জনালে প্ৰিয়াই হ'ব তুমি যাব পাৰা।

নিজৰে দুৰ্কপাল বুলি অতিথিক মনোকষ্ট নিদিওঁ বুলি ভবা প্ৰণতি অত্যন্ত পৰিতাপেৰে ওলায় আহি ঘূৰি যাওঁতে ভাবিলে মানুহৰ চেহেৰা সুন্দৰ হলেই নহয় অন্তৰখনো পবিত্ৰ কোমল হ'ব লাগে। এনেকুৱা মানুহে কেতিযাবা সমাজত চৰম লজ্জাৰে পৰম বিপৰ্য্যযৰ সম্মুখীন হ'ব লগা হয় অবিবেচক কাণ্ড-জ্ঞানহীন ব্যৱহাৰৰ বাবেই । আচলতে ছোৱালীজনীৰ মাক বাপেকে উঠাইছে তেনেকৈ গতিকে তাইৰ গাত পঢ়া লিখা ছোৱালী হিচাপে দোষ থাকিলেও আটাইতকৈ ডাঙৰ দোষী হ'ল স্বপন। দুৰাকাঙ্ক্ষাত মোৰ পুত্ৰৰ দুৰ্ব্যৱহাৰৰ বাবে আনে মোক এনে ব্যৱহাৰ কৰিবলৈ আঁসে পাইছে। তথাপি তাক মই শাও দিব নোৱাৰো কাৰণ সি মোৰ পুত্ৰ আৰু উন্নতি হওক তাৰ অহিত মই কেতিয়াও চিন্তিব নোৱাৰো। তাৰ বেয়া কামত মই বাধা দিবই লাগিব। নিজৰ সন্তানক নিজে অভিশাপ দিয়া মানে নিজৰ ভৰিত নিজে কুঠাৰ মৰাহে হ'ব- প্ৰণতিয়ে অন্তৰৰ মৰ্ম্মান্তিক আঘাতত চকু পানী নোলাল যদিও অপমানত মূৰটো একেবাৰে গৰম হৈ অহা দেখি লৰালৰিকৈ আহি দুৱাৰখন হেঁচা মাৰি খুলি বিছনাখনত ঢাচকৈ পৰি দিলেহি।

পাপা আহানা

প্ৰিয়দৰ্শনিৰ মাতত আবৰ্ত্তৰ পৰা মনক আঁতৰাই কোঠাটোৰ পৰা দুৱাৰ খুলি ওলায় আহিল দুয়ো।

পাপা ইমান কি কথা পাতানো। ব'ৰ লাগি গৈছে জানা।

চ'ৰি প্ৰিয়দৰ্শনি ড'ণ্ট মাইণ্ড, প্লিজ ৱান মিনিট কিবা অফিচিয়েল কথা আছে অ'।

প্লিজ ন' পাপা, কিয় ! পাহৰিছা নেকি তুমি । ঘড়ীটোলৈ চালে– টি ভিৰ চিৰিয়েলখন পাৰ হৈ যাব নহ'লে।

বিবেকে জীয়েকক মৰমেৰে ক'লে প্ৰিয়দৰ্শনি লেট হৈছে যদি ইয়াতে চাই যোৱা নহ'লে।

স্বপনে তোমাৰতো ব্লেক এণ্ড হোৱাইট নে কলাৰ টি ভি, চেনেল চেইঞ্জাৰ বাবে ডিচ আছেনে নাই?

প্ৰিয়াৰ প্ৰশ্নত অপমানৰ পাছত মানসিক সজ্ঘাতে দেখা দিলে স্বপনৰ। তাৰ ষ্টেণ্ডাৰ্ড নাইকিয়া বুলি ধৰা পৰাৰ ভয়ত নুশুনা ভাও ধৰি কথাৰ মোৰেই সলাই পেলালে– চ'ৰি ছাৰ মোৰ বিশেষ এটা কাম আছে। মানুহ এজনক লগ কৰিবলৈ এতিয়াই মই এয়াৰ পৰ্টলৈ যাব লাগে নহ'লে ফ্লাইট যাবগৈ।

এয়াৰ পৰ্টলৈ যাবা নেকি স্বপন– উল্লাসিত হৈ উঠিল প্ৰিয়দৰ্শনি।

হয় এতিয়াই যাম।

ভেৰি ফাইন। তেতিযাহ'লে তোমাৰ গাড়ীত মযো যাম। আহোঁতে মোক ঘৰত থৈ আহিবা হাঁ।

সাধাৰণ সন্মানটো গ'লই আত্ম সন্মানকনো হেৰোৱাৰ উপক্ৰম হ'ল– চ'ৰি মিচ মোৰ ড্ৰাইভাৰজন নাই নহয়।

উৱা গাড়ীখন নিজে চলাবলৈ শিকাই নাই হবলা। ভয়াতুৰ ক'ৰবাৰ।

অপমানত ৰঙা ছিঙা পৰি গ'ল স্বপন।

দেউতাক বিবেকে স্বপনৰ দুৰৱস্থাটো উপলব্ধি কৰি পাতলাই থ'লে– প্ৰিয়দৰ্শনি তুমি কিয তেনেকৈ কৈছা। স্বপন বৰ চিন্সিযেৰ ল'ৰা, ঠাণ্ডা ল'ৰা বাবে শিকোঁতে অলপ সময লাগিব পাৰে।

চ'ৰি স্বপন ধেমালিতে মুখত ওলায গ'ল বেয়া কিন্তু নাপাবা হাঁ।

মুখত আকৌ কৃত্ৰিম হাঁহি বিৰিঙিল স্বপনৰ আৰু কেলেহুৱাৰ দৰে ক লে নাই নাই কিয় বেয়া পামনো। তুমি ধেমালিহে কৰিছা সেইতো মই বুজিছোতো-- নিজৰ দুৰ্বলতাখনি ঢাকিবলৈ চেষ্টা কৰিলে সি।

বাৰু তোমাৰ ফ'ন নাম্বাৰটো দিয়াচোন স্বপন।

পুনৰ চৰম লজ্জাৰ সম্মুখীন হৈ মূৰতো মোহাৰি তলমূৰকৈ জনালে ফ'নটো ডিপাৰ্টমেণ্টৰ পৰা দিয়া নাই।

বিবেকে কথাটো বেঁকাকৈ বুজি জনালে ফ'নৰ ব্যৱস্থাটো মই কৰাই দিম বাৰু স্বপন।

ব'লা পাপা যাওঁ।

ব'লা প্ৰিয়দৰ্শনি।

দুয়ো ওলায় আহিল।

পাছে পাছে লিটিকাইৰ দৰে শিৰ দোঁৱাই ওলায় আহিল স্বপন। সি লৰালৰিকৈ আহি গাড়ীৰ দুৱাখন খুলি ধৰিলত প্ৰথমে সোমাল বিবেক। দ্বিতীয়খন দুৱাৰ সাৱধানে খুলি দিলেহি স্বপনে।

এইবাৰ ড্ৰাইভিঙ চিটত আহি বহিলহি প্ৰিয়দৰ্শনি দুৱাৰখন লাহেকৈ বন্ধ কৰি দি স্বপনে ভক্তিৰে যেন দুই হাত জুৰিলে - নমস্কাৰ যাব দেই।

প্ৰিয়াই যেন অন্যমনস্কভাৱে স্বভাৱ বশতঃ জনালে ঠাইডোখৰ বৰ আওহতীয়া। আমি আচলতে প্ৰাতঃ ভ্ৰমণত ওলালো হঠাৎ পাপাৰ তোমাক কিবা এটা কথা কোৱাৰ বাবে মনত পৰিল সেই বাবেহে তোমাৰ ইয়াত সোমাব লগা হ'ল।

অহাৰ আচল কাৰণ জানি মষিমূৰ হৈ গ ল তাৰ কল্পনা জগতৰ স্বপ্ন। কাঁহ পৰি জীন গ'ল যেন তাৰ প্ৰেমৰ উম্মাদনা। তাৰমানে প্ৰিয়দৰ্শনিয়ে মোক ভাল পায় ইয়ালৈ অহা নাছিল। তেনে দেউতাকৰ স্বাৰ্থতহে বাধ্যত পৰি ইয়াত সোমাল। হায় কি কপাল অজানিতে গাড়ীৰ দুৱাৰৰ পৰা তাৰ হাত দুখন এৰাই পৰিল।

সময় অনুযায়ী গাম্ভীৰ্যতা বজাই ৰখা চীযে গহীন হৈ পৰি সন্মুখলৈ চালে।

প্ৰিয়দৰ্শনিযেও অভিজাত্যৰ নীতি অনুযায়ী লেশমানো অনুকম্পা মুখমণ্ডলত প্ৰকাশ নকৰি সাধাৰণ ভাৱেই গাড়ী ষ্টাৰ্ট কৰি সন্মুখলৈ লক্ষ্য ৰাখি চলাই গুচি গ'ল।

ঠোঁট মুখ চেলেকি যেন স্বপন দিশহাৰাৰ দৰে বহু সময় অন্যমনস্কভাৱে থিয় হৈ ৰ'ল গেটৰ মুখতে।

ঠিক নিশা দহ বাজি পোন্ধৰ মিনিট যোৱাৰ পাছত ঘৰৰ সন্মুখত এম্বেছাদৰ গাড়ীখন ৰোৱা দেখি মাকে বুজি পালে - সেইয়া অৰ্দ্ধ চেতন পুতেক স্বপন নিশ্চয় আহিছে।

গাড়ীখনে মানুহটো নমায়ে কোনোবাই দেখাৰ ভয়ত বিশেষকৈ ঘৰৰ কোনো লোকে জনাৰ শঙ্কাত সাউৎকৈ গুচি গ'ল।

আন্ধাৰত গেটখন খপ জপকৈ ধৰি খুলিব নোৱাৰি টনা আজোৰা কৰি থকা দেখি — মাকে খোলো নোখোলোকৈ খণ্ডত অপমানৰ বশৱৰ্ত্তী হৈ ওলায় আহিল এইবাৰেই যে চুবুৰীয়াৰ কাষত আত্মসন্মানৰ কথা জড়িত। তাতোকৈ ডাঙৰ কথা অলঙ্কৃতাৰ লগত হ'ব লগা বিয়াখন ভাগিলে সৰ্বনাশ হ'ব। গভীৰ বেদনাত বৈ অহা গৰম চকুলোখিনি চাদৰৰ আঁচলেৰে মচিলে কোনো তু শব্দ এটাও নকৰি গেটখন লাহেকৈ খুলি নিজেই নিজৰ স্বভাব চৰিত্ৰক বিনাশ কৰা পুতেকক ঘপহকৈ হাতত ধৰি চেতনাহীন মুমূৰ্ষ অন্ধ ভিক্ষাৰী এটাক যেন আদৰি আনিলে।

জড় পদাৰ্থৰ দৰে ছাবি দিয়া যন্ত্ৰৰ দৰে ভৰি চোঁচোৰাই উজুট খাই চকুৰে সৰিয়হ ফুল দেখি সমস্ত আত্মসন্মান বিসৰ্জ্জন দি খলাবমা পথেদি যেন মৌন নিৰ্দ্দেশ অনুযায়ী স্বপন আগবাঢ়ি আহিল।

দুৱাৰখন খুলি কোনোমতে চোঁচোৰাই টানি আনি বিছনাখনত বগৰাই দিলেহি স্বপনক দুৰ্ভগীয়া মাকে।

ছাবি শেষ হোৱা পুতলাৰ দৰে হাত দুখন মেলি ওপৰমূৰকৈ তন্দ্ৰালুভাৱে চকুকেইটা মুদি দিলে স্বপনে। পৃথিৱীত ক'ত কি হৈছে সি আৰু ক'ব নোৱাৰে। মৃত আৰু জীৱিতৰ মাজত পাৰ্থক্য নাইকিয়া হ'ল। মাকে পুতেকৰ যথৰ ভৰি দুটাৰ জোতা মোজা খুলি দলিয়াই দি গভীৰ বেদনাৰে তাৰ মুখলৈ চাই ভাবিলে- মনৰ চঞ্চলতা, ধনৰ আশা চৰিত্ৰৰ দুৰ্বলতাই শিক্ষাকো গ্ৰাস কৰি পেলায়। ধ্বংসকামী অসৎলোকে নিজ সজলৈ আনিবলৈ সকলো অসৎ উপায় অৱলম্বন কৰে কিন্তু নিজস্ব প্ৰতিভা থকালোকে ইন্দ্ৰিয়ৰ বশৱৰ্ত্তী হৈ হীণতাৰ কাষত শিৰ দোঁৱাই সেওমানি উপভোগত মত্ত হোৱাতো হ'ল ধ্বংসৰ মূল পথ। নিজে সৎ সংযমী নহ'লে আনে প্ৰলোভনে বিপথে নিয়াতো স্বাভাৱিক। মই আজি যদি শাসন কৰ্ত্তা হলোহেঁতেন তেনেহ'লে এই বিপথগামী সমাজদ্ৰোহীবোৰৰ শিৰচ্ছেদ কৰিলোহেঁতেন। অৱশ্যে আমাৰ গুৰু তুল্য শাসনকৰ্ত্তা চৰকাৰে নিজেই যদি

জানি বুজি হাজাৰ হাজাৰ মদৰ দোকানৰ লাইচেঞ্চ দি বিশেষকৈ যুৱ সমাজক মাতাল কৰি ধ্বংসৰ পথ বাছি ভৱিষ্যৎ অন্ধকাৰ কৰি দিয়ে তেনে যুৱ সমাজৰ ধ্বংস হৈ গ'লে প্ৰতিৰোধ কৰিব কোনে??? স্বপনৰ ওপৰত অসহ্য খঙ উঠি আহিল ঠিকেই কিন্তু অগ্নিয়ে সকলো দাহ কৰি গ্ৰাস কৰিলেও অগ্নিৰ সতেজ উজ্জ্বল ৰূপটোহে দেখা পোৱা যায়। সেইদৰে সন্তানে হাজাৰটা দোষ কৰিলেও সদায় সন্তানৰ মুখত প্ৰতিভাৰ ৰূপ ৰেখাহে দেখা পোৱা যায়। মাকৰ কাষত পুত্ৰ সদায় যেন কনিষ্ঠ আৰু অবোধ। নাই চকুৰ আগত স্বপনৰ ভৱিষ্যৎ নিঃশেষ হৈ যাবলৈ এৰি দিব নোৱাৰি। কৰা যায় কি তেন্তে। এৰা উপায় মাথো এটাই আছে। মুঠতে দিন বাৰৰ প্ৰায়োজন নাই অহা কালিলৈ ইয়াৰ বিয়াখন পাতি পেলাবই লাগিব। নতুন কন্যাৰ পৰশত শিৰা উপশিৰাবোৰ সতেজ হৈ শুভবুদ্ধি প্ৰস্ফুটিত হৈ উঠিব নিশ্চয়। হঠাৎ প্ৰণতিৰ চকুত পৰিল নিজহাতে পুতেকলৈ বুলি টেবুলৰ ওপৰত বাঢ়ি থোৱা ঢক ঢকিয়া বগা দেখিলেই ভক্তি ভাবত মন আপ্লুত হোৱা অমৃত স্বৰূপা ভাতৰ ঠালখন। নিজলৈও বাঢ়ি থোৱা আছে একেই ভাতৰ কাঁহি কিন্তু আগতে ভালে থাকোঁতে স্বামীক তাৰ পাছত পুত্ৰক নিদিয়াকৈ কোনো দিনেই নিজৰ যেন মৰখক মৰা নাই তেওঁ। গতিকে পুতেকক জগাই ভাত কেইটা খুৱায় দিয়াৰ মানসেৰে বুকুৰ বেদনা কাতি কৰি থৈ স্বপনৰ মূৰতো ডাঙি ধৰি মাত দিলে স্বপন উঠচোন বহুত নিশা হ'ল ভাত. ..

কথা শেষ কৰিবলৈ নৌ পাওঁতেই হুৰুষকৈ কলহৰ কানে ঢলা দি দিলে বমি কৰি কন্তেক বৈ বৈ তিনিবাৰ স্বপনে।

উহ কি উৎকট জঘন্যতম গোন্ধ। মাকে বিতৃষ্ণাত মূৰ ঘূৰাই অৱশ লাগি অহা দেহাটোৰ ভাৰসাম্য হেৰোৱায় কোনোমতে চাদৰৰ আঁচলেৰে নাকটো সোপা মাৰি ধৰি ভাবিলে- এই সোপা অটাই নিদিলে ইয়াৰ বাল্পতে দুয়োৰে যেন সলিল সমাধি হ'ব। এই বিহ সোপা ত্যাগ কৰা মল সোপা সুকুমল পেটত যদি সোমায় থাকে তেনেহ'লে মগজুৰ গণ্ডগোল মানে নৈতিক জ্ঞান হেৰুৱায় আধা পাগল নহৈ হিতাহিত জ্ঞান নাপাহৰি আয়ুস নুটুটি টুটিব কি বাৰু? মদৰ এলকোহলে এটা তেজৰ কণিকাক এশভাগত বিভক্ত কৰে গতিকে অতিৰিক্ত মদ্যপানে এই ৰক্তকণিকাৰ আৰু সংযোজন হ'বলৈ নিদি অৱশেষত কলিজা যকৃত পৰ্যন্ত সম্পূৰ্ণ বিনষ্ট কৰি অকাল মৃত্যু ঘটায়। চিন্তাৰ মাজতে তেওঁ এবাৰ নিজৰ গাৰ অৱস্থাটোলৈ চালে ছিঃ ছিঃ মেখেলাই চাদৰে পৰিল মল স্বৰূপ স্বপনৰ বমিবোৰ। ছেহ ইমান নিশা তললৈ নামিগৈ দমকল মাৰি কাপোৰ ধোৱাটোও অসম্ভৱ যেনে হ'লেও নাৰীৰ জীৱন। কৰা যায় কি বাৰু। নিশাৰ কথা কোনেও দেখিবলৈ নাই গতিকে হ'ব বাৰু। এই বুলি গাৰ চাদৰখন খুলি প্ৰথমে পুতেকৰ বিছনাৰ পৰা বমিৰ

চেঁকুৰাবোৰ, তাৰ পাছত পকাত পৰা বমিখিনি চাদৰখন লুটিয়াই বগৰাই টানকৈ মচি কোঠাটোৰ কোণ এটাত সামৰি থৈ ক'ৰবাত পুতেকৰ হঠাৎ কিবা এটা হ'ব পাৰে বুলি ভাবি দুৱাৰৰ হুকটো লগাই মূৰে কপালে হাত দি তিনিমূৰীয়াহে ভাগ্যক থিয়াই পুতেকৰ নিৰস মুখখনলৈ চায় চায় শুভ বুদ্ধি প্ৰদানৰ বাবে ভগৱান ভগৱতীক প্ৰাৰ্থনাৰে ধ্যান কৰি ভোকাতুৰ পেটৰ গেচেৰে দীঘলকৈ হামি এটা মাৰি কোঠাটোৰ চুক এটাতে বহি পৰিল মাক প্ৰণতি।

নিশা দোভাগ হ'ল নিশাচৰৰ বাহিৰে জীৱ জগত শুই পৰিল। তেতিয়া পৃথিৱীৰ বুকুলৈ তন্দ্ৰা নামিল। সেই তন্দ্ৰাই যেন প্ৰণতিৰ অৱশ মনটোকো গ্ৰাস কৰিলেহি।

দোকমোকালিতে প্ৰকৃতিয়ে যেন বাগৰ সলালে। চৰাই চিৰিকতিবোৰে উৰা মৰা নাই যদিও বাহতে নিজৰ নিজৰ মাতবোৰ যেন আওৰালে।

বহি থাকোতেই টোপনি যোৱা প্ৰণতিৰ মূৰটো হঠাৎ অলসভাৱে বেঁকা হৈ দোপ খায় লাগিল বালত। মূৰত আঘাত পায় খকা মকাকৈ সাৰ পায় প্ৰথমে স্বভাৱ বশতঃ দেখা পালে দ্বিতীয় আৱৰণ নোহোৱা নিজৰ বুকুখন। তাৰ পাছত দেখা পালে পুতেকৰ অৱচেতন প্ৰায় অলস মুখখন। ক'ৰবাত পুতেকে সাৰ পায় তথাপিও দেখে বুলি এহাতে নিজৰ বুকুখনত আৱৰণ দি আনহাতে বমি মচা চাদৰখন হাততলৈ যোৱা নিশাৰ সঙ্কটময় জীৱনৰ কথা পাহৰি উঠি দুৱাৰখন খুলি ভাবিলে- দিনটো আহিল পোহৰ হ'ল যেতিয়া নিশা মাতাল মুখা পিন্ধা মানুহবোৰ সচেতন হোৱাতো স্বাভাৱিক। গতিকে পুতেকে সাৰ পালে চাহ জলপান খুৱায় লৈ দুআষাৰ হিতোপদেশ দিম বুলি থিৰাং কৰি তাৰ আগতে মনৰ পৱিত্ৰতাৰ বাবে ভক্তি সাধনাৰ বাবে আধ্যাত্মিক শক্তিৰ বল বিচাৰি প্ৰাতঃকাৰ্য্য জপ তপ সমাপণৰ বাবে ধীৰে ধীৰে নামি আহিল তললৈ প্ৰণতি।

চাদৰখন দমকলৰ পকালৈ দলিয়াই দি বাহিৰৰ বচীত আঁৰি থোৱা গামোচাখন টানি টুনি বুকুৰ ওপৰত ঢাকিলৈ ভাবিলে ভগৱান ভগৱতীয়ে কেতিয়াও যাতে মোক উদং অৱস্থাত নেদেখি লজ্জাৰ ভূষাৰে সৈতে দেখে ইয়াকে ভাবি বাঁহৰ দুৱাৰখন খুলি হঠাৎ বিহ্বলভাৱে বৈ গ'ল। চকু পৰিল তেওঁৰ নিজৰ বাবে বাঢ়ি থোৱা ভাতৰ থালখনলৈ। ভাতৰ ওপৰত দুটা পহঁতাচুৰুণী আৰু এটা জেঠী বগাই ৰস পান কৰি আছে। উহ্ নখকা ভাতখিনিতো কেতিয়াও খাব নোৱাৰি আৰু মুখত নিদিয়াকৈ দুকাঁহিকৈ ভাত চুৰনিত পেলাই দিবওতো নোৱাৰি। এয়ে হ'লে লক্ষ্মীয়ে এৰা দিয়াৰ পূৰ্বাভাৰ নহয় জানো এইয়া??? দ্বিতীয় খোজ যেন আগনৰঢ়া হ'ল প্ৰণতিৰ।

সাৰ পাইয়ে স্বপনে যোৱা নিশাৰ নিজৰ মুখা পিন্ধা পৰিচয় লুকুৱাবলৈ স্বাভাৱিক অৱস্থা অব্যাহত ৰাখিবলৈ এঙামুৰি দি হাত ভৰি কেইটা পোনাই বিছনাৰ পৰা নামিয়েই পোন প্ৰথমে বজাই দিলে টেপটো বচ আৰম্ভ হ'ল পশ্চিমীয়া আৱহ সঙ্গীতৰ সঙ্গতিহীন গান।

মাকে নিজস্ব ধৰ্ম্ম কৰ্ম্ম পালন কৰি এহাতত চাহৰ গিলাচ আনহাতত ৰুটিৰ থাল লৈ সোমায় আহি টেবুলৰ ওপৰলৈ লক্ষ্য কৰি লক্ষ্মী স্বৰূপা ভাতৰ ঠালখন নেদেখি প্ৰশ্ন কৰিলে - স্বপন ভাতখিনি ক'ত গ'ল?

একেষাৰে মাকক তোষিবলৈ ক'লে স্বপনে- ভাত খালো মা।

পুৱাই মোক ফাঁকি নিদিবি স্বপন। ঠাণ্ডা ভাত কেইটা ময়ে খাব পাৰিলোহেঁতেন। ভগৱতীৰ ওচৰত দোষী নহ'বি– কেতিয়াবা ভগৱানে উঁভৈনদী কৈ দি প্ৰমাণো চায়, পালেই পেলায় দিব নেপায়। বাৰু তোৰ গাড়ীখন ক'ত এৰি আহিলি?

• লগৰ এজনে নিছে মা– চোলাৰ বুটাম কেইটা মাৰি মাৰি তললৈ মূৰ কৰি অন্য মনস্কভাৱে জনালে সি।

উপঢৌকন পোৱা গাড়ীখনৰ তোৰ বাবে মূল্য নাথাকিলেও দহ মাহ দহ দিন গৰ্ভধাৰণ কৰি ভগৱান ভগৱতীৰ কৰুণাক খিয়াই জনম দিয়া তোৰ জীৱন মোৰ বাবে অধিক সবাতোকৈ মূল্যবান। কেৱল মোৰ বাবেই নহয় দেশ জননীৰ সেৱাৰ বাবেও জীৱনৰ মূল্য অধিক। মানুহে জনম লৈ খাই বৈ সুখে থাকি নিজলৈ এসোপা দুইহাতে চপালে সি প্ৰকৃত মানুহৰ শাৰীত নপৰে আৰু জনমলৈ নিজৰ ধ্বংসৰ লগতে আনক ধ্বংস কৰাৰ অধিকাৰ কাৰো নাই। সেই বাবে আগেয়ে ৰজাৰ শাসন আৰু এতিয়া আইনৰ প্ৰণয়ন। জীৱ বা মানুহ মাত্ৰেই মৰিবই কিন্তু পৰোপকাৰৰ বাবে জীৱন দান দিয়া জনেহে খ্যাতি আৰু অমৰত্ব লাভ কৰে।

এইবোৰ আজি হঠাৎ মোক কিয় ক'ব লগা হ'ল মা?

চা স্বপন তই ফাঁকি দি মোক বা সমাজক ঠগা নাই। ঠগিছ তই নিজক নিজে আৰু ঠগিছ তোৰ বৰ্ত্তমান আৰু ভৱিষ্যতক। তোক আজিকালি দুৰ্বৃত্তবোৰে ধ্বংসৰ পথত নমাবৰ বাবে খুৱাই বোৱাই আৰু বা কি কৰোৱাই গেটৰ মুখত অৰ্ধচেতন অৱস্থাত এৰি যায়। তই সেইয়ে জীৱনৰ মাদকতা আৰু পৰম সুখ বুলি মানি লৈছ। প্ৰতিফল যৌৱনৰ পৰিসমাপ্তি অকাল বৃদ্ধত্ব আৰু মনুষ্যত্বহীন হৈ মৃত্যুকহে আলিঙ্গন। চা স্বপন ধন লাগে বিনিময় কৰি জীয়াই থকাৰ বাবে। যৌৱন লাগে স্বৰ্গীয় সুখৰ বাবে, সুখী জীৱন লাগে

জ্ঞান বিতৰণ আৰু শান্তিৰ বাবে। সৎকৰ্ম্ম লাগে প্ৰগতি আৰু অমৰত্বৰ বাবে। আজিকালি মানুহে নিজেই পৃথিৱীত সকলো সম্পত্তিৰ অধিকাৰী হ'বলৈ বিচৰাৰ বাবেই এফালে এচাম মানুহ দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাস কৰি মৃত্যুৰ ক্ষণ গণিছে। আনহাতে লুট কৰোতা সকলে দিনে নিশাই বাস্তৱতাক বাদ দি সত্য নিষ্ঠাক কাতি কৰি ব্লাড প্ৰেচাৰ বঢ়াই, ডায়বেটিজ চপাই টকাৰ বান্দিল গণিছে। অতিৰিক্ত মোহে, ধনৰ সম্পত্তিৰ আক্ৰোহে কিন্তু ধ্বংসৰ স্তুপহে গটি দিয়ে। চা স্বপন, মনত ৰাখিবি দুহেজাৰ চনত ভাৰতে বৈদেশিক ঋণ সুদে মূলে পৰিশোধ কৰিব লাগিব (মাৰ্চ মাহত) ৯১,৪০০ লাখ মাৰ্কিন ডলাৰ, জানইতো এক বিলিয়নত আমাৰ ১০০০ কোটি টকা হয় আৰু এই ধাৰবোৰ পৰিশোধ কৰিব নোৱাৰাৰ মূল কাৰণ হ'ল তহঁতৰ নিচিনা আৰু লগতে কিছু স্বাৰ্থান্ধ ক্ৰুৰ ৰাজ বিষয়া আৰু কিছু অমানুহ ৰাজনৈতিক নেতাৰ ঘৃণনীয় আত্মসাৎ গুণৰ বাবেই। কাৰণ অৰ্থনৈতিক উন্নয়নমূলক কামত আৰু দেশৰ আয়ৰ বাবে বৈদেশিক মুদ্ৰা অৰ্জনৰ বাবে উদ্যোগত ব্যৱহৃত কৰিব লগা ধন যদি সমূলঞ্চে আনি কেৱল অট্টালিকা সাজি মদ খাই গাড়ী চলাই অযথা ব্যয় কৰি আত্মসাৎ কৰা হয় তেনে মুদ্ৰাস্ফীতিৰ লগতে নানা কৰ কাতলেৰে নিৰীহ ৰাইজে ভোগীদ্ৰোহীৰ উচটনিত চৰকাৰৰ প্ৰতি বিদ্ৰোহী হৈ সামাজিক সন্ত্ৰাসৰ সৃষ্টি কৰি সমাজ, দেশ বহুধা বিভক্ত হৈ পৰাতো স্বাভাৱিক। গতিকে দূৰদৰ্শিতাৰে চালে ঋণৰ বোজা বঢ়াই অৰাজকতাৰ সৃষ্টি কৰি দেশৰ অনগ্ৰসৰতাৰ মূল কাৰণ তহঁতৰ নিচিনা সমাজদ্ৰোহীবোৰেই।

স্বপনে লজ্জিত হৈ তলমূৰকৈ জনালে— সেইবোৰ কথা বাদ দিয়া মা। মই এতিয়া আৰু অজান বালক নহয়। মই এজন প্ৰথম শ্ৰেণীৰ বিষয়া। গতিকে মই এতিয়া তোমাক কি কৰি দিব লাগে তাক কোঁৱা। সময় মোৰ একেবাৰে কম যাব লাগে এফালে ওলায় এতিয়া।

কথা হ'ল শুভ কাম কৰিলে ৰাইজৰ আৰ্শিষ লভিবি। বাৰু এতিয়া ভগৱান ভগৱতীৰ আৰ্শিষলৈ কালিলৈ তোৰ বিয়াখন পাতি দিম মই।

জাঞ্চুৰ খাই উঠিল স্বপন— না হ'ব নোৱাৰে মা। বিয়াৰ বাবে মোৰ ওপৰত তুমি ভাৰ এৰি দিয়া।

মনত ৰাখিবি স্বপন ল'ৰা-ছোৱালী জনম দিলে লালন-পালন কৰি পঢ়াই শুনাই বিয়া পাতি দিয়ালৈকে মাক বাপেকৰ দায়িত্ব। তাৰ পাছত সন্তানৰ কৰ্ত্তব্য মাক দেউতাকক চোঁৱা-চিটা কৰাতো। চা স্বপন বিয়া এতিয়া নাপাতো বুলি নক'বি কাৰণ বিয়া উচিত সময়ত পাতিলেহে যৌৱনৰ কামনা বাসনা পূৰ্ণ হয়। নহ'লে বয়সৰ প্ৰকৃতি অনুযায়ী

সংযমহীন লোকৰ যৌৱনৰ উন্মাদনাই কাৰো বাধা নামানি ধৰ্ম্ম কৰ্ম্মলৈ আওকাণ কৰি, মাক দেউতাক সমাজৰ বিৰুদ্ধে গৈ নিজৰ ওপৰত উৎপীড়ণ অথবা মাৰাত্মক ভুল কৰি দিব পাৰে। তেতিয়া আৰু অনুশোচনাই সংস্কাৰ কৰিব বা ধ্বংস স্তূপৰ পৰা ৰক্ষা কৰিব নোৱাৰে। আধ্যাত্মিক পৰাযণ সংযমী ত্যাগীলোকৰ বাবে জীৱনক সৎ পথে পৰিচালনা সহজ সাধ্য হ'লেও তোৰ নিচিনা ধন ভোগ-বিলাসক জীৱনৰ চৰম সুখ বুলি মানি লোৱাবোৰে অকালতে জীৱন যৌৱন হেৰুৱাই কোনোৱে অকাল ক্ষণত যৌন ক্ষমতা হেৰুৱাই অথবা বিগত কলঙ্কৰ প্ৰতিফলত বিবাহ বিচ্ছেদত ভুগি মৃত্যুকো সাৱতি ল'ব লগা হয বুজিছ।

তাৰ মানে তুমি মোক অভিশাপ দিছা মা, স্বপনৰ অসহ্য লাগি গ'ল।

বচ চুপকৰ স্বপন, মনত ৰাখিবি প্ৰকৃত গুৰুৱে শিষ্যক, দেউতাক মাকে সন্তানক নিজতকৈও মহান সুখী সৌভাগ্যশালী হোৱাতো আজীৱন বাঞ্ছা কৰে। সেযা জীৱনৰ সাধনাৰ অন্য এটি উৎস। বিপথগামিক সজ পৰামৰ্শ বা দৃষ্টান্ত দেখুৱাই সজবাটে জীৱন শুধৰাই দিযাতোহে আমাৰ মহান লোকৰ একান্ত কৰ্ত্তব্য। মোৰ সুখৰ বাবে তোৰ জীৱনত ছোৱালী এজনী দিবলৈ বিচৰা নাই। এজনী অপৰূপা ডিগ্ৰীৰে জ্ঞানী চৌখিন অত্যাধুনিক ছোৱালী বিযা কৰালে হযতো এফালে বা সৌন্দৰ্যৰ ফালৰ পৰা সুখী হলেও বাকী পিচৰ জীৱনৰ সকলো সুখ শান্তি নাপাব সেইটো কিন্তু ঠিক তাৰ সলনি এজনী জ্ঞানী, দযাশীলা, সহনশীলা মানৱীয গুণ সম্পন্না নিজৰ জীৱন মূল্যৰে পৰিযাল তথা সমাজৰ হিতাকাঙ্ক্ষিণী কন্যাক বিযা কৰালে জীৱনৰ সকলো সুখ পোৱা যায। তেনেকন্যাকে লখিমী নাৰী বুলি কোৱা হয। মনত ৰাখিবি ৰূপে নহয গুণেহে সংসাৰ তৰে। তাতোকৈ বোধগম্য বিষয হ'ল সৌন্দৰ্য্য মাথো অনুভূতিৰহে বস্তু।

স্বপনৰ উশৃঙ্খল মনত খেলাই গ'ল— এই কথাবোৰৰ যোগে নিশ্চয প্ৰিযদৰ্শনিৰ বিষযে প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে মাযে। এইবোৰ বিষযত মাকৰ চকুত ধূলি মৰাতো অসম্ভৱ। প্ৰিযদৰ্শনিযে মোৰ লগততো বিযা হ'ম বুলি কথা দিযা নাই। তাই প্ৰতি কথাটোৱেই মোক উপহাস কৰি কয। তাই বহু ঠাই যুৱা বহুজনৰ লগত অভিনয কৰা ঐশ্বৰ্য্যশালী ধনীৰ দুলালি। মোৰ দৰে কালচাৰ নজনা ন ধনী এটাৰ লগত .

চিন্তাৰ সাগৰত মগ্নহৈ পৰা পুতেকলৈ লক্ষ্য কৰি মাক ক'লৈ— স্বপন মৌনহৈ ৰ'লি যে। তোৰ বিযাখন মই কালিলৈকে পাতিম। আজি এতিযাই মই অলঙ্কৃতাহঁতৰ ঘৰত শুভ বাৰ্তাটো দি আহোঁগৈ। জোৰোণৰ বাবে চিন্তা কৰিবলৈ নাই। মোৰ অলঙ্কাৰ

সোপাকে বোৱাৰীক পিন্ধাই মোৰ অভিলাষ পূৰণ কৰিম। হ'ব তই আৰু একো চিন্তা কৰিব নালাগে। আজিৰ পৰা তই ভাল ল'ৰা হ'বি। অভিজ্ঞতাই অনুশোচনাই উন্নতিত সহায় কৰে মোৰ আশীৰ্ব্বাদ আছে। মাকৰ আশীৰ্বাদ শিৰ পাতি ল'লে বিধাতাযো বিধি পথালি নিদিযে।

স্বপনে আৰু একো মাতিব নোৱাৰা হ'ল। তথাপি তাৰ আত্মভিমান আৰু বেযা সঙ্গে মূৰতো তেনেই খালে মা। মই তোমাৰ কথা ৰাখিবলৈ হ'লে তুমিও মোৰ এটা কথা ৰাখিব লাগিব প্রতিশ্রুতিৰে সি ভাবিলে। এইটোৱে মাকক পৰাস্ত কৰিব পৰা হ'ব।

একেথিৰে চকুলৈ চাই ৰোৱা স্বপনক মাকে ক'লে— তোৰ সকলো শুভ কামলৈকে আৰ্শীবাদ আছে মোৰ তই মোৰ কথা, মই তোৰ কথা নাৰাখিলে সুখৰ সংসাৰতচোন তেনেই আউল লাগি যাব। মোক নক'লেও তোৰ শুভকামলৈ মোৰ সমৰ্থন, আশীৰ্বাদ সদায আছে সদায থাকিব স্বপন।

তেনেহ'লে শুনা মা, মই বিস্তু ঘৰত বিযা নাপাতো।

আচৰিত হ'ল মাক— তেনেহ'লে পাতিবি ক'ত?

কঠোৰভাৱে জনালে স্বপনে— বিযা মই হোটেল ভাডালৈ তাতে পাতিম। তেতিযা ঘৰুৱা কোনো ঝামেলা নাথাকে আৰু তেতিযা বন্ধু বৰ্গযো ইচ্ছা মতে খোৱা পিযা স্ফুৰ্তি কৰিব পাৰিব।

মাকে মনোকষ্টেৰে জনালে— হ'ব বাৰু মুঠতে বিযাখন শান্তিৰে সমাধা হোৱাটোৱেই মোৰ মনোকামনা। কিন্তু এটা কথা স্বপন— তই মনত আঁসোৱাহ নকৰিবি কাৰণ মই হোটেলৰ পাৰ্টিত গৈ তাত তহঁত হালক আশীৰ্বাদ যাচিবগৈ নোৱাৰোঁ। বাকীখিনি কাম ইযাতে সমাধা কৰিবৰ বাবে আজিযেই ভগৱান ভগৱতীক তলৰ ঘৰতোৰ পৰা তোৰ এই ওপৰৰ ঘৰটোলৈ আনি পুৰোহিত এজন অনাই থ'ম বাৰু মই।

বচ তাৰ মনোবাঞ্ছা এফালে সিদ্ধি হ'ল তথাপি ব্যভিচাৰে তাৰ মনটো গ্রাস কৰিলে ইতিমধ্যে-মা পুৰোহিতৰ কোনো প্রযোজন নাই কাৰণ পুৰোহিত ভগৱান নহযতো।

পুতেক বিযা কৰাবলৈ সন্মত হোৱাটোৱেই যথেষ্ট বুলি ভাবি ক'লে— পুৰোহিত হ'ল প্রতিনিধি। জন্মতে কোনেও একো শিকি নাহেতো। সেই বাবেই গুৰুৰ প্রযোজন

হয়। শিক্ষা গুৰুৰ দৰে দীক্ষাৰ গুৰুক ধৰ্ম্ম গুৰু মনা হয়। মাককো গুৰুৰ স্থানত ৰখা হৈছে। বাৰু ভগবান ভগৱতীৰ ইচ্ছা— প্ৰণতিয়ে দুই হাতযুৰি ওপৰমূৰকৈ সেৱা এটা জনালে— মই তেনে বাকীখিনি যোগাৰ কৰি তোৰ হাতত তুলি দিম। আৰু এতিযাই ভগৱান, ভগৱতীক আনি এইটো ঘৰত প্ৰতিষ্ঠা কৰোঁহি সৰ্ব্ব মঙ্গল হ'ব তোৰ। বহুদিনৰ মূৰত ইমান হিয়া নধৰা আনন্দত অধীৰ হৈ প্ৰণতি ওলায় আহিল। উপাস্য দেৱ দেৱীৰ কাষলৈ।

অত্যাধুনিক আৰু আধ্যাত্মিক পৰাযণ পৌৰাণিক প্ৰেমৰ দুদোল্যমান সন্ধিক্ষণত জীৱন অথাই সাগৰত পৰি হাবুডুবু খোৱা মনটোক শান্তনা দিবলৈ বুলি পাৰ বিচাৰি বুকুখন তললৈ দি বিছনাখন সাৱতি ধৰি চকুহাল জোৰকৈ মুদি শুই পৰিল স্বপন সেই মুহূৰ্ততে।

হোটেল গুলচনৰ সন্মুখত কেইবাখনো নতুন নতুন গাড়ী আৰু নতুন যুগৰ পুৰুষবো সমাগম হৈছে তাৰে।

হঠাৎ হোটেলৰ ভিতৰৰ পৰা অত্যন্ত ক্ষোভৰে ওলায় আহিল সুণিত আৰু ৰুবী। তেওঁলোক দুয়ো বেগাই আহি এখন অট'ৰিক্সাৰে ঘূৰি আহিল বিয়াৰ পাৰ্টিৰ পৰা ।

প্ৰণতিয়ে গেটৰ মুখত উৎফুল্লমনে অধীৰভাৱে অপেক্ষা কৰি আছে দৰা-কন্যাক আদৰিবৰ্ বাবে। তেওঁ মনতে জুকিয়াই থৈছে পুত্ৰ বোৱাৰীয়ে তেওঁৰ চৰণত ধৰি সেৱা কৰিলে অন্তৰ উবুৰিয়াই কি বুলি আশীৰ্বাদ দিবনো। ভাবি থাকোঁতেই হঠাৎ চকুত পৰিল অট'ৰিক্সা এখন তেওঁৰ ঘৰৰ ফাললৈকে আহি আছে। অনুমান হ'ল অ'টখন আহি যেন তেওঁৰ ঘৰৰ সন্মুখতে ৰ'বহি । আকৌ ভাবিলে আৰে ইমান চৌখিন স্বপনে নিজৰ নতুন গাড়ীখন এৰি সাধাৰণ অট'ৰিক্সাখনত নতুন কন্যাজনীলৈ মোৰ কাষলৈ ঘূৰিবনে বাৰু? এহ্ এইবোৰ ভবাটোও ভুল।

ঠিক অট'খন ঘৰৰ সন্মুখত আহি ৰখালত সুণিত আৰু ৰুবী নামি আহিল।

দুয়োৰে বিবৰ্ণ প্ৰায় মুখ দেখি প্ৰণতিৰ বুকু কঁপি উঠিল। আৰে আগতিয়াকৈ দুয়ো অভিভাৱক খণ্ড ক্ষোভ ভৰা চেহৰাৰে ওলটি আহিল যে কিবা অথন্তৰ ঘটা নাইতো? গেটখন খুলি ধৰিলে প্ৰণতিয়ে।

ৰাস্তাৰ পৰাই খণ্ড উদ্‌গিৰণ কৰিলে সুণিতে প্ৰণতি বাইদেউ আপোনাৰ ল'ৰাৰ বিয়া পাতিছেনে ছিয়া পাতিছে? আমি আগেয়ে এনেকৈ বুলি জনা হ'লে ছোৱালী ঘৰতে বুঢ়ী হ'লেও স্বপনলৈ কেতিয়াও মৰি গ'লেও বিয়া নিদিলোহেঁতেন।

প্ৰবল শঙ্কাত বুকুখন চিৰিঙকৈ গ'ল প্ৰণতিৰ। হেৰা সুণিত আচল কথাতো কোৱাঁচোন হ'লনো কি?

এইবাৰ ৰুবী জকি উঠিল হ'ব আৰু কি। আপোনাৰ ল'ৰাই বাহিৰা টকা দুটা হাতত পাযেই নিজৰ ইষ্ট কুটুম সম্বন্ধীযক পাহৰি আত্মমাৰ্যদা অকণো নাৰাখি অৰ্দ্ধ শিক্ষিত কিছুমানক বন্ধু বুলি বুকুত সাৱতি সঙ্গতি বিহীনভাৱে নাচি- গায বটলৰ বিয়া পাতিছে মতলবি মতলিয়া মানুহক লৈ পাৰ্টি দিছে । নিজৰ ঘৰ দুৱাৰ ধৰ্ম্ম, কৰ্ম্ম, মান মাৰ্য্যদা যদি বাদেই দিলে তেনে আমাৰ নিচিনা নৈতিকতাৰ মাজত থকা আধ্যাত্মিক

পৰিৱেশত ডাঙৰ হোৱা ছোৱালীজনীক বিয়া কৰাব নালাগিছিল নহয়।

এইবাৰ সুণিতে স্পষ্টভাৱে অতীতৰ মধুৰ সম্পৰ্ক চিৰদিনৰ বাবে বিচ্ছিন্ন কৰি দিলে চাওক বাইদেউ আজিৰ পৰা অলঙ্কৃতা আমাৰ ত্যাজ্যভাগিনী হ'ল। যমে নিলেও নিয়া জোৱাঁয়ে নিলেও নিয়া গতিকে তাইক স্বপনলৈ দিয়া মানে যমে নিয়া বুলিয়েই ধৰিলোঁ আমি। এনেকুৱা নৈতিকতাহীন সম্বন্ধৰ মানুহ আমাৰ পৰিয়ালত নি আমাৰ ভৱিষ্যৎ বংশলৈ কলঙ্ক আনিব নোৱাৰোঁ। আজি এই মুহূৰ্তৰ পৰা আপানালোকৰ ঘৰৰ সৈতে আমাৰ ঘৰৰ সম্বন্ধ মুঠতে শেষ।

ৰুবীয়েও আন্তৰিকতাহীন অদূৰদৰ্শী সংস্কাৰহীনভাৱে জনালে আগৰ সম্বন্ধক পাহৰি যাওঁক এই ক্ষণৰ পৰা

আহাঁ ৰুবী বৈ থকাৰ আৰু প্ৰযোজন নাই দুয়ো উভতিল।

প্ৰণতি আগবাঢি আহিল হেৰাঁ ৰুবী শুনিছানে বোলো সুণিত কমেও মোৰ কথাতো শুনি যোৱাঁচোন অনুগ্ৰহ কৰি।

ৰুবীয়ে যাওঁতে কৈ গ'ল নিবুকা গৰু গো খোৱা যমৰ দৰে আপোনাৰ ঠাণ্ডা বুলি ভবা টিঙৰ ওপৰত উঠা তলে পুতল ল'ৰাই আৰু বা কি কৰে একমাত্ৰ ভগৱানে জানে। গতিকে অলঙ্কৃতাৰ কিবা অঘটন ঘটিলে তাৰ দায়িত্ব আৰু আমি ল'ব নোৱাৰোঁ দেই।

প্ৰণতিয়ে চিঞৰি মাতিলে, ৰুবী শুনাচোন সুণিত।

ৰুবী আৰু সুণিতে ঘূৰিও নাচালে। পুনৰ অট'ৰিক্সাখনত উঠি ঘৰমুৱা হ'ল।

দেউকা ভগা পখীৰ দৰে প্ৰণতিয়ে জুপুকা মাৰি আৰু কি যে অঘটনৰ সন্মুখীন হ'ব লাগিব তালৈ যেন অপেক্ষা কৰি বিষণ্ণ মনে ভগ্ন হৃদয়েৰে এখোজ দুখোজকৈ তলমূৰকৈ ধীৰ গতিৰে ঘৰৰ ভিতৰত আৱদ্ধ হৈ পৰিবৰ বাবে পাছ হুহঁকি আহিল।

গেটৰ মুখত আহি দুখন গাড়ী ৰ'লহি। গাড়ীৰ ভিতৰৰ ডেকা ল'ৰাখিনিৰ মাজত উশৃঙ্খল আনন্দৰ হৰ্ষধ্বনি শুনি মাকে ওপৰ মহলৰ পৰা খিড়িকীৰ পৰ্দাখন দাঙি শঙ্কিতভাৱে চাই দেখা পালে প্ৰথম ভেনখনৰ আগৰ দুৱাৰ খুলি নামিল দৰা আৰু কন্যা। তাৰ পাছৰ চিটৰ দুৱাৰ খুলি নামিল ছজনমান যুৱক।

পাছৰ স্বপনৰ নিজা গাড়ীখনৰ পৰা হেঁচা-ঠেলাকৈ উঠি অহা দহজন যুৱক নামি, হৈ স্বপন হৈ অলঙ্কৃতা, বুলি আগুৰি ধৰি নাচি-বাগি মুখত যি গানৰ কলি আহে

হিন্দী অসমীয়া মিলাই ।

আ গলে লাগি যা প্যিৰকা চবনম হে তু

আহাঁছো আহাঁ চুম এটা দিয়া যৌৱন উথলি যায়

চাপৰি গুহৰি বজাই কিৰিলীযাই আদিমতাৰে হেঁচি ঠেলি আগুৰি আনিলে নৱা কন্যাক উন্মাদ লগৰীযাজাকে।

এইবাৰ গা মন উতলি থকা কেইটামানে অলঙ্কৃতাক প্ৰায অধীৰভাৱে উত্ৰাৱল হৈ টানি আনি ঘৰ সুমুৱালেহিঁ।

খপজপনিত অৰ্দ্ধচেতন স্বপন ক'ৰবাতে থাকিল।

মাক আগবাঢি আহি কেউটাৰে মুখত মদৰ দুৰ্গন্ধ পায আগভেটি ধৰি বাক-ৰুদ্ধহৈ কান্দোন পাহৰি পেলোৱা দিশহাৰা যেন হোৱা ভিতি বিহ্বলা অলঙ্কৃতাক আঁকোৱালি ধৰি বাকী কেউটাক দৃঢতাৰে বাধা দিলে– তোমালোক ইঁযাতে ৰ'বা স্বপনক আহিবলৈ দিয়া।

এইবাৰ অজান আশঙ্কাত কম্পিতা অলঙ্কৃতাই শাহুৱেকক গবামাৰি ধৰি অন্তৰৰ মৰ্ম্মান্তিক বেদনাৰে পৰিত্ৰাণৰ বাবে চিঞৰি হাৱ হাৱকৈ কান্দি উঠিল– মা মোক বচাওঁক।

নিচাত অৰ্দ্ধচেতনভাৱে উঠি অহা স্বপনে এক্সিউজ মি মা বুলি মাকৰ ভৰি কেইটা সাৱতি ধৰিলে।

শৰীৰত সুগন্ধি অনুলেপন মুখেৰে দুৰ্গন্ধ ভাষণ দিযা কেইটাই স্বপনৰ ফুলশয্যা ক'ত বুলি অলঙ্কৃতাক মাকৰ বুকুৰ পৰা টানি আনিলে অলঙ্কৃতা আহাঁ ফুল শয্যাৰ কোঠালৈকে তোমাক আদৰণী জনাই থৈ যাওঁ।

প্ৰথম কোঠাৰ দুৱাৰ হেঁচি উকা দেখি দ্বিতীয কোঠাৰ সুসজ্জিত বিছনাখন দেখি ঠেলি হেঁচি আনি বগৰাই দিলে অলঙ্কৃতাক বিছনাৰ ওপৰত সিহঁতে।

অলঙ্কৃতাই সতীত্ব হেৰোৱা ভযত শঙ্কিত হৈ মূৰ্চ্ছা প্ৰায় হ'ল।

মাকে উপাযন্তৰ হৈ স্বপনক গাৰ সমস্ত বলেৰে চোঁচোৰাই আনি অলঙ্কৃতাৰ কোঠাত সুমুৱাই দি খণ্ডত বিহ্বল হৈ ৰণচণ্ডী ৰূপ ধাৰণ কৰিলে। যাৰ যাৰ আত্মসন্মান আছে সিহঁতবোৰ তৎক্ষণাৎ ওলায় যা। নহ'লে মই ৰঙা ৰাঙলী কৰিবলৈ বাধ্য হ'ম।

দেৱীৰ উগ্ৰচণ্ডী ৰূপ দেখি কেউটাৰে বলিযা উন্মাদ আনন্দৰ সীমা ৰুদ্ধ হৈ গ'ল। জ্বলক তবক চকু মোহাৰি সাক্ষাৎ ক্ৰোধান্বিতা উগ্ৰ ৰণচণ্ডী দেৱীক সন্মুখত দেখি সকলো স্তম্ভিত কম্পিত হৈ উঠি মুহূৰ্ততে কোঠাৰ পৰা সুৰ সুৰকৈ ওলায় আহিল লগে লগে মাকে স্বপনক অলঙ্কৃতাৰ কাষলৈ ঠেলি দি দুৱাৰখনৰ হুকটো বাহিৰ ফালৰ পৰা মাৰি দি স্বস্তিৰ নিশ্বাস পেলায় ক'লে— আগৰ বিযাত সুগন্ধৰে আমোল মোলাই শান্তি পৱিত্ৰতাৰ ৰূপ বিলাই আৰু এতিযাৰ বিযাত দুৰ্গন্ধি বিযপাই অমানৱীযতাক আদৰি সমাজ জীৱন পঙ্গু কৰিছা কিয তোমালোকে? আজি মদখাই বৰযাত্ৰী হৈ উশৃংখলাতাৰে এক্সিডেন্ট হ'লে জীৱন যাব কাৰ? নিচাৰ কবলত পৰি অশ্লীলতাৰে যদি সীমা পাৰ হোৱা তেনে একোখন সংসাৰ ভাগি চুডমাৰহৈ যাব পাৰে। আনন্দৰো এটা সীমা আছে। এনে আসুৰিক আনন্দক ৰোমাণ্টিক আখ্যা দিযা নাযায।

কেউটাই অপমানত তলমূৰ কৰি অৰ্দ্ধচেতন অৱস্থাত আত্মসন্মান লাঘৱ আৰু সাঙঘাটিক ব্যৱহাৰ হয বুলি, মাক দেউতাক থকা ঘৰত সিমা আৰু মাৰ্য্যদা আছে বুলি উপলব্ধি কৰি আৰু এক মিনিটো পলম নকৰি লৰা-লৰিকৈ তললৈ নামিল।

ইফালে স্বপনে সঙ্গীৰ মাতাল সঙ্গ বিচাৰি খণ্ডত ঢকিযাই দুৱাৰ ভাঙো যেন কৰি চিঞৰি উঠিল- মা ভালে ভালে দুৱাৰ খুলি দে?

দেখা যাব স্বপনক বুলি কৈ কেউটা শেনৰ দৰে আহি অপমানত যেঁচাৰ দৰে উভতি গাড়ীত উঠি অহা বাটে ঘূৰি গ'ল।

প্ৰণতি দুঃশ্চিন্তাত কঁপি উঠি মৌন হৈ ৰ'ল। তেওঁৰ চকুৰ আগত ভাঁহি উঠিল এখন সমস্যা জৰ্জ্জৰিত উশৃঙ্খল অন্ধকাৰ মঘ পৃথিৱীৰ প্ৰতিচ্ছবি। সোণৰ সংসাৰৰ মাযাত সযতনে বুকুত বান্ধি ৰখা আশা আকাঙ্ক্ষাবোৰ যেন হঠাৎ ভাগি চুডমাৰ হৈ গ'ল।

ঠিকাদাৰৰ পুষ্যগুণ্ডা ইদ্রীচ আৰু ব্রুকচে নিজ নিজ ধান্দাত চিকাৰ বিচাৰি আনে নুশুনাকৈ নিজৰ ভিতৰতে সৰুকৈ গুপ্ত ব্যৱসাযৰ কথা পাতি ৰেল লাইনৰ কাষেৰে গৈ থাকোঁতে দেখা পালে কিছুমান জুপুৰি ঘৰ। বিশেষ মনোযোগ নিদিযাকৈ দুযোটা আগবাঢি গৈ থাকিল। হঠাৎ দেখা পালে এটা পাণ ঘুমটি অভ্যাস বশতঃ মুদ্রা দোষৰ দৰে পাণ চিগাৰেট খাবৰ বাবে দুযোটা আহি ঘুমটিৰ মুখত ৰ'লহি। শুনিবলৈ পালে ভিতৰফালে আধুনিক শিক্ষাৰ ছাঁ নপৰা গাঁওবাসীৰ প্রচলিত হিন্দী ভাষাৰে কথাবার্তা চলিছে তোহৰকো মাৰকে মুৰাদেঙ্গা

ইদ্রীচে ঘুমটিতোৰ পাতল আবৰণ পচাটিঙখনত হাতৰ আঙুলিৰে টকৰিয়াই দিলে।

ওলাই আহিল মানুহ এজনী আৰু দেখা পায যেন আত্মহাৰা হৈ চিঞঁৰি উঠিল আৰে ব্রদাৰ আহি গ'লা তোমালোক, ঠিক মই সিদিনাই জানো যে তোমালোকে বিচাৰি আহিবাই মোক ।

থত মত খাই দুযোটাই ইটোৱে সিটোৰ মুখলৈ প্রশ্নবোধক চাৱনিৰে চালে। কোন ৰমণী হ'ব পাৰে বাৰু ?? কোনো দিলজান টো নহয?

আৰে ইমান জলদি পাহৰি গ'লা মোক ? কেলেই সিদিনা সেই চাৰি আলিৰ বিহাৰী বদনৰ হোটেলখনত যে মিলিটেৰিযে খেদিছে বুলি যে তোমালোকৰ আড্ডাৰ আশ্রয লৈছিলোঁ আৰু তোমালোকে মোক ভদ্র মহিলা বুলি যে বচাইছিলা পাহৰিলা ।

হৰষিত হৈ দুযো দুযোৰে পিঠিত মাৰিলে চাপৰ দিলে হা হা হা কৈ হাঁহি। আৰে তাৰ মানে তুমি ৰাস্তাৰ দিদি সমস্বৰে কৈ উঠিল দুযো।

অট্টহাস্য শুনি ভিতৰফালৰ পৰা চাৰিটা ৰক্ষীত ওলায আহিলেই- কোন হয বাপ— চিনেমা চাই চাই নিজকে হিৰ' বুলি ভাবে সিহঁতে।

দিদিযে বাধা দিলে এৰিয়াৰ গুণ্ডা কেইটাক— তহঁত ভিতৰত যা মোৰ মানুহ হয।

ইঙ্গিত পোৱাৰ লগে লগে চাৰিওটা বেনামি চোঁচোৰা গুণ্ডা ভিতৰ সোমাল কোৱাঁ, কি বিচাৰি আহিছিলা . ?

ব্ৰুকচে মোচকোচা মোহাৰি জনালে আৰে তুমিটো জানায আমাৰ এইবোৰৰ প্ৰযোজন।

নিজৰ কাৰণে?

ইন্দ্ৰীচে হাঁহিলে দুযোটা কাৰণে।

মানুহজনী ওলাই আহিলেই ব'লা ভিতৰলৈ। চাই চাই দাম আছে।

সিহঁতে আগবাঢ়িব খুজি আকৌ ৰৈ গ'ল। ঠাই ডোখৰ দুৰ্গন্ধময, মদৰ গোন্ধ, ৰাস্তাৰ কি শোচনীয অৱস্থা এক আঁঠু বোকা তাতে গাহৰি, হাঁহ, কুকুৰাৰ, খচকনি হাগনি। উহ মানুহ থাকেনে ইতৰপ্ৰাণী থাকে ইযাত বাৰু? মদাহীবোৰেই ইমান লেতেৰা-পেতেৰাহৈ ধূলিযে বালিযে পৰি থাকে। তাতোকৈ আমি ভবাত জন্তুও কিজানি থাকিব নোৱাৰে ইযাত।

ল'ৰা-ছোৱালী কিছুমানে বাটৰ ওপৰত ঘৰৰ সন্মুখত বহি প্ৰসাৱ পাযখানা কৰিছে। কিছুমানে কেঁচানাদৰ পানী তুলি পাৰতে গা ধুইছে, কাপোৰ ধুইছে। তাৰ মলিযন পানী বৈ আহিছে কুঁৱালৈ আৰু বৈ গৈছে ৰাস্তাৰ ওপৰলৈ।

ইন্দ্ৰীচে নাক কোঁচাই জনালে– আৰে দিদি ভিতৰলৈ যাব নোৱাৰোঁ দেই।

ব্ৰুকচে সুধিলে এইবোৰ জেগাত কেনেকৈ মানুহ থাকে কি কৰি খায।

মানুহজনীযে যেন গৌৰৱেৰে জনালে– আৰে ভাই তোমালোকতকৈ বেছি টকা আছে ইহঁতৰ।

কেনেকৈ ? আচৰিত হৈ প্ৰশ্ন কৰিলে ইন্দ্ৰীচে।

হাঁহিলে মানুহজনীযে দেহা আৰু বেহা।

মানে ? চকুকেইটা হাঁহি থকা দুষ্ট মানুহজনীলৈ অপলক নযনে চাই ৰ'ল ব্ৰুকচে।

মানুহজনীযে একেবাৰে সহজভাৱে জনালে মানে আৰু কি ছোৱালীযে আঠ বছৰৰ পৰা, ল'ৰাই ছয বছৰৰ পৰা।

একেবাৰে বুজা নাই দিদি ঔৎসুক্যভাৱে প্ৰশ্ন কৰিলে ইন্দ্ৰীচে।

গুদাম ঘৰ ৰেলৱে ষ্টেচন, বাছ ষ্টেণ্ড, টেক্সি ষ্টেণ্ড বা চিনেমা হলৰ আগত দেখিছা ওঁঠত লিপষ্টিক মুখত চুনকাম সজ্জিযা বা দামী নতুন কাপোৰ পিন্ধি ইফালে সিফালে কৰি চকুৰ পলক সলায থকা আৰু ট্ৰাকষ্টেণ্ডৰ ধাবা বোৰত যে দেখিছা যৌন সঙ্গি

নীবোৰ আৰু অন্তদেশীয পৰিবহণৰ ট্ৰাকৰ ভিতৰত যোৱা সঙ্গিনীবোৰ যে.

বাৰে বা দিদি বুজি গ'লোঁ বুজি গ'লোঁ আৰু বচ নালাগে ইন্দ্ৰীচৰ যেন অন্তৰ ভৰি গ'ল।

বাকী ল'ৰা বুঢাবোৰৰ কাম ধান্দা ব্ৰুকচৰ জনাৰ ইচ্ছা বাঢি গ'ল।

চানাচুড় পাণৰ ডলা বাদামভজা কিছুমানে টিঙত ভৰাই চুণ পাপৰি কপাহ মিঠাই ।

সেইবোৰ বনাই ক'ত দিদি ? ঘৰবোৰৰ অৱস্থালৈ নিৰীক্ষণ কৰিলে ব্ৰুকচে।

চুলাত বনায আকৌ।

পিছে সেইবোৰ ৰাখে ক'ত ইন্দ্ৰীচে চাফ-চিকুণতাৰ খাতিৰত প্ৰশ্ন কৰিলে।

বনাই একেখন ভাতৰন্ধা কেৰাহী বা বটুৱাতে আৰু থয় শোৱা বিছনাৰ বস্তাৰ ওপৰতে।

তেনেকৈ তৈযাৰ কৰিলে সেইবোৰত জাম নাথাকে জানো— ইন্দ্ৰীচ আচৰিত হ'ল।

আৰে বাদ দিযা ভাই সেইবোৰ আমি খায মৰিম নেকি কিবা? মদৰ চোকত আমাৰ নিচিনা মানুহে খালেও হজম হৈ যাব। বাকী ধনীৰ দুলালীবোৰে মৰিলে, বেমাৰত পৰিলে নাচিংহোমবোৰত থাকি ডাক্তৰক টকা দি বচাই লব আৰু মৰিলেও আমাৰে ভাল।

ধেইত কেনেকৈ একান্তমনে শুনি থকা ব্ৰুকচ আচৰিত হ'ল।

মানে মৰিলে আমাৰ নিচিনা লোকৰ ঘৰৰ পৰা চোকৰা চুকুৰি নি তুলি ল'ব বা চাকৰ নিচিনা কৰিব, বচ কেতিযাবা এইবোৰ ল'ৰা ছোৱালীযেও প্ৰথমে বিশ্বাস জন্মাই পাচত সুবিধা পালে ধন সম্পত্তি লৈ উধাও হ'ব বচ।

ব্ৰুকচে মূৰ দুপিযালে— অ' বুজিছোঁ কিন্তু দিদি তহঁতি ইমান পুতি গন্ধময জেগাত বাস কৰ কেনেকৈ।

আৰে বাবা চা এইবোৰ জেগাত দিনত এটা জনপ্ৰাণী নাপাব, সববোৰ ধান্দা বাজিত ওলায় যায। কিছুমানে ভেল্কিবাজি কৰি, যাদুখেল, কুচ কাৱাজ, দেখুৱায়। কিছুমানে সাপ, বান্দৰ, ভালুক নচুৱাই আলসতে টকা ঘটে। ডেকা কিছুমানে সুবিধা পালে ব্ৰেক মেইল, টিকট ব্ৰেকাৰ, বজাৰ, ষ্টেচনত পকেত মৰা মানে হাতকা চাফাই।

আৰে বাপ মুঠতে আইনৰ চকুত দোষণীয় কিন্তু মহালাভবান কামবোৰ কৰি চলি থাকে ওপৰতে গতিকে ৰাতি আহি মদৰ জালত গোন্ধেই আছেনে ভাপেই আছে কোনে গম পায় হয়নে নহয় বাৰু তোমালোকেই কোঁৱাচোন কাইটি?

বাৰু দিদি তহঁতি যে ভেল্কিবাজি আৰু এইবোৰ মানে মৌজোল, গৰু ঘিঁউ। বেচ সেইবোৰ ক'ত পাব কেনেকৈ বনাব– সবিশেষ জনাৰ ইচ্ছাৰে প্ৰশ্ন কৰিলে ইদ্ৰীচে।

ভেল্কিবাজি হ'ল হাতকি চাফাই দৃষ্টিৰ সাল-সলনি মানুহক আভুৱা ভৰাৰ চাল মানে উপায়। মৌজোল মানে ধৰ বেছি পৰিমানে গুড চেনীৰ ৰস আৰু কিছুমান সস্তিয়া কেমিকেলচ্ গোলাপজল বাৰু বাদ দে সেইবোৰ। জাল ব্যৱসায়ৰ ভিতৰুৱা কথা ফাক কৰি দিব নাপায়। গৰু ঘিউ মানে টিঙৰ তলত আলুগুটিৰ লগত কম দামী ঘিঁউ দি তাৰ ওপৰত বজাৰৰ পৰা ভাল গৰু ঘিঁউ আনি বিযপাই দিওঁ। মানুহে ওপৰৰ পৰা আঙুলিৰে লৈ শুঙি চাই ধুনীয়া পায় আৰু আমাৰ মোহনীয়া শপত কথাত বিশ্বাস কৰি লৈ লয়। বচ বেচি অহাৰ পাছত আমাৰ চুৰত আৰু ক'ত দেখিবলৈ পায়।

কথাৰ পুৰা ৰস পায় লগতে দুই নম্বৰী কথা আৰু জনাৰ ইচ্ছা বাঢ়ি গ'ল সিহঁত দুযোটাৰ।

এইবাৰ আকৌ ইদ্ৰীচে সুধিলে– দিদি তহঁতি যে কাণ, নাক চুন্নত কৰি ফুৰ ফুক ফাক দাৱাই দি ফুৰ ঝাৰ ফুক কৰি ফুৰ সেইবোৰ বস্তু ক'ত পোৱানো ক'ত শিকনো।

আৰে বাবা এইবোৰ আমাৰ বাপ দাদাৰ দিনৰ পৰা চলি আহিছে দেখি শিকিছোঁ। বেলেগে আৰু ট্ৰেইনিং ল'ব লাগিছে নেকি?

সেই নাক কাণ ফুটোৱা সৰঞ্জামবোৰ ধোৱা আওখলা কৰ জানো তহঁতি ঘৃণা লাগি গ'ল ৰুকচৰ।

হেৰৌ ডাক্তৰবোৰে কিবা স্প্ৰিট চিস্প্ৰিত দি ধোৱে বা নোধোৱে সেইবোৰ সিহঁতৰ কথা। আমাৰ সেইবোৰ কৰাৰ কি প্ৰয়োজন। আমাৰ কাষ্টমাৰবোৰতো তেনেকুৱাই।

আচ্ছা দিদি তঁহতি ভয় নকৰনে যিকোনো বেযা কাম কৰিবলৈ– ইদ্ৰীচ নিজেই তেনেকুৱা যদিও দিদিহঁতৰ বেপেৰোৱা কাম সিদ্ধিত ওস্তাদি দেখি তাৰ মাজত কিবা এটা পোৱাৰ আশা কৰিলে সি।

আৰে বাপ টকাৰ কাৰণে মাৰ্ডাৰ কৰিবলৈও আমাৰ ভয় নাই । বৃত্তিধাৰী গুণ্ডা আমাৰ মাজত বহুত আছেতো। দুনিযাত টকাইতো আচল। আমাৰ নামেই অঘৰী। আজি ইয়াত, কালি তাত যাৰ আত্মসন্মান বুলিবলৈ একে নাই চৰকাৰৰ ঘৰত হাত পাতিবলৈও নাই। আমাৰ বেদখল কৰি বনোৱা জুপুৰি ভাঙি দিলেও কান্দিবলৈ নাই ষ্টেচনত আছে ঠাই। আমাক যদি পুতৌ কৰিবলৈ কোনো নাই, আমাৰ বাবে মুঠতে ভাবিবলৈ কোনো নাই। সকলোৱে আমাক অৱজ্ঞাৰ চকুৰে চাই চৰকাৰেও আমাক নিজৰ দেশৰে মানুহ বুলি নাভাবে। খালি উচ্ছেদ কৰি ফুৰে। তেন্তে আমাৰ আনৰ বাবে ভাবিলৈ কি দৰকাৰ আছে, কচোন, সেইবাবে আমি আচলতে সকলোকে আমাৰ অৱস্থা প্ৰাপ্ত হোৱাতোকে বিচাৰোঁ। চাকৰি জীৱনত কোনোঁও নিদিযে বাবে ঠগি চুৰি কৰি ফুৰোঁ। চা বাপ-যাৰ আত্মসন্মান ইজ্জত নাই তাৰবাবে দুনিযাত বেযা কাম কৰিবলৈ কিহৰ লাজ। আমাৰ বহুতৰেতো মা বাবাৰ চিনেই নাথাকে।

সংসাৰৰ বেযা ফালটোৰ প্ৰতি অভিজ্ঞতা থকা অথচ কেতিযাবা ডাঙৰ মানুহৰ দৰে ধনী হ'বলৈ প্ৰযাস কৰা মানুহজনীযে ক্ষোভেৰে অথচ নিজৰ গৌৰৱ অনুভৱ কৰি কোৱা কথাবোৰ দুযোটাই অতি মনোযোগেৰে শুনি নিজৰ অৱস্থাতো বিশ্লেষণ কৰি তন্ময হৈ ৰ'ল।

ইন্দ্ৰীচে মানুহজনীৰ মাজত কিবা এটা হ'লেও বিচাৰি পায প্ৰশ্ন কৰিলে-- তোৰ দেখিছো আমাতকৈ বেছি জ্ঞান আছে। ইমান অভিজ্ঞতা হ'ল কেনেকৈ তোৰ।

চা বাপ, মোৰ জন্মৰ বিষযে নাজানো কিন্তু আমাৰ কোনোবাই নি মোক এঘৰ পণ্ডিতৰ ঘৰত সম্ভৱ বিক্ৰী কৰিলে। ব্ৰাহ্মণ পণ্ডিতজনে মোক নিজৰ ছোৱালীজনীৰ নিচিনা ভাবি স্কুলতো পঢ়াইছিল কিন্তু মোৰ গাৰ তেজৰ পিৰ-পিৰণিত এটা জামাদাৰৰ লগত পলায আহিলোঁ। পাছত তাকো এৰি দি নিজৰ ধান্দাত লাগি গ'লোঁ।

কেলেই -- দুযো তবধ মানি সমস্বৰে প্ৰশ্ন কৰিলে।

চা বাপ আচল কথা কি জান দেহোপজীৱীনিক ৰাজ কাৰেঙত ৰাণী কৰি ৰাখি পৃথিৱীৰ সকলো সুখ সম্পদ প্ৰদান কৰিলেও কোনো দিনেই তাই শান্তি নাপায সুখী নহয। অনাই বনাই প্ৰতি দিনৰ লগৰী বিচাৰি ফুৰাইটোৱেই তাইৰ জীৱনৰ আটাইতকৈ ডাঙৰ চিকাৰী সুখ।

এইবাৰ ব্ৰুকচে মানুহজনীৰ বেঁযা কামত নিৰ্ভীকতা দেখি আনন্দেৰে সুধিলে আচ্ছা তইঁতি যে বেযা কামবোৰ কৰি ফুৰ কিন্তু ধৰা পৰিলে কি কৰ বাৰু?

বুকু দুইঞ্চি ফুলাই ক'লে— চা আৰে বাপ, আইন কানুনে আমাক কি চুব, পুলিচ আহি বস্তিত বোকাৰ পানীয়ে গুৰে মূতে একেকাৰ জেগাত ক'ত সোমায়, কাৰ ওচৰত কি পাট্ৰাপাব কাৰণ সববোৰ মানুহ একেই ডাগি। চা ভাই পুলিচক কেনেকৈ বশত ৰাখিব আগে আমি ভালকৈ জানোতো। কিছুমানৰ লগত আমাৰ মাহেকীযা ভাগৰ চুক্তি আছেতো।

ব্ৰুকচে বৰ মনোযোগেৰে শুনি বৰ আগ্ৰহেৰে সুধিলে— তাৰ মানে তহঁতৰ ওপৰ মহলৰ লগত হাত আছে ন?

আছে, দোস্ত, নাথাকিলে কি দুনিযাত আন্ধাৰৰ দুই নম্বৰী কামবোৰ ইমান সহজে চলি থাকে! বুজিছ দুৰ্ব্বল ঠাই পালেই আমি হাত দিওঁ। আজি কালি জানইতো বহুত ভাল মানুহৰ ঘৰৰ বেকাৰে আমাৰ লগত হাত মিলাই। সেইবাবেইতো বহুতো জঘন্য কেছ ধৰাই পেলাব নোৱাৰে। তাৰ পাছত এনেকুৱাবোৰ ভাল ঘৰৰ সঙ্গীক চুল্লাই খুৱাই ল'লে সিহঁতে চেহেৰা চিনি নাপায। মুঠতে হ'লেই হ'ল। কেতিযাবা কিছুমান মাইকীযে তাইৰ মতাৰ লগত দ্বন্দ্ব হাই কৰিলে আৰু অলপমান ৰাতি মতাটোক ভাল নাপালে আমি বেলেগ ৰিস্তা দিম বুলি কেইজনীক আনি মোটা টকাৰ বিনিমযত বেচি দিছোঁ।

ইন্দ্ৰীচে নিজৰ নিজৰ হাত মজবুত কৰিবলৈ সুধি থলে— বাৰু দিদি তহঁতি ওপৰত মহলৰ কেনেকে হাত কৰনো?

চা দোস্ত, ধৰ মযে তহঁতৰ নিচিনা ধান্দা বাজি কৰি ফুৰা মানুহৰ লগত সকলোবিধৰ সম্বন্ধ ৰাখিলোঁ। তহঁতি ৰাখিলি ধৰ মোৰ যোগেই বা নিজেই ধান্দা বাজি ৰখা ব্যৱসাযী ঠিকাদাৰ, জুৱাৰী মানুহৰ লগত। আকৌ ধৰ সেই ছোঁৱৰ সবে সম্বন্ধ ৰাখিলে একেবাৰে দিনত মুখা পিন্ধা ভদ্ৰ আৰু নিশা উপভোগৰ লালসি ক'লা টকাৰ বেপাৰী মাতাল ওপৰ মহলৰ লগত। কেতিযাবা দেশৰ নেতা বোলাবলৈ যোৱা ঠগ বিছুমান প্ৰবঞ্চকৰ লগত সম্বন্ধ ৰাখি বচ ইটোৰ পৰা সিটোলৈকে জড়িতহে যায। দেখিছোঁ এই দেশৰ হাল-ছাল কথা- চথা নজনা মানুহৰ প্ৰতি দাযিত্ব নথকা বহিৰাগত দুটামানে লটাৰীৰে বে আইনী টকা লুটি, ৰাজ ভড়াল লুটি এই দেশৰ ভাষা নজনা, কৃষ্টি নজনাকৈ ৰজা মন্ত্ৰীহে দেশ লুটিছে বিকিছে।

তই ঠিক কৈছ কিন্তু দিদি কিছুমান ৰজা মন্ত্ৰী যদি চোৰ হয, জেলত যায মানুহ মাৰে তেনেহলে আমাৰ ডকাইতি মাৰ্ডাৰ কৰিবলৈ কিহৰ ভয কিহৰ চৰম— মাইকী মানুহ এজনী সিহঁতৰ সঙ্গী হোৱা দেখি যেন সিহঁতৰ বুকু ফুলি উঠিল। সেইযে

ইদ্ৰীচে পূৰ্ণ সমৰ্থন আগবঢ়ালে।

এইবাৰ তাই সমৰ্থন পায দুগুণ উৎসাহেৰে জনালে আৰু কি জান আমাৰ কিছুমান মানুহ আছে ওপৰ মহলৰ বা ধনবান লুটেৰাৰ মোটা ধনৰ বিনিময়ত আনক মাৰ্ডাৰ কৰে। আনকি আনৰ দোষ মূৰ পাতি আনৰ বাবে জেল খাটি সিহঁতক বচাই দিয়ে। যাক আনে প্ৰফেচনেল কিলাৰ আখ্যা দিছে, বুজিছ। আমি এতিয়া বহুত ঠাই ঘূৰিছো ওপৰ মহলৰ দালালৰ লগত সমন্ধ ৰাখিছোঁ সেই বাবে ভুল শুদ্ধ বহুত ভাষা জানিছো বহুত কথাই শিকি পেলাইছোঁ বুজিছ দোস্ত।

দুযোটাই গভীৰ নীচ উলাহত আত্মহাৰা হৈ একে পথৰ যাত্ৰী হিচাপে মতা মাইকীৰ চিন পাহৰি তাইৰ পিঠিত মাৰিলে চাপৰ— বাহৰে বাহ দিলজান চাব্বাচ, পাই গ'লোঁ তোক আমি কিন্তু মদত কৰিব লাগিব দেই আমাক তই।

চা দোস্ত প্যাৰিলাল। টকাৰ লগত মদতৰ সম্বন্ধ, টকাৰ বিনিমযতহে দেহা যেহা কৃত্ৰিম মৰম সকলো থাকে, যি লাগে তাকে দিওঁ আমি।

দুযোটাই অধীৰ হৈ জনালে একেস্বৰে— ঠিক আছে দিলজান সমযত আমি আহি যাম। বায বায যাওঁ এতিযা আমি —

আৰে দিলকা টুকুৰা, হাত মিলাইছ যেতিযা আহ ভিতৰলৈ। খাই যাহি তৈযাৰ আছে।

দুযোটাই আসুৰিক উলাহেৰে ইটোৱে সিটোৰ মুখলৈ কামনা চৰিতাৰ্থ নিমিত্তৰ দৃষ্টিৰে চাই জোতা খুলি হাতত লৈ গভীৰ বোকাত ভৰি দিলে সেই মুহূৰ্ততে সিহঁতি।

তেতিযা সূৰ্য্য অস্ত গৈ পৃথিৱীৰ বুকুলৈ নামি আহিছিল কাল সন্ধ্যা।

গুদ মর্ণিং, লওক এইযা চাহ খাওক বুলি আঁঠুবাখন দাঙি অলঙ্কৃতাই চাহ কাপ আগবঢ়াই দিলে।

চাহকাপ স্বপনে একো নমতাকৈ লৈ মূৰতো তুলি সোহা মাৰি খালে।

অলঙ্কৃতা আহি টেবুলৰ ওপৰৰ পৰা চিঠিখন আনি স্বপনক দিলেহি এইখন আপোনাৰ চিঠি কালি আহিছিল।

খঙেৰে প্ৰশ্ন কৰিলে স্বপনে— কালিৰ চিঠি আজি দিছ যে?

আপুনি ৰাতি ঘৰ সোমাওঁতেই চিঠিখন দিম বুলি ভাবি থৈছিলোঁ। পিছে অৱস্থাতো দেখি দৰকাৰী চিঠি ফালি পেলোৱাৰ ভয়ত আজি পুৱাই দিছোঁ।

স্বপনে লেফেফাটো ফালি ছোৱালীৰ আখৰ দেখি বৰ আগ্ৰহেৰে পঢ়িলে ।

স্বপন মোৰ

প্ৰথমখন চিঠি মযে দিব লগা হ'ল, তোমাক ডিৰ্পাটমেন্টৰ পৰা ফ'ন দিলে কিন্তু মোক নাম্বাৰটো নজনালা। অপেক্ষা কৰি তুমি নহা দেখি পাপাৰ সম্পূৰ্ণ মতলৈ চিঠি দিলোঁ। আহি যোৱাঁ প্ৰথমে আমি ক'ৰ্ট মেৰেজ পাতি লওঁ। তাৰ পাছত পাৰ্টি দিম ডাঙৰকৈ কাৰণ বহুতে ডাঙৰ পেজেন্ট দিবলৈ বাট চাই আছে গড ব্লেস আস।

মেনি মেনি থেঙ্কচ

ইওৰ লাভাৰ

ডাৰ্লিং প্ৰিযা

চাহৰ খালি কাপটো লৈ যাবলৈ অপেক্ষা কৰি থকা অলঙ্কৃতাই লাহেকৈ আগ্ৰহেৰে সুধিলে— বৰ মনোযোগেৰে পঢ়ি আনন্দ লভিছে যে প্ৰমোচন হৈছে নেকি?

অ' হৈছে।

ক'ৰ পৰানো দিছে চিঠিখন

তোক উৰহী গছৰ ওৰ কেলেই, যা ইযাৰ পৰা।

বিযাৰ পাছত স্বামীৰ পৰা মধুৰ বাক্য প্ৰযাসী অলঙ্কৃতাই কঠিন স্বৰত অনাধিকাৰ সাব্যস্ত হোৱা জানি তললমূৰকৈ ওলায আহিল কোঠাতোৰ পৰা।

স্বপনে অতি উলাহত উঠি ৰিচিভাৰটো, কাণতলৈ ডায়েলত হাত ফুৰালে। ওঁহো নাই কোনেও ফ'ন উঠোৱা নাইচোন। তাত ফ'নটো বাজি বাজি বন্ধ হৈ গৈছে যে। আকৌ সি ৰি ডায়েল কৰিলে। ক'তা এই বাৰো যে কোনোৱে নধৰিলে। এতিয়া তাৰ মনত পৰিল এইটো ছাৰে দিয়া অফিচৰ ফ'ন নাম্বাৰহে গতিকে এই পুৱাতে বন্ধ অফিচত ফ'ন কোনে তুলিবনো। এইবাৰ সি ফ'নটোৰ পৰা উঠি আহি আলনাত ওঁৰি থোৱা কোটৰ জেপৰ পৰা সৰু ডায়েৰীখন উলিয়াই বিবেকে দি যোৱা ঘৰৰ ফ'ন নাম্বাৰটো উলিয়াই আকৌ আহি ৰিচিভাৰ কাণত লৈ ডায়েল কৰিলে। সি ফালে ফ'ন উঠাই লোৱা শুনি উলাহিত হ'ল স্বপন, ছাৰ নেকি, গুদ মৰ্নিং ছাৰ, হয় ভালেই আছো ছাৰ, না ছাৰ। আপুনি চিন্তাই নকৰিব চাৰ আপোনাৰ প্ৰিয়'ডৰ ঝামেলা খিনি নতুন ব'সক কৈ মই সমাধা কৰি দিলো। থেঙ্কিউ ছাৰ, হয় ছাৰ হ'ব, ছাৰ ন মেনচন ছাৰ।

পুনৰ অলঙ্কৃতা সোমায় আহি চাহৰ কাপটোলৈ চাই দেখা পালে চাহ আধা খোৱা হোৱাই নাই। গতিকে কাপটো হাতত উঠাই লৈ স্বামীৰ ফ'ন কৰা হোৱালৈ বাট চাই ৰ'ল।

হেল্লোছাৰ শুনা নাই চাৰ, লাইনে ডিষ্ট্ৰাব দিছে ছাৰ, অঁ' এতিয়া স্পষ্ট শুনিছোঁ হয় ছাৰ নতুন ব'সক বেয়া লগা নাই। যাম ছাৰ কিয় নাযাম, গুৱাহাটীৰ অফিচলৈ মানে ছাৰ আপোনাৰ অফিচলৈ ট্ৰেন্সফাৰ কৰায় দিয়ক। মই মোৰ মাটি বাৰী ইয়াত বিক্ৰী কৰি যাম। হয় ছাৰ অকলশৰীয়াকৈ ইয়াত অকলে ভাল লগা নাই। কি আপোনাৰ ঘৰত থকা কথা কৈছে, হ'ব ছাৰ, এতিয়াই নিশ্চয় গৈ আছোঁ। ছাৰ থেঙ্কিউ ছাৰ, মই স্বৰ্গখনকে ঢুকি পইছো ছাৰ, থেঙ্কিউ ছাৰ আপোনাৰ কৃপা।

কথা শুনি অলঙ্কৃতাৰ চকু থৰ হৈ গ'ল, কাণ থিয়হৈ ৰ'ল। কি আচৰিত মানুহ এই হেন শান্তিপূৰ্ণ ঠাইৰ ঘৰবাৰী বেচি গুৱাহাটীলৈ স্বাস্থ্যহানী কৰিবলৈ যায় দুঃশ্চিন্তাত ভুগিবলৈ যায়।

হেল্লো প্ৰিয়দৰ্শনি প্ৰথম দৰ্শনতে মনমোহিনী যাষ্ট তোমাৰ চিঠি পালোঁ আই এম ৰেডি প্ৰিয়া। এই মই নিজৰ গাড়ী লৈ গৈ আছোঁ প্ৰিয়া। তুমি এৰেঞ্জ কৰা মই সম্পূৰ্ণ ৰাজী। তোমাৰ প্ৰেমান্ধ মই, তোমাৰ বাবে জান দিবলৈ প্ৰস্তুত জানা প্ৰিয়া তোমাৰ বিৰহতে মই দিন কটাইছিলোঁ। ঠিক কৈছোঁ আজিহে কামনা পূৰণ হ'ল। থেঙ্কিউ চ'মাছ ৰাখিছোঁ, থেঙ্কিউ যাষ্ট ওলাইছোঁ আৰু গৈছোঁ। এই ধৰা তোমাৰ কাষ পালো গৈয়ে- অধিৰ উৎসাহত উত্ৰাৱল হৈ উঠিল স্বপন।

অলঙ্কৃতাই বুজি পালে তাইৰ আৰু এই ঘৰত চাউল উকলিল।

ৰিচিভাৰটোৰ থৰ লাগি চাই ৰোৱা অলঙ্কৃতাক দেখি সকলো কথা গম পোৱা

জানি স্বপনৰ খণ্ড মূৰৰ চুলৰি আগ পালেগৈ। খণ্ডেৰে প্ৰশ্ন কৰিলে সি-কি শুনি আছিলি তই ইযাত?

অলঙ্কৃতাই অশেষ ধৈৰ্য্যৰে জনালে চাহ কাপ খাই লওক খালি কাপটো নিবৰ বাবে বৈ আছোঁ মই।

খণ্ডত মৰি পঠিয়ালে চাহৰ কাপটো স্বপনে।

অলঙ্কৃতাৰ হাতৰ পৰা উফৰি পকাত পৰি চাহৰ সৈতে কাঁচৰ কাপটো থান-বান হৈ ভাগি গ'ল।

অলঙ্কৃতাৰ অন্তৰে কান্দি উঠিল তথাপি তাই সংযমেৰে একোকে নামাতি কাপৰ ভগা টুকুৰা কেইটা পকাৰ পৰা বুটলি লৈ কোঠাৰ পৰা তলমূৰকৈ ওলায আহিল।

মাক বাথৰুমৰ পৰা ওলাই আহোঁতে কাঁহি বাটি ধোৱা বেছিনৰ কাষত হাতত ভগা কাপৰ টুকুৰালৈ চকু পানী বৈ অহা বোৱাৰীযেকক দেখা পায আচৰিত হৈ সুধিলে-- হ'ল কি বোৱাৰী চকুপানী বৈছে যে তোমাৰ? কাপটো ভাঙিলে কেনেকৈ?

সৰু দাস্ত বিনটোত হাতৰ ভগা কাপটো পেলাই দি চকুপানীখিনি চাদৰৰ আঁচলেৰে মচি অলঙ্কৃতাই নিজক ঢাকিবলৈ চেষ্টা কৰিলে– নাই মা একো হোৱা নাই। চাহ দিবলৈ লওঁতে কাপটো অসাৱধানতাত হাতৰ পৰা পৰি ভাগিল।

মাকৰ সন্দেহ উপজিল– অলঙ্কৃতা পুৱাই মিছা মাতি ছানো কিয? নিশ্চয স্বপনে তোমাক কিবা কথাত কন্দুৱাইছে নহয জানো? ৰ'বা মই তাক এসেকা দিম। বিযাৰ পাছত অফুৰন্ত প্ৰেমেৰে মৰম স্নেহ যাচি শান্ত হওক চাবি তাৰ উৎপাততো বাঢিহে গৈছে দেখিছোঁ।

চাওক মা পুৱাই ঘৰখনলৈ অশান্তি মাতি আনিব নালাগে। মই আচলতে চাহৰ কাপটো দিবলৈ যাওঁতে মচিথোৱা পকাখনত পিছল খাই পৰি অকণমান দুখ পালোঁ। তাৰবাবে তেখেতে মোক ধমকি এটা দিছে তাতে মই অকণো বেযা পোৱা নাই মা।

মাকৰ মনে নামানিলে তেওঁ আহি পুতেকৰ কোঠাত সোমায অবাক আৰে স্বপনে চুট জোতা পিন্ধি টাই মাৰি আলমিৰাৰ পৰা টকাৰ বান্দিল উলিযাই জেপত ভৰাইছে তেতিযা ।

কিবা অথন্তৰৰ ভযত অলঙ্কৃতাও মাকৰ পাছে পাছে আহি দুৱাৰ মুখত থিযদি ৰ'ল।

স্বপন পুৱাই ক'ত যাবলৈ ওলাইছ?

মাকৰ মাতত থতমত খাই পাছুলৈ ঘূৰি চালে স্বপনে— মোৰ কোঠাত তোমাক কি লাগে মা?

কথাৰ মোৰ সলনি হয় বুলি মাকে যেন সৈমানহে ক'লে— পুৱা গা পা ধোৱাই নাই, চাহ জলপান খোৱাই নাম। কালি নিশাও খোৱা নাই হঠাৎ পুৱাতে কোনফালে যাবলৈ ওলাইছ তাকেহে সুধিছোঁ।

মই এতিয়া গুৱাহাটীলৈ যাওঁ।

হঠাতে যাবলৈ ওলালি যে প্লেনৰ বাছৰ টিকট কাটি লি জানো?

মই নিজৰ গাড়ীলৈ যাম।

কেতিয়াকৈ ঘূৰিবি ক'ব নোৱাৰোঁ ট্ৰেন্সফাৰ হোৱাৰ কথা আছে। গুৱাহাটীতে মাটি কিনি এই ঘৰ বেচি দিম কিজানি।

মাকৰ অসহ্য খণ্ড উঠি গ'ল স্বপন তোৰ ঘৰ সজাৰ সময়ত তই ল'ন লম বুলি কোৱাত তোৰ নামত মই মাটি ডোখৰ লিখি দিলোঁ বুলিয়েই বেচাৰ অধিকাৰ তই ক'ত পালি? মোক নুসুধিলেও পত্নী হিচাপে অলঙ্কৃতাৰ পৰামৰ্শ বিনা তই কোনো নিৰ্ণয ল'ব নোৱাৰ।

জকি উঠিল যেন স্বপন— অলঙ্কৃতা ইহ সেইপাত কোন মোক পৰামৰ্শ দিবলৈ।

কথা শুনি ৰ'ব নোৱাৰি অলঙ্কৃতা সোমায আহি দৃঢ়তাৰে জনালে— পৰামৰ্শ দিবলৈ মই মোৰ অধিকাৰ বিচৰা নাই। কিন্তু মাৰ বাক্য লংঘন নকৰিবলৈ মোৰ অনুৰোধ ৰক্ষা কৰক।

অলঙ্কৃতাক চকু পকাই ধৰিলে স্বপনে— কোনোবা পিনে যাবৰ সময়ত তই মোক মুখ নেদেখুৱাবি বুলি আগতেই মই কৈছিলোঁ নহয়।

মাকে বাধা দিলে— আজিকালি শহুৰ শাহু বা স্বামীয়ে— বোৱাৰী বা পৰিবাৰক এনে সম্বোধন ধৰাতো শুনাত অত্যন্ত বেযা লাগে কাৰণ যুগৰ পৰিবৰ্ত্তন হ'লতো ভদ্ৰ ব্যৱহাৰ হ'ল স্বৰ্গীয প্ৰেমৰ আধাৰ, স্ত্ৰী হ'ল ঘৰৰ লখিমী। কেনিবা যাবৰ সময়ত তেওঁৰ সন্তোষৰ মুখখন দেখি গ'লে সকলো কামেই সিদ্ধি হয বুজিছ স্বপন। আগৰ ৰজা মহাৰজা, সেনাপতিক, যোদ্ধাক ৰণ ক্ষেত্ৰলৈ যাবৰ সময়ত নিজৰ পৰিবাৰেহে হাতত অস্ত্ৰ তুলি দি জযৰ তিলক পিন্ধাই পঠিযায। নাৰী হ'ল শান্তি আৰু শক্তিৰ আধাৰ স্বৰূপ।

চঞ্চলভাৱে উত্তেজিত হৈ সন্মুখৰ পৰা বাধা আঁতৰাবলৈ সি চিঞৰি উঠিল এই পাত কুলক্ষণী হয় বুজিছ। এইক দেখিলে যাত্ৰা নাস্তি হয়।

বচ চুপ কৰ স্বপন— অতিষ্ঠ হৈ মাকে চিঞৰি উঠিল।

অলঙ্কৃতাৰ সুকমল হৃদয় যেন ফাটি চিটি গ'ল হুক হুকাই কান্দি উঠিল তাই।

আৰু বৰমতা দেখুৱালে স্বপনে- মা তাইক যাবৰ সময়ত কান্দি অমঙ্গল চপাবলৈ মানা কৰা ভালে ভালে, চুপ থাকিবলৈ কোঁৱা বেয়া হ'ব নহলে কৈ দিছোঁ কিন্তু মই।

মাকে ধৈৰ্য্যৰে পৰামৰ্শ দিযাৰ বৃথা চেষ্টা কৰিলে তই ইযালৈকে পঢ়িছিলি নেকি স্বপন। নিজৰ হৃদয়ৰ ৰাণী ভাৰ্যাক যদি পৃথিবীৰ সকলো মৰম উবুৰিয়াই যাচিব নোৱাৰ তেনেহ'লে পৃথিবীৰ কোনো আৰ্কৰ্ষণীয় বস্তু বা সৌন্দৰ্য্যয়ে তোক সুখ শান্তি দিব নোৱাৰে, আদি দেৱ, শিৱ দেৱতাই ধ্যানত থাকি সৃষ্টিৰ বাকী কাৰ্য্য মা-ভৱানীৰ দ্বাৰা সমাপন কৰে, পুৰুষেও যদি পত্নীক দেৱীৰূপে সমাদৰেৰে সংসাৰৰ আধা কাম এৰি দিয়ে তেনে সেই পৰিযাল পৰম সুখী সমৃদ্ধিশালী হয়। ভেদজ্ঞান ৰহিত স্থিতি প্ৰজ্ঞ পুৰুষেহে ব্ৰহ্মত্ব লাভ কৰে।

হ'ব মা তোমাৰ দাৰ্শনিক তথ্যবোৰ এতিযা থোৱা— ৰ'বৰ সময় নাটনি হোৱা ধৈৰ্য্য হেৰুৱা স্বপন চঞ্চলহৈ উঠিল।

তই নাজান যদি শুনিল স্বপন, মাক-দেউতাকৰ স্বভাৱ চৰিত্ৰ আকৃতি প্ৰকৃতি অনুভূতি সৰ্বাঙ্গৰ সুক্ষ্ম গুণ অবযৱ সকলোখিনি নিজৰ সন্তানৰ গালে আহে। সেই বাবে গৰ্ভৱতী নাৰীক হাঁহি মুখেৰে সুখাদ্যৰে সৎ অভিলাষ দান-ধৰ্ম্ম কৰ্ম্মৰে মনোবাঞ্ছা পূৰণ কৰি শান্তিৰ পৰিৱেশত ৰাখিব লাগে। এইটো পৰিযালৰ প্ৰতিজনৰে কৰ্ত্তব্য। বিশেষকৈ এই ক্ষেত্ৰত স্বামীৰ দাযিত্ব অধিক। তেহে ভৱিষ্যত সন্তান বংশধৰ সৎ-মহৎ জ্ঞানী-গুণী সংযমি দীৰ্ঘায়ু সমাজৰ প্ৰতিপালক বংশ পৰিযালৰ মাৰ্য্যদা ৰক্ষক দেশৰ মহান লোক হয়।

মা তুমি এই অৱতাৰণাৰে মোক কি কথা বুজাব খুজিছা স্পষ্ট কোৱা— স্বপনে দৃঢ়ভাৱে কাণ ঠিযকৈ উদগ্ৰীৰণৰ বাবে যেন সাজু হৈ ৰ'ল।

সেইবোৰ মাইকী মানুহৰ কথা যদিও মতা মানুহেও অলপ মন-কাণ কৰিব লাগে, কথা হ'ল অলঙ্কৃতাৰ মাহেকীযা বন্ধ হ'ল গতিকে ।

কথা শেষ নৌ হওঁতেই স্বপনে বলিযাৰ দৰে গৰজি উঠিল মোৰ বাবে অন্তঃসত্বা নহয অলঙ্কৃতা।

মাকৰ বুকু কঁপি উঠিল গভীৰ আশঙ্কাত তেওঁ সমানে চিঞৰি উঠিল তাৰ মানে?

বাক্যবাণ শুনি সতীত্বৰে মহিয়সী অলঙ্কৃতাৰ গাৰ নোমবোৰ ডাল ডালকৈ শিঁযৰি

উঠিল । নিজৰ স্বামীৰ মুখত এইয়া কি জঘন্য প্ৰতাড়ণাৰ নিচ বাক্যবাণ??'

স্বপনে চিঞৰি ক'লে— বিযাৰ দিনা গুণ্ডাসোপাই ঠেলি হেঁচি কমৰ ভিতৰলৈ লৈ গৈছিল নহয় তাইক।

অলঙ্কৃতাই জোৰকৈ দুই হাতে আৰু নীচ বাক্য শুনাৰ শঙ্কাত কাণ দুখন হেঁচি ধৰিলে। নিজৰ স্বামীযে এখোজ ইফাল নোহোৱা প্ৰতিব্ৰতা নাৰীক ইমান মাৰাত্মক সন্দেহ উহ নিজৰ মুৰতো নিজে যেন চিণ্ডি পেলাব তাই।

মাক জ্বলি উঠিল জধামুৰ্খ হেৰৌ সেই সোপা কাৰ বন্ধু আছিল। সিহঁতক কোনে লগৰী কৰি আনিছিল তোৰ ঘৰলৈ।

যেযে নানক লাগিলে মোৰ নিজ চকুৰে দেখা মনত আছে অলঙ্কৃতাক দুটামানে চোঁচোৰাই কোঠালৈ নিযা।

ছিঃ ছিঃ ক'বলৈ লাজ লাগে মদাহী আৰু পাগল একে সমান। তাৰ পাছত মদৰ জালত তই জঘন্যত্বম কিবা এটা ভাবি ল'লি নহয জানোঁ? হেৰৌ জধামুৰ্খ সতীনাৰী সতীত্ব ৰক্ষাৰ ক্ষেত্ৰত সাক্ষাৎ যম বুজিছ। সতীত্ব হৰণৰ প্ৰচেষ্টা চলালে হযতো ক্ৰোধত হত্যা নতুবা আত্মহত্যা কৰে নিজ মাৰ্য্যদা বচাবলৈ বিশেষকৈ মই সাক্ষাৎ মাকজনী থাকোঁতে যমেও কাটি নিব নোৱাৰে সন্তানক। তাৰ ঠাইত গুণ্ডাই মোৰ লখিমী বোৱাৰীৰ সতীত্ব হৰণ কৰিব পাৰে, তেনে কৰা হ'লে প্ৰত্যেকটোৰে মুৰ দেহৰ পৰা বিচ্ছিন্ন কৰি দিলোহেঁতেন মই। তাৰ মানে ভাৰতীয নাৰীৰ সতীত্বৰ বল মাৰ্য্যদা তই আজিও নাজান ? উত্তেজনাত প্ৰণতিৰ কাণমুৰ গৰম হৈ সমস্ত শৰীৰ কঁপি উঠিল খঙত।

স্বপনে প্ৰতাড়ণাৰে বিচ্ছেদৰ সুৰুঙা বিচাৰিলে। তথাপি তুমি ক'লেও বিশ্বাস নকৰোঁ মই। কাৰণ ঘাট মাওৱা অলঙ্কৃতা ডেকা মোমাযেকৰ লগত বাস-কৰা ছোৱালী গতিকে কি বিশ্বাস?

অতিষ্ঠ হৈ চিএৰি উঠিল অলঙ্কৃতা— স্বপনদা কথাৰ অতিশৰ্য্যৰ এটা সীমা আছে সীমা চেৰাই নাযাব। মোমায়েকৰ মাৰ্যদা মাকৰ পাছতে। যি মোমাযে মোক লালন-পালন কৰিলে সৰাতোকৈ ডাঙৰ অভয়দানেৰে মোক আশ্ৰয দি মানুহ কৰিলে তেওঁৰ চৰিত্ৰ হননৰ পূৰ্বে ইচ্ছা কৰিলে মোক ডিঙি চেপি হত্যা কৰি দিযক। কিন্তু এই জঘন্যত্বম নিকৃষ্ট আৰোপ মামাৰ ওপৰত নলগাব। বিবাহপাৰ্টিত মদাহীৰ অশ্লীলতাৰ বাবেই আজি মোক মোমাই মামীয়ে চিৰকালৰ বাবে পৰিত্যাগ কৰিলে। কিন্তু আপোনাৰ মুখলৈ চাই সেই দুখ মই হজম কৰিছোঁ।

স্বপনে মিছা উত্তেজনাত চিঞৰি উঠিল— মই তোৰ চৰিত্ৰক বিশ্বাস নকৰোঁ। নকৰোঁ কেতিয়াও নকৰোঁ। চকুৰ আগৰ পৰা আঁতৰ হৈ যা এই মুহূৰ্তত।

দৃঢ়ভাৱে জনালে অলঙ্কৃতাই স্বপনদা মনত ৰাখিব মদাহীৰ স্ব-নিয়ন্ত্ৰণ আত্ম সন্মান বোধ নাথাকিলেও সতী নাৰীৰ আত্মমাৰ্য্যদা অক্ষুণ্ণ, সন্মান, আত্মবিশ্বাস আছে কিন্তু।

অতিষ্ঠ হৈ গৰজি উঠিল স্বপন— মাইকী হৈ তই মোৰ আত্মসন্মানত ধৰিলি। তোৰ ইমান সাহস? একে গুলিয়ে তোক ।

অসীম ধৈৰ্য্যৰে প্ৰত্যুত্তৰ দিলে অলঙ্কৃতাই— হ'ব স্বপনদা ধনবান হ'ল যেতিয়া গুলিবান হোৱাতো একো অস্বাভাৱিক নহয়। পুৰুষৰ চৰিত্ৰ হনন হ'লে পৰিযাল ধ্বংস হয নহয জানো? কিন্তু নাৰীৰ চৰিত্ৰত মিছা বদনাম জাপি দিলে সমস্ত নাৰী জাতিৰ প্ৰতি অৱমাননা অশ্ৰদ্ধা কৰা হয বুজিছে। চাওক স্বপনদা মোৰ চৰিত্ৰত মিছা কলঙ্ক আৰোপ কৰি আপোনাৰ নিজৰ মাকো তুচ্ছ কৰি অৱমাননা কৰিছে বুজিছে।

বাক বিতাণ্ডা শুনি মাকৰ কৰুণ অন্তৰ বিচ্ছিন্নতাৰ শঙ্কাত কঁপি উঠিল। কি বুজনি দিব, মোহান্ধ অদূৰদৰ্শী পুতেকে, কি পৰামৰ্শ ল'ব, পুৰুষ্ প্ৰধান দেশত। কেতিযাবা মাককো সাধাৰণ নাৰীৰ শাৰীতেই ধৰা হয।

অলঙ্কৃতাই ভাবিলে শুই থকা মানুহক জগাব পাৰি কিন্তু টোপনিৰ ভাও জোৰা লোকক স্বয়ং ভগৱানেও উঠাব নোৱাৰে। অজানিতে ভুল পথ ল'লে সজ বাক্যত ভুল স্বীকাৰ হয। কিন্তু জানি-শুনি প্ৰতাড়ণা কৰিলে তাক সাক্ষাৎ ভগৱানেও শুদ্ধ পথলৈ আনিব নোৱাৰে। ইযাকে ভাবি অলঙ্কৃতাই তলমূৰকৈ জনালে— মা আপুনি যদি মোক বিশ্বাস কৰে তেনেহ'লে মোৰ জীৱন ধন্য।

মাকে বোৱাৰীযেকৰ মূৰত হাতথৈ আশীষ যাচিলে— প্ৰতিগৰাকী সতী নাৰীলৈ মোৰে নহয ভগৱান ভগৱতীৰো আশীষ আৰু শক্তি সদায আছে আৰু সদাযেই থাকিব।

এইবাৰ অলঙ্কৃতাই নিৰ্ভীকতাৰে স্পষ্টভাৱে জনালে— শুনক মা এই বিচ্ছিন্নতা কামিৰ মূল কাৰণ হ'ল পুৱা এখেতলৈ ফ'ন কৰা কোনোবা প্ৰিযদৰ্শনি আৰু গুৱাহাটীৰ যাত্ৰা সেই বাবেই এখেতৰ।

ধৰা পৰি যোৱাৰ খঙত উগ্ৰ মূৰ্ত্তি ধৰি আহিলেই স্বপন— তোক মই একে চেপাই মাৰি থম জনা নাই। মোৰ সন্মুখত মোৰ বদনাম গাবলৈ বান্দী বেটি মৰ সাহস পালি ক'ত?

অলঙ্কৃতা এখোজ আগবাঢ়ি আহিল- মাৰক, স্বামীৰ হাতত মৰিলে স্বৰ্গ যাত্ৰা হ'ব মোৰ।

মাকে গভীৰ শঙ্কাত দুযোৰে সন্মুখত থিয হৈ বাধা প্ৰদান কৰিলে— মনত ৰাখিবি খং, আইন-কানুন হ'ল মহা মূৰ্খৰ বাবে, খং নামেই যমলোক। ত্যাগ, সংযম আৰু ধৰ্ম্ম ৰক্ষা মহৎ লোকৰ লক্ষণ। চা স্বপন অন্তঃসত্ত্বা নাৰীক প্ৰহাৰ কৰা প্ৰতিফল নিজৰ সন্তানেই তাৰ পোতক তুলিব— দীঘলকৈ হুমুনীয়া এটা পেলালে প্ৰণতিয়ে। এৰা এতিয়া মনত পৰিছে। সিদিনা যাৰ আগত তাই মোক ঘৰৰ বন কৰা তিৰোতা বুলি পৰিচয় দিছিলি সেইজনীয়ে প্ৰিয়দৰ্শনি নহয় জানো?

অলঙ্কৃতা স্তম্ভিত হৈ গ'ল— নিজৰ জন্মদাতৃ মাতৃ, যাৰবাবে এই সংসাৰৰ সুখৰ মুখ দেখিবলৈ পালে সেই মহান মাতৃক ঘৰৰ বন কৰা তিৰোতা বুলি পৰিচয়? আচলতে নিজৰ সঞ্চিত পুণ্য আৰু নিজৰ অস্তিত্বকেই ধূলিসাৎ কৰি দিলে আপুনি স্বপনদা। সোণৰ চৰুত হাত দি অভাৱ অনুভৱ নোহোৱা উত্তৰাধিকাৰী সূত্ৰে হোৱা মহানজনতকৈ দুখীয়া নিচলা পৰিয়ালৰ পৰা নিজৰ কৃতিত্বৰে, অৱদানেৰে প্ৰখ্যাত হ'ব পৰা জনৰহে বিশ্বত মহত্ব, গুৰুত্ব অধিক।

ইতিকিং কৰিলে স্বপনে— আৰু কি বুলি নহ'লে পৰিচয় দিব লাগে। অৱস্থা চাই প্ৰতিফলো তেনেকুৱাই।

মাকে হুমুনীয়া এটা কাঢ়ি অন্তৰৰ বেদনা প্ৰকাশ কৰিলে— এৰা তই মেকানিকেল লাইনত গৈ তোৰ মনোযন্ত্ৰবত হ'ল। লোহাৰ দৰে মামৰে ধৰা মন হোৱাৰ বাবেই ধনৰ বাবে ক্ষয়িষ্ণু কৰিছ তোৰ দেহাত্মাক। তাৰ মানে প্ৰিয়দৰ্শনিক তই বিয়া কৰাবি আকৌ???

স্পষ্টভাৱে জনালে স্বপনে মোৰ ইচ্ছা ধনদৌলত জীৱন যৌৱন অক্ষুণ্ণ। লাগ বুলিলে মই দহজনীও বিয়া কৰাব পাৰোঁ।

প্ৰণতি গহীন হৈ পৰিল। শুন স্বপন এইবোৰ ব্যক্ত কৰা কথা নহয় যদিও আজি তই মোক ক'বলৈ বাধ্য কৰাইছ। তোৰ জীৱন যৌৱন ৰক্ষা পৰিবৰ বাবে অশ্ৰব্য কাহিনী হলেও শুন। তোৰ ককাৰ আহিছিল আক্ৰমণকাৰী হিচাবে ভাৰতলৈ। নাম আছিল আজিজ খান নগৰবোৰে লুট কৰি উভতি যোৱাৰ সময়ত ককাৰ এই দেশৰ সৰলতা নিভাজতা মানৱীযতা শস্য শ্যামলা এই দেশৰ অফুৰন্ত প্ৰেম দেখি সহজ সৰল জীৱন যাত্ৰা দেখি স্বদেশত গোলামি খাটিবলৈ ঘূৰি নগৈ সৈনিকৰ দুৰ্জ্জয় মনোভাৱ ত্যাগ কৰি ই দেশৰ ভূমিপুত্ৰী বিয়া কৰাই স্থায়ীভাৱে এই দেশৰ মানুহৰ

লগত মিলি গ'ল। আহিল তাৰ পাছত সৰ্ব্বগ্ৰাসী মনোভাবেৰে বৃটিছ। তেতিয়া ইহঁতক ফিৰঙ্গী বা বগা বঙালো কোৱা হৈছিল। সেই সময়ত লুলোপ বৃটিছক খেদিবলৈ এই দেশৰহে আজিজ খানে যুদ্ধ কৰিছিল সম্পূৰ্ণ ভাৰতীয় হিচাপে। কিন্তু পৰিতাপৰ কথা মিলিটেৰীত সোমোৱা ককাৰৰ চৰিত্ৰৰ বদ গুণ আছিল। সেইযে অৱশেষত তেওঁ ছিফিলিছ বেমাৰত পৰিল। এই জঘন্য অসুখৰ কথা গম পায় মোৰ মায়ে ঘৃণা আৰু নিজেও এই ৰোগত তিল তিলকৈ ভূগি মৰাৰ শঙ্কাত দিল্লীৰ পৰা মোক লগত লৈ আহি কলিকতা পালেহি। সেই সময়ত কলিকতাত বৃটিছৰ প্ৰতিপত্তি বেছি আছিল। তাতে এজন ইংৰাজ পুলিচ ইন্সপেক্টৰ জন থমাছে মানে তোৰ দেউতাৰে মোক বিয়া কৰালে। কিন্তু সিহঁতৰ উপভোগৰ পাত্ৰী হিচাবে ভবা মাইকী মানুহৰ প্ৰতি কোনো দায়বদ্ধতা বা সন্মানীযভাৱ মুঠেই নাছিল। মদ মাইকীত আসক্ত পশ্চিমীযা দুৰাকাঙক্ষী লোক হিচাপে তোৰ দেউতাৰ জন থমাছে চৰিত্ৰহীনতাৰ বাবে গণোৰীযা ৰোগত ভূগিলে। মই ভযত মোৰ গালৈও এই মাৰাত্মক যমৰ যাতনা ভোগা জঘন্যত্বম ৰোগ সম্প্ৰসাৰণ হয বুলি নিশ্চিত জানি মাক আৰু তোক বুকুত বান্ধি পলাই আহি তোৰ এইখন আজু আইতাৰৰ ঘৰত আশ্ৰয ললোঁহি। আজু আইতাৰে যেন তোলৈকে বাট চাই আছিল। আমি অহাৰ কেইদিনমান পাছতে আজু আইতাৰ ঢুকাল আৰু তাৰ এবছৰৰ পাছতে তোৰ আইতাৰো ঢুকাল আৰু তোক মই বহু কষ্টেৰে বহু ৰাতি উজাগৰে থাকি ভগবান ভগৱতীৰ চৰণত জীৱন অৰ্পি ডাঙৰ দীঘল কৰিলোঁ গতিকে দুধাৰী চকুলো আপোনা আপুনি অজানিতে বৈ আহিল প্ৰণতিৰ গভীৰ বেদনাত আৰু ভগবান ভগবতীৰ প্ৰতি ভক্তিত আপ্লুতহে।

ৰ'বা মা মোৰ আচল পৰিচযতো পালোঁ বাৰু, কিন্তু তুমি মুছলমান খ্ৰীষ্টান হৈযো হিন্দু হ'লা কেনেকৈ দেৱ-দেৱী পূজিবলৈ?

স্বপনৰ ক্ষুদ্ধ মুখখনলৈ চাই ৰ'ল প্ৰণতি আৰু অলঙ্কৃতাই।

মাক প্ৰণতিয়ে সুন্দৰকৈ বুজাই দিলে চা স্বপন, কোনো আগমনকাৰী অৰ্থলোভি ৰাজ্যলোভী পৰগ্ৰাসি পৰাস্ত কাৰীযে বৈভশালী বিশ্ব শ্ৰেষ্ঠ অৰ্থবান ভাৰতবৰ্ষ লুট কৰিবলৈ অথবা জয কৰিবৰ বাবে, বসবাস কৰিবৰ বাবে, লগত সেই দেশৰ পৰা যুদ্ধ, সংগ্ৰাম কৰিবলৈ মাইকী মানুহ লৈ অহা নাছিল। যিসকলে সুজলা সুফলা শস্য শ্যামলা ভাৰতক নিজৰ দেশজননী ৰূপে আঁকোৱালি লৈছিল এইদেশৰ কন্যা বিযা কৰাই ঘৰ-সংসাৰ পাতিছিল আৰু অৱশ্যে কিছুমানে যৌৱনৰ সুখৰ বাবে নাৰীৰ যৌৱন লুটি অথবা নিযম নীতি বৰ্জ্জন কৰি বিযা কৰাই এৰি থৈ উভতি গৈছিল। অথবা প্ৰেমান্ধ হৈ যদি কোনোৱা নাৰীয়ে তেনেলোকক বৰণ কৰিছিল মনত ৰাখিবি

সেই সকলোবোৰ নাৰীয়ে আছিল ভাৰতৰ হিন্দু জীয়ৰী। জননি জন্মভূমি হ'ল স্বগতকৈও অধিক গৌৰৱৰ স্থল। গতিকে দেশ জননীৰ যি নাম, যি ধৰ্ম্ম, সেই নাম সেই ধৰ্ম্মৰে আমাৰ পৰিচয়। নাৰীৰ গৰ্ভৰ পৰাই সন্তানৰ জন্ম গতিকে এই ধৰ্ম্ম নিৰপেক্ষ দেশৰ আমিবোৰ হলোঁ হিন্দুস্থানী সন্তানেই। যি দেশৰ বায়ু, আহাৰ, পানীৰে লোক পালিত হয় সেই জননীৰ নামেৰে সন্তনৰ নামাকৰণ হয়। সেই বাবেই আমাৰ দেশত ধৰ্ম্ম নামটোত পাৰ্থক্য থাকিলেও প্ৰতি ভাৰতীয়ৰ কৃষ্টি সংস্কৃতি প্ৰায় একেই চাইক, আচলতে আমিবোৰ সম্বন্ধত এই দেশৰ ভাগিন। ভাৰত জননীয়ে আমাক অবিভক্তভাৱে নিজৰ সন্তান ৰূপে-আঁকোৱালি ল'লে। গতিকে মই মোৰ পূৰ্ব্বাপৰ ধৰ্ম্ম ৰক্ষা কৰাতো বাঞ্ছনীয। ধৰ্ম্মৰ ক্ষেত্ৰত মোৰ মতাদৰ্শ হ'ল যদি কোনোবাই মানৱ কল্যাণ পাপৰ পৰিত্ৰাণৰ পথ দেখুৱাবলৈ যায় তেনে বুকুত বা শিৰত বিশেষ চিহ্ন পিন্ধি অধিকাৰহীন সামাজিক বিচ্ছেদ ঘটায়। ধূৰ্তৰ দৰে সৌধ নিৰ্ম্মাণ কৰি প্ৰলোভন দেখুৱাই কোনোবা এটা ধৰ্ম্ম প্ৰচাৰৰ চেলু লৈ নহয়। এজন নিস্বাৰ্থ মায়া মোহ ত্যাগী মোক্ষ পৰায়ণ আত্মদৰ্শী নিকা সৰ্ব্বধৰ্ম্মৰ সমভাৱাপন্ন মনোভাৱেৰে এই দেশৰ ধৰ্ম্ম আচাৰ সংস্কৃতি নীতিৰ ওপৰত ভৰষা কৰি সৎ বা মুক্তিৰ পথ দেখুৱাতো একান্ত কৰ্ত্তব্য। আমাৰ সৰ্ব্ব সাধাৰণৰ বোধগম্যৰ উৰ্দ্ধত তান্ত্ৰিক পদ্ধতিৰ আমোঘ শক্তিৰ সিদ্ধি লাভ অথবা ঐশ্বৰিক শক্তি যোগৰোহ স্থিতিপ্ৰজ্ঞ সিদ্ধ পুৰুষসকলেহে নিশ্চিত লাভ কৰে। তদুপৰি বিশ্বৰ একমাত্ৰ সৰ্ব্বশ্ৰেষ্ঠ সাৰ্ব্বজনীন সনাতন চিৰনতুন, চিৰসত্য চিৰবিদ্যমান ভগৱানৰ নিজ মুখৰ বাণী 'গীতা' হ'ল বিশ্বৰ সকলোৰে বাবে সমানে জ্ঞানৰ সম্ভাৰ। গীতা কোনোবা এটা বিশেষ জাতিৰ বাবে কিন্তু নহয়। এই ধৰ্ম্ম গ্ৰন্থ বিশ্বৰ সকলোৰে বাবে একমাত্ৰ জ্ঞানৰ ভাণ্ডাৰ, গীতা বেদান্ত দৰ্শন, যোগদৰ্শন, সংখ্যাদৰ্শনৰ সমন্বয়। প্ৰতিজনলোকৰ পাপ ত্যাগি পৰিত্ৰাণৰ মুখ্য লাভৰ একমাত্ৰ পথ। সেইযে এই মহত্বম গীতাৰ মৰ্ম্মবাণী বিশ্বৰ মূলসকলো ভাষালৈকে ভাঙণি হৈছে। গতিকে আমি সৰ্বোত্তম জ্ঞানৰ ভাণ্ডাৰ ত্যাগ কৰি সাধাৰণৰ ধৰ্ম্মীয় প্ৰচাৰক পৰিব্ৰাজকৰ কাষত অযথা মুক্তিৰ পথ বিচাৰি জ্ঞান বিচাৰি শিৰ দোঁৱোৱা মানে নিজৰ শিৰচ্ছেদৰ সমান মূৰ্খামি কৰা হয়। মানুহ পৰিবেশৰ দাস হলেও প্ৰতিকূল পৰিস্থিতিত ভগৱানৰ ওচৰত অটল বিশ্বাস ৰখা স্বদেশৰ স্ব-ধৰ্ম্মৰ প্ৰতি আনুগত্য আত্মবিশ্বাস সততা হ'ল প্ৰধান অলঙ্কাৰ সেইযে মই আদি শক্তি ভগৱান শিৱদেৱতা আৰু জগতমাতৃ দেৱী দুৰ্গা পূজা কৰি আহিছোঁ। এতিয়া যে কিছুমানে ধৰ্ম্মলৈ বিভাজন আনিব বিচাৰিছে হিন্দুৰ ধৰ্ম্মৰ বিপৰীতে ধৰ্ম্ম প্ৰচাৰ কৰিছে সেইবোৰ কিন্তু তেজৰ সম্বন্ধত কৰা নাই নহয়। স্বাৰ্থান্ধ লোকে অন্ধত্বৰে সাম্ৰাজ্যবাদীৰ প্ৰৰোচনাত বিনিময়তহে

কৰিছে। এতিযা আমি যদি ভাৰতীয হিচাবে নাথাকি লেহন চেলাবলৈ যাওঁ তেনে নীলা শিযাল অথবা ম'ৰা চৰাইৰ পাখি লগোৱা ক'লা কাউৰীৰ দৰেহে অৱস্থা হ'ব আমাৰ। এতিয়া এই দেশত কোনটো পাৰ্চি আৰবিয়ান বা কোনটো বৃটিছ, আমেৰিকান অথবা ইউৰোপীযান মানুহ সাক্ষাত বাস কৰা দেখিছ নাই। সেইসকল নাই উভতি গ'ল নতু বা মৰি শেষ হ'ল, এতিযা আমি ভাৰতীয বংশোদ্ভৱসকলহে আছোঁ। গতিকে নতুন দিন নতুন যুগৰ সূচনাৰে আমি ইতিমধ্যে হিন্দুস্থানী অথাৎ ভাৰতীয একহৈ গ'লোঁ। যি জন্মভূমিত স্বযং ভগৱানে শ্ৰীৰাম আৰু শ্ৰীকৃষ্ণ ৰূপে দুবাৰকৈ অৱতাৰ লৈছে। সেই স্থানৰ লোকে ভগৱানক আৰু বেলেগ বিচৰাৰ প্ৰযোজন কি?

মা তুমি মোক ভুলাবলৈ কথাৰ প্ৰসঙ্গয সলাই পেলালা— এইবাৰ স্বপনে ঘড়ীটোলৈ চালে — মোৰ মনত ধৰ্ম্মলৈ বিভেদ উপজা নাই।

মাকে মুখতে ধৰিলে উপজিছে যৌৱনকলৈ নহয জানো? মই তেজটোপা পৰিশোধন কৰিবলৈহে অতীতক বাখানিলোঁ। তোক মই আগতেও কৈছোঁ । সৌন্দৰ্য্য হ'ল অনুভূতিৰ বস্তুহে। প্ৰকৃত প্ৰেমহে অমৰ, স্বপন, মনক ইন্দ্ৰিযৰ দাস নকৰিবি মন হ'ল জীৱনৰ সাৰথি। অনিযন্ত্ৰিত মন হ'ল অপবিত্ৰ , ত্যাগ, সংযম, আধ্যাত্মিক সাধনা অবিহনে স্থিতি প্ৰজ্ঞ যোগা ৰূঢ় ব্যক্তি হ'ব নোৱাৰিবি। স্থিতি প্ৰজ্ঞ ব্যক্তিযে ভগৱানক নিজৰ হৃদযতে পায গতিকে তেওঁৰ বাবে আৰু অনিত্য বস্তু কাম্য নহয। অসংযমী মানুহে অন্ধত্বৰে দুদিনীযা সংসাৰক খামুছি ল'বলৈ বিচাৰি সৰ্ব্বস্ব হেৰুৱাই। গতিকে ভাবিচা এজনী পতিব্ৰতা নাৰী তই পাইছ সেইযে যথেষ্ট। অধিক বিচাৰি গ'লে ধ্বংস আৰু কলঙ্ক অনিবাৰ্য্য।

স্বপনে বাধা দি ক'লে— অলঙ্কৃতাক তুমি প্ৰতিব্ৰতা আখ্যা নিদিবা। তাই চৰিত্ৰহীনা কলঙ্কিণী। তাইৰ গৰ্ভস্থ সন্তানৰ পিতৃ মই নহওঁ।

আকাশী সৰগখন যেন হুৰুষকৈ মূৰত ভাগি পৰিল অলঙ্কৃতাৰ। তাই ভাৰাক্ৰান্ত মনেৰে সজোৰে চিঞৰি উঠিল— স্বপনদা চৰিত্ৰত ধৰি কথা নক'ব। নাজানে নেকি নাৰীৰ সতীত্বৰ সমান মাহাত্ম বিশ্বত আৰু একো নাই বুলি। আপুনি মোক অবিশ্বাস কৰাৰ বিনিময়ত মই আত্মহত্যা কৰিম— সমস্ত শৰীৰ প্ৰবল উত্তেজনাত ঠক ঠককৈ কঁপি উঠিল।

তাৰ আগেযে তোক ডিঙি চেপি হত্যা কৰিম মই— আহিল চোঁচা মাৰি খঙৰ কলৱতী হৈ স্বপন।

মাকে পুতেকৰ হাতখনত সজোৰে থাপ মাৰি ধৰি সাৱধান কৰি দিলে— কথাই

প্ৰতি খং উত্তেজনা আৰু মাৰিবলৈ হাত উঠোৱা তোৰ পিতা পিতা-মহৰ তেজৰ সম্বন্ধটো এৰ স্বপন।

হ'ব নোৱাৰে মা, অলঙ্কৃতা মোৰ পত্নীৰ যোগ্য নহয়। ওলাই যা তই মোৰ ঘৰৰ পৰা জোৰকৈ মাকৰ হাত এৰুৱাই আহি মাৰিলে ডিঙিত ধৰি একগাতা অলঙ্কৃতাক।

দেৱালত খুন্দা খাই কপালত আঘাত পায় দুই হাতে মূৰত হেঁচি ধৰি পকাত বহি পৰিল অলঙ্কৃতা।

মাকে অসহায়ৰ দৰে, অবোধৰ দৰে অপলক নয়নে চাই ৰ'ল দুৰ্ভগীয়া বোৱাৰীয়েক অলঙ্কৃতালৈ।

স্বপনে এইবাৰ গাড়ীৰ ছাবিকোচালৈ গোজেৰণি এটা মাৰি গ'ল, হোঁহ মোৰ এই ঘৰত তোক দুনাই দেখা পালে কাটি পেলাম বুলি। খং দেখুৱাই অমঙ্গলৰ পাতনি মেলি ঘৰৰ পৰা ওলায় আহিল গুৱাহাটীলৈ প্ৰিয়া মিলনৰ বাবে এবুকু মোহান্ধ আশালৈ তেতিয়া।

মাকে আজিনাশী পুতেক ওলায় যোৱালৈ ব্যগ্ৰ নহৈ বোৱাৰীয়েকৰ প্ৰতি আকৃষ্ট হ'ল। ব্যস্তভাৱে কোনোমতে ধৰি চোঁচোৰাই অলঙ্কৃতাক আনি বিছনাত উঠোৱাৰ চেষ্টা কৰিলে উঠা অলঙ্কৃতা, বিছনালৈ ব'লাচোন।

ভৱিষ্যৎ বিপৰ্য্যযৰ শঙ্কাত চিন্তা শক্তি হেৰুৱাই পেলোৱা, চকুৰে ধোঁৱা কোৱা দেখা অলঙ্কৃতাই মাথোঁ সীমাহীন বেদনাৰে ক'লে— মা মোক মৰিবলৈ এৰি দিয়ক।

মাকে উঠাব নোৱাৰি ক'লে, ৰ'বা বোৱাৰী বিছনাৰ পৰা মই গাৰুটোকে আনি দিওঁ অকণমান মূৰটো থৈ লোৱাঁ। কৈয়ে মাকে অলঙ্কৃতাক এৰি আহি বিছনাৰ পৰা গাৰুটো উঠাওঁতেই দেখা পালে এখন চিঠি। তেওঁ গাৰু এৰি চিঠিখন খুলি পঢ়ি চাই অবাক। প্ৰবল শঙ্কাত অজানিতে তেওঁ চিঞৰি উঠিল বোৱাৰী সৰ্ব্বনাশ তুমি যি ভাবি ভয় কৰিছিলা সেই কথা আখৰে আখৰে সঁচা চোৱাঁ এইখন তাৰ প্ৰেয়সী প্ৰিয়দৰ্শনিৰ আমন্ত্ৰণ পত্ৰ।

শাহুয়েকে চকুৰ আগত মেলি ধৰা চিঠিখন অলঙ্কৃতাই চকুহাল জোৰকৈ মেলি পঢ়ি চাই গভীৰ নিশ্বাস এটা পেলায় ভগৱানৰ ওপৰত ভৰষা ৰাখি মাথো ক'লে মা ভগৱান যদি আছে তেনে আৰু আন জনীৰ মূৰ তেওঁ খাব নোৱাৰে কেতিয়াওঁ।

গাঁড়ীখন আহি গেটৰ মুখত ৰখোৱা দেখি চকীদাৰ আগবাঢ়ি আহিল কাক বিচাৰিছে ছাৰ।

এইটো চীফ ইঞ্জিনীয়াৰ বিবেক বসুমতাৰীৰ ঘৰ নহয় জানো? গাড়ীৰ ভিতৰৰ মানুহজন কেনেধৰণৰ ভালকৈ নিৰীক্ষণ কৰি চকীদাৰে জনালে– হয় এইটোৱেই বসুমতাৰী চাহাবৰ ঘৰ।

গেইটখন খুলি দিয়া।

বেযা নাপাব ছাৰ আইডেন্টি কাৰ্ড লাগিব। জানেইতো ছাৰ, নতুন গাড়ীলৈ, কোনোবাই হাতত কিবা লৈ, কোনোবাই ডিমাগুলৈ সোমাব পাৰে বুলিযেই মোৰ পিঠিত বন্দুক তুলি দি ৰখীযা দিছে।

ইমান উলাহত অহা স্বপনৰ পোনেই বাধা পায খং উঠি গ'ল। জোঁৱাই লৈ যদি বন্দুকটোৱাই তেনে কথা বিষম হ'ব, সি জেপত হাত দি চালে। পৰিচয় পত্ৰখন কোটচোলৰ জেপত নাই। 'অ' প্ৰিযদৰ্শনিৰ চিঠিখন? সৰ্বনাশ ঘৰত এৰি অহা হ'ল তেনে যদি মাযে নহ'লে অলঙ্কৃতাজনীযে পায তেনে সাংঘাটিক কথা হ'ব। সি ব্যস্ত ভাৱে জনালে– চকীদাৰ তুমি যোৱাঁ প্ৰিযদৰ্শনিক ক'বা ইঞ্জিনীয়াৰ স্বপন চৌধুৰী আহিছে বুলি।

চকীদাৰে গেটৰ তলাটো টান মাৰি চাই ভিতৰলৈ গ'ল।

খং অপমানত স্বপনৰ কাণ মুৰ গৰম হৈ গ'ল– জোঁৱাই হ'বলৈ আহি গেটৰ মুখত প্ৰমাণ পত্ৰ, পৰিচয পত্ৰ উহ্ কিযে অপমান অসহ্য আমনি। আকৌ তাৰ নতুনকৈ ভাবি ভাল লাগি গ'ল। কিন্তু যে প্ৰিযাক পাম আৰু স্বৰ্গ সুখ ঐশ্বৰ্য্য বিভূতি লাভ কৰিম। চীফ ছাৰৰ একেজনী ছোৱালী মানে একেটা জোঁৱাই অন্যহাতে মোৰ এইবোৰ সকলো।

ওপৰ মহলৰ আগ ফালৰ বাৰান্দাৰ পৰা গেটৰ মুখত চিনাকী চিনাকী লগা গাড়ীখন দেখি পুৱাৰ পৰা সন্ধিয়ালৈকে স্বপন অহালৈ অপেক্ষা কৰি অধীৰ হৈ পৰা প্ৰিয়াই আনন্দত আত্মহাৰা হৈ ঘৰৰ ফালৰে আগবাঢ়ি অহা চকীদাৰক চিঞৰি ক'লে— কাঞ্চা সেইযা মিষ্টাৰ স্বপন চৌধুৰীৰ গাড়ী নেকি? গেটখন খুলি দিয়া সোনকালে।

হয়, বাইদেউ— কৈয়ে ৰোৰত পৰে বুলি কাঞ্চা ঘূৰি আহি লৰালৰিকৈ তলা খুলি গেটখন মেলি দিলে।

প্ৰিয়াৰ মাত শুনি উন্মাদিতহে উঠিল স্বপনৰ মন। একে উশাহে সি গাড়ী আনি ঘৰৰ সন্মুখৰ পকাৰ চালিখনৰ তলত ৰাখি গাড়ীৰ দুৱাৰ মাৰিবলৈ পাহৰি ছাবিকোচা এৰি দৌৰি চিড়ি বগালে।

ইফালৰ পৰা হৃদযৰ আপোনজনলৈ অপেক্ষা কৰা প্ৰিয়দৰ্শনি ওলায আহিল হৰিষ মনেৰে।

ভয়ত নে উন্মাদনাত স্বপনৰ সমস্ত শৰীৰ ঘামি উঠিল।

উলাহ আবেগত নামি অহা প্ৰিয়দৰ্শনিয়ে স্বপনৰ অৱস্থাটো দেখি হাঁহিলে। আহা স্বপন— তুমিও যে ভাল আৰু দেই। গুৱাহাটীৰ গৰমৰ কথা নাজানা ন, কোট টাইমাৰি ঘাম বোৱাই দিছা একেবাৰে আহাঁ ভিতৰলৈ— স্বপনক হাতত ধৰি ড্ৰইংৰুমলৈ সুমুৱাই আনি প্ৰথমে কোটটো তাৰ পাছত টাইডাল খুলি ফেনখন অন কৰি দি অকলশৰীয়া কোঠাত প্ৰেমিকৰ কাষত সকলো বৈশিষ্ট অবলুপ্ত প্ৰিয়াই স্বপনক নিজৰ বুকুৰ উম যাচি মধুৰ আবেগত দুগালত দুটা চুমা বোৱাই দি স্বৰ্গীয আনন্দ অনুভৱ কৰিলে।

প্ৰকৃত অকৃত্ৰিম প্ৰেমৰ মূল্যাঙ্কণ কৰিব নজনা ছোৱালী একেলুৱা স্বপনে মধুৰ আলিঙ্গনেৰে প্ৰেম বিনিময নকৰাকৈ একেটা মাথো বিযাৰ চিন্তাতে নিমগ্নহে পৰিল— জানা প্ৰিয়া তোমাৰ চিঠি পাইযে উন্মাদনাৰে তোমাৰ প্ৰেমত বলিয়াহে এক্সিডেন্ট নকৰাকৈ কেনেকৈ যে একেলেঠাৰীযে গাড়ী চলাই আহি তোমাৰ কাষ পালোঁহি ক'বই নোৱাৰোঁ।

আগেযে কথা ক'ব নজনা স্বপনটোক আজি বেলেগ আৰু নিজৰ নিজৰ যেন লাগি গ'ল প্ৰিয়দৰ্শনিৰ।

স্বপনৰ কিন্তু একো বিশেষ অনুভৱ নহ'ল একেজনীয়েই যেন লাগিল প্ৰিয়াক। ধনৰ মোহ আৰু উপভোগৰ পাত্ৰী হিচাবেহে সি যেন ব্যাকুল হৈ পৰিল।

প্ৰিয়াই স্বপনক চকীত বহুৱাই চেলোৱাৰ কুৰ্ত্তা পিন্ধি থকা তাই নিজৰ বুকুৰ পৰা দোপাত্তাখন খুলি আনি স্বপনৰ মুখৰ ঘামখিনি আলফুলকৈ মচি দি সেইখনেৰেই ফেনখন চলি থকা স্বত্বেও ধীৰে ধীৰে জোকাৰি বা দিলে, শীতল পৰিবেশৰ বাবে যেন হৃদয ব্যাকুলতাৰে, এইবাৰ তাই সুধিলে— তুমি ঠিক আমাৰ ঘৰটো কেনেকৈ উলিযালাহি স্বপন। অসুবিধা একো হোৱা নাইতো।

তুমি চিঠিত শিলপুখুৰী বুলি লিখিলা মই আহি গুৱাহাটী ক্লাবৰ ওচৰে পাজৰে তাৰ পাছত লক্ষ্মী চাৰ্ভিচৰ কিনাৰেদি সোমাই হেদায়ৎপুৰ পাই তাতো নাপাই তাৰ

পাছত ওলায় আহি ট্ৰিব্ৰিউন প্ৰেছ পৰ্য্যন্ত বিচাৰিলোঁ । ভাগ্য ভাল আমাৰ ডিপাৰ্টমেন্টৰ এজনক লগ পালোঁ। তেওঁহে ঘৰটো চিনাকী কৰি দিলে মোক জানা।

লোকেশ্যনটো তোমাকতো ফ'নত মই কৈযে দিছিলোঁ। বাৰু প্ৰথমে হাত মুখ ধুই, চাহ মিঠাই খাই লোৱাঁ। বহুত কষ্ট কৰি আহিছাতো 'অ' মিঠাই ক'ত গাড়ীতে থৈ আহিলা নেকি?

জানা প্ৰিযা মিঠাইতকৈ বহুত মোহনীয় বস্তু আনিছোঁ— তোমালৈ লৰা-লৰিকৈ পলিথিনৰ মোনাত ভৰাই অনা অলঙ্কাৰখিনি পৰম উলাহেৰে পেন্টৰ জেপৰপৰা উলিযাই দিলে স্বপনে—লোৱাঁ প্ৰিয়া। এই বহু মূল্যবান অলঙ্কাৰ কেৱল তোমাৰ বাবে।

তুচ্ছ জ্ঞান কৰি সুধিলে প্ৰিযাই হেৰা স্বপন— সোণে পেটৰ ভোক গুচাবনে সঁচা স্বৰ্গীয প্ৰেমৰ প্ৰতীক হ'ব। সোণ হ'ল মাযা মোহৰ বস্তু। প্ৰেম হ'ল স্বৰ্গীয। বিনিমযত লাভ কৰা প্ৰেম পদাৰ্থ কিন্তু নহয। প্ৰকৃত প্ৰেম দুখন হৃদয এখন হোৱাতোহে। এতিযা যদি তুমি এটা গাখীৰৰ মিঠাই মোৰ মুখত নিজ হাতেৰে আৰু এটা মিঠাই যদি মই মোৰ পৱিত্ৰ হাতেৰে তোমাৰ মুখত খুৱাই দিলোহেঁতেন তেনে অফুৰন্ত প্ৰেমত হৃদযে পৰম তৃপ্তি লভিলেহেঁতেন নিশ্চয। পৱিত্ৰ প্ৰেম নিৰ্জ্জীৱ পদাৰ্থৰ লগত কেতিযাও তুলনা নহয জানা। অভিন্ন হৃদযেৰে নিকা চৰিত্ৰৰে সমুজ্বলতাৰে প্ৰস্ফুটিত ভাল পোৱাকহে প্ৰকৃত প্ৰেম বুলি কোৱা হয।

দৰ্শনৰ মূল্যাঙ্কণ কৰিব নজনা সাধনাৰ স্বৰ্গীয প্ৰেমৰ আৰাধনা কৰিব নজনা নিজৰ মূঢ়তাক ঢাকিবলৈ প্ৰয়াস কৰি পুনৰ স্বপনে কৃত্ৰিম প্ৰেমেৰে সোণৰ অলঙ্কাৰখিনি তাইৰ হাতত গুজি দিযাৰ প্ৰচেষ্টা চলালে— লোৱাঁ প্ৰিযা, প্ৰথম প্ৰেমৰ প্ৰতীকক অৱমাননা নকৰিবা না।

চোৱাঁ স্বপন, সোণ ৰূপ অলঙ্কাৰ দেখি দেখি বিতৃষ্ণা উপজিছে মোৰ। প্ৰতি বছৰে মোৰ বাৰ্থ দেত পাপাৰ লগৰ মানুহে স্বাৰ্থতে সোণৰ অলঙ্কাৰ মোক প্ৰেজেন্ট দিযে। সেইযা বাৰু মোৰ ববিযা। প্ৰযাত মাতৃৰ অলঙ্কাৰৰ ভাণ্ডাৰ দেখিলে তোমাৰ এইযা অলঙ্কাৰ তেনেই নগণ্য।

স্বপনে লাজত তলমূৰকৈ ক'লে— চোৱাঁ প্ৰিয়া এই অতি মূল্যবান অলঙ্কাৰতে মোৰ হিযাৰ মৰম গাথা আছে গতিকে প্লিজ লোৱাঁ না।

চোৱাঁ স্বপন ধন সোণত যদি হিয়াৰ মৰম গাঁথা থাকে তেনে সেই প্ৰেম হ'ব কৃত্ৰিম আৰু মোহান্ধ, হিযাৰ পৱিত্ৰ প্ৰেম হিয়াত গঁথা হ'লে ধন সোণৰ প্ৰয়োজন

নাই। কাৰণ স্বৰ্গীয প্ৰেমৰ সমান মহান ঐশ্বৰিক শক্তি ক'তো নাই। চোৰাঁ স্বপন লাগ বুলিলে মই ককা বা দেউতাৰ ফালৰ পৰা দুইহাতে চপাই ল'ব পাৰোঁ। কিন্তু কথা হ'ল মোক লাগে নিভাঁজ অকৃত্ৰিম স্বৰ্গীয প্ৰেম য'ত চিৰ বিৰাজমান কৰিব শান্তি আৰু মনৰ সমৃদ্ধিযে। মা মোৰ সৰুতে ঢুকাল গতিকে জননীৰ স্বৰ্গীয স্নেহৰ পৰা মই অকালতে বঞ্চিত হলোঁ। পিতৃযে অকাতৰে সকলো উপচাই দিলেও মাতৃক অন্তৰঙ্গ হিচাপে সহজভাৱে অন্তৰৰ সকলো কথা খুলি ক'ব পাৰি কিন্তু পিতৃৰ বিশাল অন্তৰত কেতিযাও আঘাত দিব নোৱাৰি। সেই বাবেই মই এজন সহৃদযশীল দয়াবান সহজ-সৰল নিষ্ঠাবান কৰ্ম্মী গুণী জ্ঞানী উদ্যমি সহনশীল নাৰীক সম মাৰ্যদা প্ৰদান কৰোতা পৰোপকাৰী নিঃস্বাৰ্থবান সমভাৱাপন্ন স্বামী বিচাৰিছোঁ। যিজনে মোৰ হেৰোৱা অতীত আৰু ৰঙীণ ভৱিষ্যতৰ স্বপ্নক পৰিপূৰ্ণ ৰূপ দিযাত সম্পূৰ্ণ সহযোগিতা আগবঢায জীৱন ধন্য আৰু সফল কৰি তুলিব।

স্বৰ্গীয চিৰ অবিচ্ছেদ্য চিৰ কাম্য প্ৰেমৰ অৰ্থ অনুধাবন কৰিব নিবিচৰা যৌৱন বলিযা কামাতুৰ স্বপনে অকলশৰীযা ঘৰটোত সন্মুখত সম্ভোগৰ আহিলা যেন দেখি কামনা চৰিতাৰ্থৰ ক্ষণহে গণিলে। তুমিতো সকলো পাইছা প্ৰিযা, এই হেন অট্টালিকা ধন সম্পত্তি প্ৰতিপত্তিশালী পিতৃ আৰু মোৰ দৰে ধনবান ইঞ্জিনীযাৰ স্বামী পাবলৈ লৈছা তাতোকৈ আৰু কি লাগিছে কোৱাঁনা মোৰ প্ৰিযা।

পাপা ঘৰত নাই গতিকে আজি তোমাক নিজৰ বুলি মোৰ মনৰ কথা খুলি কৈ পাতলাইছোঁ। তাৰবাবে কি তুমি মোক বেযা পাইছা স্বপন।

সংবেদনশীলতাৰ অভাৱেৰে পৰিপূৰ্ণ অন্তৰ বিনিময কৰাৰ ক্ষমতা নথকা স্বপনৰ নিচাত্মিকা মন কাম ভাবেৰে লালযিত হৈ উঠিল। সি প্ৰাণাধিকা প্ৰেমিকাৰ হৃদযৰ বিগত দুখ সুখৰ সমভাগি নহৈ সমবেদনা নজনাই সুবিধাবাদিৰ দৰে কামনা চৰিতাৰ্থৰ সুৰুঙা বিচাৰিলে— পাপা ঘৰত নাই জানি খুউব ভাল লাগিছে জানা প্ৰিযা, তুমি মোৰ একেবাৰে কাষ চাপি আহাঁনা।

অৱশ্যে চৰিত্ৰহীন দুৰ্বৃলে অসংস্কাৰেৰে সংস্কাৰপূৰ্ণ অভিজাত্যক গ্ৰাস কৰিবলৈ সুৰুঙা বিচাৰিলেও সততাৰ প্ৰাচীৰখন ভেদ কৰিবলৈ সাহস কিন্তু নাই।

শুনা স্বপন ধন ডিগ্ৰী এই উপাধিবোৰ থাকিলেই নহয। জীৱনৰ সুখ আৰু শান্তি পাবলৈ হ'লে লাগে মই বিচৰা মানুহজন। তেতিযাহে পৰিযালত সুখ শান্তি চিৰ বিৰাজমান হয়। শৈশৱৰ সুখ হ'ল নৈৰ পাৰৰ বালিত দৌৰা, পুখুৰীত সাঁতোৰা, গছত উঠি গুটি ছিঙি খোৱা, ভেদা-ভেদ নোহোৱাকৈ সমনিযাৰ লগত খেলি ধেমালি কৰি

ভাগৰি নপৰা, বন্ধু বান্ধৱী কাণ সমনিযাৰ লগত মিলা-প্ৰীতিৰে থকা, বালিভোজ খোৱা, কিন্তু আমাৰ দৰে সম্ভ্ৰান্তলোকে এটা বন্ধ ঘৰত সোমায নিৰ্দ্দিষ্ট নিযম পালন কৰি কিতাপৰ পোকহৈ টেলিভিশ্যনৰ পৰা ভাল বেযা জ্ঞান আহৰণ কৰি ভূমিপৃষ্ঠ স্পৰ্শহীন ওপৰ মহলত বাস কৰি সাধাৰণ মানুহৰ সংস্পৰ্শৰ পৰা তেওঁলোকৰ সুখ দুখৰ সমভাগিৰ পৰা বিৰত থাকি জীৱনৰ এটি মধুমৰ সুখ-শান্তি সৌন্দৰ্য্য অনুভূতিৰ পৰ্য্যাযেই সম্পূৰ্ণ উপভোগ কৰিবলৈ নোপোৱাকৈযে হেৰুৱাই পেলোৱা যায।

স্বপনে ধৈৰ্য্য হেৰুৱাই দাৰ্শনিক তথ্যৰ দৰে সম্ভেদবোৰ আৰু শুনাৰ ইচ্ছা নকৰি চমুৱাই ক'লে— যোৱা কথা বাদ দিযা। এতিযা আমাৰ আচল কথাৰ মাজলৈ আহোঁ প্ৰিযা অতীতক সুঁৱৰিলে আৰু জানো ঘূৰাই পাবা।

পোৱা যায স্বপন, বিযাৰ পাছত যেতিযা আমাৰ সন্তানে এই সুখবোৰ পাব তেতিযা আমি পিতৃ-মাতৃযে সেই সুখ উপভোগ কৰি হেৰোৱা অতীতক ঘূৰাই পাম। সিহঁতৰ খেলা ঠাইলৈ বিচাৰি যাম। সিহঁতৰ পাছে পাছে দৌৰিম ঘূৰিম। তেতিযা কিমান ভাল লাগিব ন স্বপন আমাৰ ভৱিষ্যত ৰঙীণ কল্পনা কৰি তন্ময হৈ পৰিল প্ৰিযদৰ্শনি।

তুমি বহুতলৈ ভাবিছা প্ৰিযদৰ্শনি— অদূৰদৰ্শী স্বপনে হৰ্ম্ম্যাদীৰ পৰিকল্পনাক বাস্তৱত ৰূপ দিবলৈ যেন ব্যস্ত হৈ উঠিল।

চৌৱা স্বপন ভৱিষ্যত নাভাবি কামত অগ্ৰসৰ হ'লে নিশ্চয জীৱনত উজুটি খাবায। মই বিযাৰ পাছতো সজোৱা ফুলৰদৰে এটা বন্ধ কোঠাত আবদ্ধ, পথ যাত্ৰাত ৰঙীণ গ্লাচৰ বন্ধ গাড়ীত গৈ আকৌ অভিজাত্য বজাই ৰখা স্থানত সীমাবদ্ধত থাকি জীৱন ব্যতিত কৰিবলৈ বিচৰা নাই। সেই পিঞ্জৰা সদৃশ আৱদ্ধ জীৱনত কোনো মাদকতা অথবা স্বাধীনতা হিযা ভৰা অফুৰন্ত প্ৰফুল্লতা নাই। সৰ্বসাধাৰণ মানুহৰ সঙ্গৰ পৰা আঁতৰি থকা মানে ভগৱানৰ করুণাৰ পৰা বঞ্চিত হোৱাৰ সমান। মই সহজ সৰল ঈশ্বৰ পৰাযণ পৰিযালত বাস কৰিবলৈ ইচ্ছা কৰোঁ।

এইবাৰ হাঁহিবলৈ সুবিধা পালে স্বপনে, প্ৰিযদৰ্শনিৰ যেন দুৰ্বলতা দেখি সেইযে অল্পজ্ঞানী স্বপনে ক'লে- তাৰমানে এই অত্যাধুনিক বিজ্ঞান যুগত লাগ বুলিলে ধনৰ বলত সকলো পাব পৰা ঘৰৰ ধনীৰ দুলালি হৈও ঈশ্বৰ বিশ্বাস কৰা। যি যুগত চন্দ্ৰৰ পিঠিত মানুহ উঠিছে গৈ সেই যুগত ঈশ্বৰ আৰু বেলেগে থাকিব পাৰেনে?

স্বপন, সূৰ্য্যৰ কিৰণ আহৰণ কৰিহে চন্দ্ৰৰ কিৰণ প্ৰকাশিত হয। মনত ৰাখিবা

সেই তেজশ্ৰী সূৰ্য্যৰ কাষলৈ কোনো দিনেই কোনো জনপ্ৰাণী অথবা বৈজ্ঞানিক জ্যোতিষীয়ে কল্পনা কৰিলেও মনটোও তাত গৈ সোমাব নোৱাৰে। তেনেকৈ ঈশ্বৰৰ কাষলৈ মানব সশৰীৰে যাব নোৱাৰে । ধ্যানস্থ যোগীৰ আত্মা গৈহে পৰমাত্মাত বিলীন হ'ব পাৰে । মানুহৰ হৃদযত এখন সুপ্ত অন্তৰ আছে। সেই অন্তৰত ভগৱানক চিৰ জাগৃত কৰি ৰাখিব লাগে তেহে শুদ্ধ আত্মাই অহিংসা পথেৰে হানি বিঘিনী নোহোৱাকৈ সৰ্বমঙ্গলকৈ ৰাখে। গুৰু অথবা পিতৃ-মাতৃ বিশেষকৈ ভগৱানৰ চৰণত মূৰ দোঁৱাব নোৱাৰা জন আত্মকেন্দ্ৰিক, কাৰোবাক হত্যা কৰিবলৈ কুণ্ঠাবোধ নকৰে। ভগৱান ভগৱতীক, গুৰু হিচাপে পিতৃ-মাতৃক মানিলে বিশেষকৈ মাতৃক পূজিলেই সকলো অমঙ্গল আঁতৰে কাৰণ গুৰু মধ্যে মাতৃ স্থিতা, মাতৃ মধ্যে গুৰু স্থিতা। গতিকে এই পূজ্যসকলক মানিলে আত্মবিশ্বাস ধৈৰ্য্য সহিষ্ণুতা ন্যায পৰাযণ হয।

স্বপনৰ যেন সংযমৰ সীমা অতিক্ৰম হৈ গ'ল যৌৱনে তাক বাৰকৈয়ে আমনি কৰিলে। কামনাৰ বশৱৰ্ত্তী স্বপনে আধ্যাত্মিকতাবাদক প্ৰশ্ৰয নিদিযে। ভিতৰ ফোপোলা আধুনিকতা মুক্ত যৌৱনৰ লীলা বিচাৰে সেযে সি সুধিযে পেলালে প্ৰিযা তুমি মোক সঁচায ভাল পোৱাঁ।

আৱেগ ভৰা প্ৰফুল্ল মনেৰে জনালে প্ৰিযদৰ্শনিযে— জানা স্বপন তোমাৰ কৰ্ম্মনিষ্ঠা পাপাৰ প্ৰতি প্ৰগাঢ ভক্তি সহজ সৰল মনোভাবৰ বাবেই তোমাক মই অন্তৰৰ পৰা সঁচায ভাল পাওঁ জানা। মই ভাবো তুমি সাধাৰণ অবস্থাৰ পৰা ডাঙৰ মানুহ হৈছা। গতিকে অভিজ্ঞতাৰে পৰি পুষ্ট তোমাৰ মন। ঘাত প্ৰতিঘাতৰ মাজেৰে ল'ৰালি জীৱন অতিবাহিত কৰি আহিছা বাবেই মোহান্ধহৈ পিছলি নপৰা জীৱনত তুমি। মই মনে ভৰা মানুহজন তুমিযে হ'বা মোৰ স্বামী। পাপা মোৰ কথাত কিন্তু একমত— অকণমান লাজত হাঁহিলে তলমূৰকৈ প্ৰিযদৰ্শনিযে।

অপাৰ আনন্দত আত্মহাৰা হৈ উঠিল স্বপনৰ মন যৌৱন পাপা, ৰাজি যেতিযা আৰু আমাৰ প্ৰেমৰ মাজত কোনো প্ৰতিবন্ধকতা নাই। তেনে আৰু পলম কৰাৰ প্ৰযোজন কি প্ৰিযা।

নাৰী হিচাপে পুৰুষৰ দুৰ্ব্বলতাক নিৰ্ম্মিযতে বুজি পায। প্ৰিযদৰ্শনি আচৰিত হ'ল- পলম মানে? বিযা কেৱল সঙ্গম বা গিলি থোৱা বস্তু নহযতো। সমস্ত জীৱন সঙ্গী উন্নতিৰ জখলাৰে সংসাৰ বহলাই শান্তি সুখেৰে আগবাঢিব পৰা দেশৰহকে পৰিযালৰ অৱদান যোগাব পৰা এটি পৰিপুষ্ট শান্তিময নিবিড যুগ্ম অবিচ্ছেদ্য মধুময চিৰযুগমীযা সম্বন্ধ মাথোঁন।

মোহান্ধ অদূৰদৰ্শী চঞ্চল স্বৰ্গীয় আনন্দ ঈশ্বৰ প্ৰেমৰ প্ৰতি চেতনাহীন স্বপনৰ মানে কেৱল সন্মুখৰ সৌন্দৰ্য্যক উপভোগ কৰাৰ বাবে লালযিতহৈ উঠিল- প্ৰিয়া পাপা আহোঁতে নিশ্চয় পলম হ'ব, ব'লানা ভিতৰলৈকে যাওঁ সি হাত দুখন লং পেন্টৰ জেপত হেঁচা মাৰি ভৰাই অকণমান কুঁজাহৈ পৰিল।

প্ৰিয়াই কামাতুৰ স্বপনৰ ইঙ্গিতৰ মৰ্ম্ম বুজি লৰ্জ্জিত হৈ সত্য নিষ্ঠা পৱিত্ৰ মানেৰে জনালে— চোৱাঁ স্বপন সামাজিক শুভ কাৰ্য্য সম্পন্ন হোৱাৰ অন্ততহে ভিতৰ চ'ৰাত অৱস্থান কৰাতো বাঞ্চনীয় নহ'লে অহেতুক অবিশ্বাস আৰু কৰ্কথনাৰ পাত্ৰ হোৱাৰহে সম্ভৱনা। বৰ্ত্তমান পাপা ঘৰত নাই। মই ঘৰত ৰন্ধা-বঢা কৰিবলৈ শিকিছোঁ নহ'লে বিযাৰ পাছত অভ্যাস নাথাকিলে তোমাৰ ঘৰতগৈ লাজত পৰিব লাগিব। সেযে বন কৰা ল'ৰাটো পঠিযাই দিলোঁ। এতিয়া হঠাৎ যদি মেজিষ্ট্ৰেটক লগতলৈ পাপা ওলায আমাক যদি ভিতৰ কোঠাত গপ কৰি থকা দেখে তেনে হযতো একো নক'লেও পাতল চঞ্চল ধৈৰ্য্যহীন কামাতুৰ স্বভাৱৰ বুলি মনতে ভাবিলে জীৱনত সঞ্চিত বিশ্বাস আত্মসন্মানকনো মাটিত মিলি যাব। সেইবাবে অন্তিম সময়লৈকে ধৈৰ্য্য, সংযমেৰে থাকিলেহে সাধনাত সিদ্ধি লাভ কৰি অভিষ্ট সিদ্ধি হয। জানা স্বপন মই দুস্পাপ্য বস্তুক হাতত পাযো ত্যাগ কৰিলেও মৰি গ'লেও কিন্তু আত্ম সন্মানক কেতিযাও ত্যাগ কৰিব নোৱাৰোঁ।

স্বপনৰ মন নাচি উঠিল— তাৰ মানে আমাৰ বিঁযাৰ বাবে পাপাই মেজিষ্ট্ৰেটক আনিবলৈ গৈছে। আজিযেই তাৰ মানে আমাৰ বিযা।

স্বপনৰ চঞ্চলতা দেখি স্বাভাৱিকভাৱে প্ৰিযদৰ্শনি গহীন হৈ জনালে— সেইটো পাপায জানিব স্বপন, মা ঢুকুৱাৰ পাছৰ পৰা পাপাৰ সামাজিক ধৰ্ম্মৰ প্ৰতি বৰ আকৰ্ষণ নায। সেইবাবে আমাৰ কৰ্ট মেৰেইজ ঠিক কৰিছে। অৱশ্যে মোক কিন্তু বাধা নিদিযে। মই মাৰ আৰ্হিৰে এতিযাও প্ৰতিদিন পুৱা সন্ধ্যা ধূপচাকি জ্বলায গোঁসাই ঘৰত শিৰ থওঁ। সেইবাবে মই ভাবিছোঁ কৰ্ট মেৰেইজৰ পাছত উমানন্দ বা কামাখ্যাদেৱীৰ মন্দিৰলৈ গৈ তাতেই হোম পুৰি বিযাখন পাতিলৈ জীৱনৰ দ্বিতীয অধ্যাযৰ পাতনি মেলিম।

মই কি ভাবিছোঁ জানা প্ৰিযদৰ্শনি।

শুভক্ষণত বাৰে বাৰে স্বৰ্গীয মাকলৈ মনত পৰা প্ৰিযদৰ্শনিযে অন্যমনস্কভাৱে জনালে— কোৱাঁ স্বপন।

বিমান আৰু অপেক্ষা কৰিমনো শুভ কাম শীঘ্ৰে সমাধা কৰাতোৱেই মঙ্গল। সেই বাবেই কৰ্ট মেৰেইজৰ পাছৰ পৰাই অৰ্থাৎ আজি নিশাৰ পৰাই আমি যুগ্ম জীৱন যাপন কৰিম।

কৰ্টমেৰেইজ বিশ্বাসযোগ্যতাৰ বাবে সমাজ বৰ্জ্জিত অপ্ৰকৃতিস্থ দুৰ্ব্বলিৰ ৰাজঘৰীয়া বান্ধোন মাথোন।

তুমি নুবুজিবা স্বপন, এই যুগ্মজীৱন আমাৰ মৃত্যুদিনপৰ্য্যন্ত সুখ শান্তি সমৃদ্ধিৰে বৰ্ত্তিব লাগিব। সেইযে শুভ ক্ষণৰ পূৰ্বে ৰাইজ অথবা ভগৱান ভগৱতীৰ মাঙ্গলিক অনুষ্ঠানৰ আৰ্শীষ নিত্যান্ত বাঞ্চনীয়।

গাম্ভীৰ্য্যপূৰ্ণ দৃষ্টিৰ দেৱীৰ দৰে অপৰূপা প্ৰিযাজনীলৈ স্বপনে লুলোপ দৃষ্টিৰে চালে। তোমাৰ প্ৰেমে মোক বলিযা কৰি তুলিছে প্ৰিযা। তোমাক মই যেন এতিযাই কিবা এটা অজানিত শিহৰণ আহি কাম ভাবত ওঁঠ কামুৰি গ'ল স্বপনে।

ৰ'বা স্বপন, শুনা যি দৰে নিষ্ঠুৰৰ ৰং ক্ষন্তেকীয়া সেইদৰে কামাতুৰৰ প্ৰেম ক্ষণস্থাযী। বাঞ্চিত কামনা পূৰণ হ'বলৈ হ'লে ধৈৰ্য্য সংযম দুৰদৰ্শীতা আত্মজ্ঞান উপলব্ধিৰে আগবাঢিব লাগিব। সৌন্দৰ্যৰ আৰাধনা প্ৰেমৰ সাধনা সুক্ষ্ম অনুভূতিৰে প্ৰেৰণা যোগাব পৰা দিব্য দৃষ্টি সম্পন্ন সাধকেহে স্বৰ্গীয প্ৰেম লাভ কৰে।

প্ৰিযা তুমি ধৰ্ম্ম মানা যদি পতি পৰমেশ্বৰ নামানা কিয?

নামানো বুলিনো কোনেনো কৈছে স্বপন।

তাৰ মানে তুমি মোক বিশ্বাস নকৰা?

আৰে কি কথা কোৱাঁ স্বপন। আজীৱন তোমাক মোৰ জীৱনৰ লগৰী কৰিম বুলিযেইতো এই বিবাহৰ প্ৰস্তুতি। তোমাৰ ওপৰত বিশ্বাস নথকা হ'লে পৰৰ ভগনিযা কথাত নিৰ্ভৰ কৰা হ'লে তোমাক ইযাত মই স্থানেই নিদিলোহেঁতেন।

চক খাই উঠিল স্বপন তাৰ মানে, মোৰ বিপৰিতে তোমাক কথা লগাবলৈ কাৰ ইমান সাহস?

প্ৰিযাই উত্তেজনা পাতলাই থ'বলৈ লাহেকৈ ক'লে— বিযা বাৰুৰ ক্ষেত্ৰত এইবোৰ তলখুচৰিযা কথা চলেই দিযাছোন। বাদ দিযা সেইবোৰ বাজেকথাত কাণ দিযা বিধৰ মই ছোৱালীযেই নহয।

স্বপনে প্ৰিয়াৰ আত্মবিশ্বাস দেখি আৰু ভগৱানৰ ওপৰত বিশ্বাস ভৰষাক দুৰ্বলতাৰ লক্ষণ বুলি ভাবি বৰমতা দেখুৱাই নিজক নিষ্ঠাবান মহান পুৰুষ বোলাই প্ৰেয়সীৰ আগত নিজৰ শ্ৰেষ্ঠতা পতিপন্ন কৰিবলৈ বিচাৰিলে নাৰীৰ সাধাৰণ দুৰ্বলতাৰ সুযোগ লৈ— তুমি ক'বই লাগিব প্ৰিয়া মোৰ বিষয়ে কোন কাপুৰুষে বেয়াকৈ বদনাম লগাইছেনো। চাই ল'ম নহয় মই তাক, সি মোক চিনি পোৱা নাই।

স্বপন মিছা উত্তেজনাৰ বশৱৰ্ত্তী হোৱা যেন ভাবি প্ৰিয়াই ক'বলৈ লৈও ৰৈ গ'ল শুনিলে তুমি বেয়া পাবা এহ বাদ দিয়ানা সেইবোৰ বাজে কথা।

স্বপনে জানিবা আঁসৈহে পালে প্ৰিয়া কোঁৱাচোন বাৰু কোৱা নহ'লে সঁচায় মই বেয়া পাম কিন্তু।

চোৱাঁ স্বপন আচলতে যৌৱনৰ মহা মিলনৰ আকাঙক্ষা প্ৰিয়াজনক কাষত পোৱাৰ প্ৰতীক্ষা কিমান অধিক আবেগপূৰ্ণ তাক তুমিতো বুজিছাই। তোমাক এতিয়া কাষত পালো বুলিহে সকলো দুৰ্ভাৱনা দূৰ হ'ল।

দুৰ্বল বুলি ভবা নাৰীৰ সন্মুখত নিজকে বীৰবাহু প্ৰতীয়মান কৰিব খোজা স্বপনে নিজৰ সত্বাক পাহৰি নিজৰ উদ্বিগ্নতা প্ৰকাশ কৰি সৰ্বশ্ৰেষ্ঠ হোৱাৰ প্ৰয়াস কৰিলে— ভয কৰিছা কিয তুমি আচল কথাতো কোৱাঁচোন প্ৰিয়দৰ্শনি।

মানে তুমি আহি নোপোৱা দেখি মই অধৈৰ্য হৈ তোমাৰ ঘৰলৈ দুবাৰকৈ ৰিং কৰিলো প্ৰথম বাৰ

স্বপনৰ বুকু কঁপি উঠিল সি ভবাই নাছিল এনে বিপৰ্য্যযৰ সন্মুখীন হ'ব লাগিব বুলি। সি যেন নিজৰ অৱস্থিতিকে পাহৰি পেলালে। তাৰ মানস পটত ভাঁহি উঠিল বিৰহিনী অলঙ্কৃতা আৰু বিশাদিনী মাকৰ তাৰ প্ৰতি বিতৃষ্ণাৰ মুখখনলৈ। তথাপি সি নিজক ঢাকিবলৈ প্ৰচেষ্টা কৰিলে তোমাৰ ফ'ন প্ৰথম বাৰতো মযে ধৰিছিলো প্ৰিয়া— প্ৰবল শঙ্কাত সি কোনোমতে প্ৰিয়দৰ্শনিৰ বৈ পৰা চকুহাললৈ চালে ইতিমধ্যে মুখমণ্ডলত তাৰ বিন্দু বিন্দু ঘাম বিৰিঙি উঠিলেই।

প্ৰিয়াই হঠাৎ স্বপনৰ পৰিবৰ্তনশীল মুখখনলৈ লক্ষ্য কৰি সন্দেহেৰে জনালে সেইবাৰতো পুৱাই তুমি ফ'ন ধৰিলাই। সম্ভব তেতিয়া তুমি যাত্ৰাপথত। তেতিয়া মানে দ্বিতীযবাৰ ৰিচিভাৰটো উঠালে সম্ভৱ এগৰাকী বৃদ্ধা মানুহে।

স্বপনে তৎক্ষণাৎ সন্দেহ ঢাকিবলৈ তপৰাই উত্তৰ দিলেই মুখত যি আহে তাকে

কৈ— সেইজনী মোৰ কাম কৰা পাগলী বুঢ়ীজনী ছাগে। বাদ দিয়া সেই মূৰ নাইকিয়া জনীৰ কথা।

আৰে মই বুজিছো বাবেইতো বৃদ্ধা মানুহ গৰাকীৰ কথাত পতিয়ন যোৱা নাই নহয়।

প্ৰিয়াৰ দৃঢ়তা আৰু তাৰ প্ৰতি বিশ্বাস দেখি মনটো তাৰ অকণমান পাতলিল যদিও স্থিতিবিহীন মান আকৌ প্ৰশ্ন তুলিলে সেই মৰতি বুঢ়ীজনীয়ে কি ক'লে তোমাক।

ক'বনো কি আৰু ক'লে "মই স্বপনৰ মাকে ধৰিছোঁ। সি অলপ আগেয়ে কেনিবা ওলায় গ'ল গাড়ীলৈ।" স্বপন তুমি যিয়ে নোবোলা মাত কেইষাৰতে মানুহগৰাকী বৰ সৰল যেন অনুভৱ হয়। চোৱাঁ স্বপন মই কিন্তু সিদিনা সেই মাতৃ তুল্য মানুহগৰাকীক অহঙ্কাৰত ভাল ব্যৱহাৰ কৰিব নাজানি ঘৰত আহি ভীষণ অনুতপ্ত হৈছোঁ।

স্বপনৰ কঁপি উঠা বুকুখন শাত পৰি গ'লত চাৰিবাৰ মান ছুটি উশাহ্ লৈ মূৰৰ পৰা বৃহৎ সন্দেহৰ বোজা এটা খহি পৰি পানীত যেন ডুব খোৱা দেখি কপালৰ ঘামখিনি চকীৰবাৰত থোৱা প্ৰিয়দৰ্শিনিৰ দোপাত্তাখনেৰে নিজে মচিলৈ কৃত্ৰিম হাঁহি বিৰিঙাই ক'লে, আচলতে ইলিটাৰেড বুঢ়ীতো মই আহোঁতে গুৱাহাটীলৈ যাওঁ বুলি কৈ আহিছিলোঁ মনত ৰাখিব নোৱাৰিলে চাগে।

শুনা স্বপন তাতোকৈও আমেদজনক বাৰ্তা অকণমান হাঁহি বিৰিঙালে প্ৰিয়াদৰ্শনিয়ে।

এইবাৰ অলঙ্কৃতাৰ ভয়ত স্বপনৰ মুখমণ্ডল কেঁহেৰাজ বটাৰ দৰে ক'লা পৰি গ'ল। ওঁঠযোৰ তাৰ শুকাই আহিল কোনেমতে সেপ ঢুকিলে সি। এইয়া যেন সমস্ত আকাশখন তাৰ মূৰৰ ওপৰত খহি পৰি হেঁচা মাৰি ধৰি উশাহ নিশাহ বন্ধ কৰি দিব অনুভৱ কৰি বক্-বক্াই উঠিল স্বপনৰ অন্তৰে, মন গ'ল প্ৰিয়াৰ কাষৰ পৰা এই মুহূৰ্ত্ততে উঠি ফালৰি কাটি কেনিবা যেন ওলায় যাবগৈ।

প্ৰিয়দৰ্শনিয়ে হঠাৎ তাৰ ম্লান পৰি অহা মুখখনলৈ চাই হাঁহি ক'লে, কি হ'ল স্বপন হঠাৎ তুমি ইমান ম্লান পৰি গহীন হৈ পৰিলা যে নুশুনা নেকি?

কেচু খান্দোঁতে সাপ ওলোৱাৰ ভয়ত শঙ্কিত হৈ নিজৰ দুৰ্বলতাক জোৰ কৰি বাধা দিবলৈ চেষ্টা কৰিলে সি— এই প্ৰিয়া বাদ দিয়ানা। সেই বাজে কথাবোৰ। প্লিজ অন্য কথালৈ আহাঁনা। প্ৰিয়দৰ্শনিৰ ঠাইত বাৰে বাৰে তাৰ চকুৰ আগত ভাঁহি উঠিল অলঙ্কৃতাৰ কৰুণ মুখ খন।

হেঁৰা স্বপন কথাটো নুশুনিলে আধৰুৱা হৈ ৰ'ব নহয়। তৃতীয়মানে শেষৰ বাৰ মনৰ খুদুৰনিত মই আকৌ ফ'ন কৰি সুধিলো স্বপন কেনি ওলায় গ'ল। গুৱাহাটীলৈ আহিছে নেকি। তেতিয়া যতদূৰ সম্ভৱ এজনী ছোৱালীয়ে ধৰি ক'লে "তেখেত নাই পুৱাই গুৱাহাটীলৈ ৰাওণা হ'ল।" ছোৱালীজনীয়ে বৰ দুখেৰে কন্দনামুৱাহৈ কোৱা দেখি মই কোন বুলি সোধাত তেওঁ স্বপন চৌধুৰীৰ মিচেছে কৈছোঁ " বুলি উত্তৰ দিলে।

স্বপনৰ মগজুৰ ৰক্ত বাহি প্ৰধানশিৰাডাল যেন ফটচকৈ ছিঙি গ'ল। খং উত্তেজনাত মুখ মণ্ডল তাৰ ৰক্তিম ৰূপ ল'লে, ফাঁকি সাজিবলৈ তাৰ মগজুৱে প্ৰস্তুতি হেৰুৱায় পেলালে। কাষত পোৱা হ'লে অলঙ্কৃতাক যেন একে ঘাপে দুটুকুৰা কৰি সিপুৰিলৈ পঠিয়ালেহেঁতেন।

বিবৰ্ণ প্ৰায় স্বপনৰ উত্তেজনা প্ৰকটহৈ উঠা মুখমণ্ডললৈ চাই হঠাৎ প্ৰিয়দৰ্শনিৰ মনত সন্দেহ ঘণীভূত হ'ল আৰু ক্ষণ পাৰ হোৱাৰ অন্ততো প্ৰত্যাহ্বান বা প্ৰত্যুত্তৰ দিব নোৱাৰাত প্ৰিয়াই নিজকে প্ৰস্তুত কৰি প্ৰশ্ন কৰিলে স্বপন একো নামাতিলা যে । তাৰ মানে তুমি মোক প্ৰতাডণা ।

না না প্ৰিয়া তোমাক মই কিয় প্ৰতাডণা কৰিমনো। শপত প্ৰিয়তমা জানা তোমাক মই অন্তৰৰ পৰা ভালপাওঁ— সি ভাল পোৱাৰ নমুনা দেখুৱাবৰ বাবে বৃথা চেষ্টা কৰি প্ৰিয়দৰ্শনিৰ কান্ধত হাত থ'বলৈ ল'লে।

তডিৎ গতিত হৃদয় দ'ম কৰিব পৰা প্ৰিয়দৰ্শনিয়ে সন্তমভাৱে চকীৰ পৰা তৎক্ষণাত উঠি স্পষ্টভাৱে প্ৰশ্ন কৰি চাব মাৰি ধৰিলে তুমি মোক প্ৰতাডণা কৰিবলৈ অহা নাই যদি এজনীক বিয়া কৰাই চালনাৰে এৰি মোক প্ৰৱঞ্চনা কৰি ঠগিবলৈ আহিবলৈ ইমান সাহস ক'ত পালা?

মই বিয়া কৰালো বুলি তোমাক কোনে ক'লে প্ৰিয়া? বিয়া কৰোৱা হ'লে অন্ততঃ তোমাক খবৰ নিদিলোহেঁতেন নেকি কিবা?

তেনেহ'লে তোমাৰ ঘৰত ৰক্ষীতা নেকি সেইজনী? নহ'লে তোমাৰ কোঠাৰ পৰা তোমাৰ পৰিবাৰে বুলি পৰিচয় দিবলৈ অন্য কোনোৱা সতী নাৰীয়ে সাহস কৰিবনে? খং উঠি আহিল বহু অভিজ্ঞতাৰে পৰিপুষ্টা প্ৰিয়দৰ্শনিৰ।

নিজক সহজ আৰু বিশ্বাসৰ পাত্ৰ কৰিবলৈ যত পৰোনাস্তি প্ৰচেষ্টা চলালে সি— চোঁৱা প্ৰিয়া তোমাৰ বাহিৰে মই কিন্তু কাকোৱেই ভাল নাপাওঁ নহলেনো তোমাৰ

পত্ৰ আৰু ৰিং পোৱাৰ লগে লগে ব্যাকুলহৈ তোমাক বিয়া কৰাবলৈ দৌৰি আহোঁনে।

পাক মাৰি ফান্দত পেলালে প্ৰিয়াই- মোক যদি ভালেই পোৱা তেনেহ'লে সেইজনী বিয়া কৰাইছিলা কিয়?

পৰিস্থিতিৰ সন্মুখীন হ'ব নোৱাৰা উপস্থিত বুদ্ধিহীন যন্ত্ৰবত স্বপনৰ মগজু যেন বিকল হৈ গ'ল। ফাঁকিৰ ভডালৰ তলি উদং হ'লত ক'ব নোৱাৰাকৈয়ে আপোনা আপুনি উত্তেজনাত তাৰ মুখত ওলায় গ'ল মই অলঙ্কৃতাক বিয়া কৰাইছিলো নেকি কিবা মাযেহে জোৰকৈ তাইক ঘৰ সুমুৱাইছেহি।

সূত্ৰ উদ্ধাৰ হৈ গ'ল। প্ৰিয়দৰ্শনিৰ সাংঘাটিক ঘৃণা উপজিল স্বপনৰ প্ৰতি। তাই দীঘল নিশ্বাস এটা পেলাই চাম মাৰি ধৰিলে বাহ স্বপন তুমিতো কৈছিলা তোমাৰ মা সৰুতে ঢুকাল বুলি। তাৰ মানে সেই সহনশীল নিচেই সাধাৰণ তোমাৰ বাবে জীৱন উৎসৰ্গা কৰা যি গৰাকী মহিয়সী নাৰীক ঘৰৰ চাকৰণী বুলি আমাৰ অজ্ঞাত বৰ মানুহ বোলাবলৈ পৰিচয় দিছিলা। সেই গৰাকীয়ে তোমাৰ জন্মদাতৃ মহিয়সী মাতৃ আছিল নহয় জানো স্বপন ?

শিৰচ্ছেদ হোৱা নৰ কঙ্কালৰ দৰে সি থৰ লাগি তলমূৰ কৰি ৰ'ল।

এতিয়া নামাতা কিয় স্বপন নিজৰ দেৱী তুল্য মহান চিৰপূজ্য মাতৃক যদি তুমি ঘৰৰ চাকৰণী সাজি পাগলি বুঢ়ীজনী বুলি আখ্যা দিব পাৰা তেনে দুজনী বিয়া কৰাই লৈ এজনীক পতিতাৰ ৰূপ দিবলৈ তোমাৰ আপত্তি থাকিব ক'ত তুমি নাৰীক সম্ভোগৰ পাত্ৰী অবলা পদদলিতাৰ ৰূপ দি সমস্ত বিশ্বৰ নাৰীজাতিক ঘোৰ অৱমাননা কৰিছা। কোৱাঁচোন স্বপন মোক বিয়া কৰাবৰ বাবে ইমান তললৈ নামি ফাঁকিৰ অৱতাৰণা কৰি মহা পাপৰ অশ্ৰয় ল'লা কিয় বাৰু? দহ মাহ দিন অসীম কষ্টেৰে গৰ্ভধাৰণ কৰা যি মাতৃৰবাবে আজি এই স্বৰ্গাধিক সংসাৰৰ মুখ দেখি সীমাহীন সুখ উপভোগ কৰিছা, সেই মাতৃক দেৱী ভগৱতী জননীৰূপে চিৰ পূজ্যৰ স্থান নিদি ভৃত্যা সাজিলা। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে মাকৰ বাবে চৰকাৰি চাকৰি ত্যাগ কৰি ভৰা নৈ সাঁতুৰি পাৰহৈ মাকৰ চৰণ সেৱিছিলহি। শ্ৰীগণেশ দেৱতাই দেৱী দুৰ্গা মাতৃৰ চাৰিও ফালে এপাক ঘূৰি পৃথিৱীখন প্ৰদক্ষীণ কৰাৰ সমান পূণ্য হৈ সৰ্ব তীৰ্থৰ সম্পূৰ্ণ প্ৰতিফল লাভ কৰিছিল । শ্ৰী ৰাম চন্দ্ৰই মা দুৰ্গাদেৱীৰ চৰণপুজি ৰাৱণ বধিবলৈ শক্তি পাইছিল। বিশ্ব বিজয়ী আলেকজেণ্ডাৰে পৃথিৱীৰ কোনো শক্তিৰ কাষত সেও নামানিছিল কিন্তু নিজৰ মাতৃক ভয় কৰিছিল আৰু মাতৃৰ কাষত ভক্তিৰে শিৰ দোঁৱাইছিল। তুমি যদি

মাতৃ ভক্ত নোহোৱা তেনেহ'লে দেশপ্রেমী হ'বা কেনেকৈ। কাৰণ দেশ হ'ল সবাৰে জননী স্বৰূপ। মাতৃৰ আশীষ বিনা বা মাতৃ শক্তিৰ অবিহনে কোনো কামেই সফল নহয়। দেৱী অথবা বিশ্বজননী বা মাতৃ ভক্ত মানে এখন পবিত্র বিশাল নিস্পাপ শক্তিশালী অন্তৰৰ অধিকাৰী। যি পৰম ভক্তিৰ বাবে বীৰ বীৰঙ্গণাই দেশজননীৰ বাবে নিজৰ অমূল্য জীৱন পৰ্য্যন্ত আহুতি দিয়ে। সেই প্রতিকৰূপ মাতৃক অৱমাননাৰে পদদলিতা কৰিলা চিঃ চিঃ ধিক পশু তুল্য তোমাৰ জীৱন, পৰৰ তৈয়াৰি লভ্য জ্ঞানৰ ওপৰত যদি তোমাৰ গৌৰৱ আছিল তেনে প্রথম দেখাতে মোক বিয়া কৰাবলৈ প্ৰস্তাৱ আগ নবঢালা কিয়? তাৰ মানে ধন আৰু অভিজাত্যলৈ ভয় কৰিলা নহয় জানো? তুমি হ'লা কাপুৰুষ স্বপন। চোৱাঁ সৌন্দৰ্য্য হ'ল অনুভূতিৰ বস্তু। ঐশ্বৰ্য্য ধন সম্পত্তি হ'ল মায়া মোহৰ বস্তু। এই অপাৰ্থিৱ বস্তুৰ প্ৰতি মোহান্ধ হোৱাজনৰ বিপদ অনিবাৰ্য্য। ত্যাগ সংযম বীৰত্ব, মহত্ব দেশ প্ৰেম মানৱ প্ৰেম স্বৰ্গীয় প্ৰেমহে চিৰস্থায়ী। তুমি মোৰ সৌন্দৰ্য্য আৰু ঐশ্বৰ্য্যৰ পাছত উন্মাদহে মোক পাবলৈ দৌৰি আহিছা। কিন্তু তোমাৰ বিবাহিতা পত্নী অলঙ্কৃতাযো তোমাক ত্যাগী পৰ পুৰুষৰ সঙ্গ ল'ব পাৰিলেহেঁতেন কিন্তু পতিব্ৰতা নাৰীয়ে কেতিয়াও বিপথে নাযায়। সেয়ে বাট চাই আছে তোমালৈ।

চ'ৰি মিচ তুমি মাতিছিলা বুলিহে মই আহিলোঁ। মাফ কৰা মোক প্লিজ যাবলৈ দিয়ানা।

তোমাৰ স্বৰূপ নাজানি কোৱা ভাতুৰীৰ ৰূপ দেখি মই তোমাক অবিবাহিতা বুলি আমন্ত্ৰণ কৰিলো অজানিতে। কিন্তু তুমি জানিশুনি এজনীৰ মূৰখাই মোক প্ৰতাড়ণা কৰিবলৈ কিয় আহিলা? শুনা স্বপন ক্ষমা কৰিলেই সংস্কাৰ নহয়। অথবা দোষীক গুলিয়াই হত্যা কৰিলেও সমস্যা সমাধান বা কাৰো উপকাৰ নহয়। সচেতনতা আত্মসমালোচনা, অনুশোচনা, সংযম, অভিজ্ঞতাইহে ভৱিষ্যত পুৰুষক জ্ঞান দিবলৈ সক্ষম হয়। চোৱাঁ স্বপন সৌন্দৰ্য্য যেনেকৈ আকৰ্ষণশীল তেনেকৈ তাৰ অন্তৰ ভাগো সৃজনশীল সৌন্দৰ্য্য, প্ৰতাড়ণাৰ বাবে নহয়, বিকাশৰ বাবেহে মোৰ সৌন্দৰ্য্যক মই স্বৰ্গীয় অৱদান বুলি ভাবোঁ। সেইয়ে দয়াৰ আধাৰৰূপে মই শান্তি বিলাব খোজোঁ। মোৰ ভুল হ'ল এইখিনিতেই যে মোক সদায় সৰ্বসাধাৰণ লোকৰ সঙ্গৰ পৰা পৃথক কৰি ৰখাৰ বাবেই মই তোমাক চিনাত পলম কৰিলোঁ। অৱশ্যে তুমি পলিথিনৰ মোনাত যেতিয়া মূল্যবান সোণৰ অলঙ্কাৰ বান্ধি আনি আগবঢ়ালাহি তেতিয়া মোৰ সন্দেহ হৈছিল সেইযা তোমাৰ দ্বাৰা গঢ়োৱা অলঙ্কাৰ নহয়। হোৱা হ'লে সোণাৰীয়ে

নিশ্চয় বাকচত সজায় দিলেহেঁতেন আৰু একে দিনাই কোনো সোণাৰীয়ে এইখিনি অলঙ্কাৰ গঢ়ি দিব নোৱাৰে। এতিয়া মই বুজিলো এই গহনা তোমাৰ মাৰ আৰু তোমাৰ পত্নীৰ পৰা চুৰ কৰি অনা। দ্বিতীয়তে আত্মসন্মান বোধহীনৰ দৰে স্বৰ্গীয় অমৰ প্ৰেমক তুচ্ছ জ্ঞান কৰা তোমাৰ কামাতুৰ লুলোপ দৃষ্টি নিক্ষেপে মোৰ স্বৰ্গীয় প্ৰেমক বাৰে বাৰে বিচলিত কৰি তুলিছিল। প্ৰেমিক প্ৰেমিকাৰ দৃষ্টি ভঙ্গীয়ে প্ৰেম কিমান সুদূৰ প্ৰসাৰি হ'ব তাক নিমিষতে বুজা যায়। তৃতীয়তে ভগৱান ভগৱতীৰ আৰ্শীষ বিনা অদৃষ্টৰ হাতত প্ৰেমৰ পৰিসমাপ্তি ঘটাব খোজা তোমাৰ যুগ্ম জীৱনৰ দাবীয়ে মোক শঙ্কিত আৰু বিচলিত কৰি তুলিছিল। মনত ৰাখিবা স্বপন যি মানুহে লোভ, মোহ আৰু নাৰী উপভোগৰ ধান্দাত থাকে সি নিজক বচাবলৈ প্ৰয়োজন হ'লে আনক বা প্ৰতিবন্ধকক হত্যা কৰিবলৈও কুঠাবোধ নকৰে। তেনেলোকে কোনোদিনেই সন্তোষ লভিব নোৱাৰে। যেযা পথে ধন ঘটি, নিজৰ পশুত্ব কামনা চৰিতাৰ্থ কৰিবলৈ যেযা গলিলৈ যাবলৈও কুণ্ঠাবোধ নকৰে। মদ, জুৱা, মাইকী এই তিনিটাৰ এটাত ধৰিলেই বাকী কেইটালৈ আগবাঢ়িবলৈ বেছি সময়ৰ প্ৰয়োজন নহয়। আৰু তাৰ প্ৰতিফল নিজৰ অকাল কুৎচিৎ মৃত্যুৰ লগতে সমাজলৈও বিষ বাষ্প সম্প্ৰসাৰণ।

জ্বৰ ঘমাদি ঘামি উঠিল স্বপন। সি অৱসন্নভাৱে নতশিৰে জনালে মিচ বসুমতাৰী আপুনি মোৰ শাৰিৰীক শাস্তি দিয়ক কিন্তু মানসিক আঘাত হানি অন্তৰখন মোৰ বিচিন্ন কৰি জীযাতু নোভোগাবা। দুই হাত যুৰি বিদায়ৰ বাবে প্ৰাৰ্থনা জনালে সি

অনুশোচনাই তোমাৰ শাস্তি হওক। ইচ্ছা কৰিলে তোমাক মই গতিযাই চৰিযাই বাহিৰ কৰি দিব পাৰিলোহেঁতেন কাৰণ দ্বিতীয় পৰ্য্যায় চম্ভালিবলৈ ঘৰত এটা বন্দুকধাৰি আছে। কিন্তু মই চিনেমা বা টি ভি চিৰিয়েলৰ মাইকীৰ দৰে পুৰুষক চৰিযাই বীৰত্ব দেখুৱা বিধৰ ছোৱালী নহয়। নাৰীৰ মাৰ্য্যদা অক্ষুন্ন ৰখাতো ভাৰতীয় নাৰী হিচাপে মোৰ ধৰ্ম্ম। শত্ৰু হলেও ঘৰলৈ অহা অতিথিক সৎ ব্যৱহাৰ কৰাতো গৃহস্থৰ কৰ্ত্তব্য। মনত ৰাখিবা স্বপন তুমি ঠগ, প্ৰৱঞ্চক নাৰী চিকাৰী হ'লে জীৱনত যিখিনি পইছা তাতোকৈ বেছি হেৰুৱাবা। কালি অলঙ্কৃতাক, আজি মোক কালিলৈ অন্যজনীক প্ৰতাড়িতকৰী ফল চকুৰ আগত দেখি অহা পলাশ, ৰুণু, দেৱজিত, ত্ৰিবেণীৰ দৰে অকালতে মৰহীটো যাবাই। মৃত্যুৰ পাছতো পলাশ, দেৱজিত, ধৰ্ম্মেশ্বৰৰ দৰে চিৰ কলঙ্কিত অভিশপ্ত হৈ ৰবা এই পৃথিৱীত, দুৰ্ব্বল চৰিত্ৰৰ ব্যক্তি হিচাপে তোমাৰ ওপৰত ঘৃণা উপজিলেও পুৰুষ জাতি হিচাপে ন জোৱান ভৱিষ্যৎ দেশৰ ধৰণীস্বৰূপে সংস্কাৰেৰে মাৰ্য্যদা প্ৰদান কৰাতো মোৰ কৰ্ত্তব্য আৰু শক্তি, শান্তি সৌন্দৰ্য্যৰ প্ৰতিক

ৰূপে নাৰীৰ মাৰ্য্যদা অক্ষুন্ন ৰখাতো পুৰুষ হিচাপে তোমাৰ একান্ত নৈতিক দায়িত্ব। নাৰী হিচাপে মোৰ শৰীৰত যিখিনি আছে তোমাৰ এৰি অহা পত্নীৰ শাৰীৰতো একেখিনিযেই আছে। দৃষ্টি লুলোপ হ'লে সৌন্দৰ্য্য ক্ষণস্থায়ী হয়। জানাইতো চাকিৰ উজ্বল শিখাত পৰি চগাৰ মৃত্যু ঘটে, মনত ৰাখিবা বিশ্বাসঘাতকীৰ কাৰো কাষত স্থান নাই। এজনীক প্ৰতাড়ণা কৰাৰ প্ৰতিফল আনজনীযে তোমাৰ মূৰৰ ওপৰত উঠি নাচি তিল তিলকৈ ভোগাব। শক্তিৰ কবলত অন্ধ মদগৰ্বি হৈ অসুৰেও ত্ৰৈলোকেশ্বৰী দেৱী দুৰ্গা আইক পাবলৈ গৈ শুম্ভ নিশুম্ভ নৰকাসুৰকে আদি কৰি কেইটা প্ৰবল প্ৰতাপী অসুৰৰ চিৰ পতন ঘটিল তাক জানায নিশ্চয। সুন্দৰী নাৰীৰ বাবেই অদ্বিতীয় বীৰ হাৰ কিউলিছৰ করুণ মৃত্যুৰ বিষয়ে জানি থোৱাতো ভাল।

ঘোৰ অপমানত জৰ্জ্জৰিত ক'লা ৰঙা পৰা স্বপন অৱনমিত শিৰে উঠি দুই হাত জুৰি অন্তিম বিদায মাগিলে— এস্কিউজমি মিছ বসুমতাৰী। প্লিজ চিচ্টাৰ কাইগুলি মোক যাবলৈ দিযক।

প্ৰিযদৰ্শনিযে গৌৰৱময মহিমা মণ্ডিতভাৱে জনালে যোৱাৰ আগেযে শুনি যোৱাঁ স্বপন, অত্যাধুনিকতাৰ মাজত থাকি চেলোৱাৰ কুৰ্ত্তা বা লং পেন্ট, স্পটিং পিন্ধিলেই অন্তঃসাৰ শূন্য হৈ ছোৱালীযে নাৰীত্বক, সতীত্বক বিসৰ্জন দিযা নুবুজায। সতীত্ব হ'ল নাৰীৰ ভূষণ। এখন সুখৰ সংসাৰ গঢ়িবলৈ সৎ সংযামি সুক্ষ্ম দৃষ্টি সম্পন্ন বিশাল উদাৰ মনৰ অধিকাৰী হোৱাতো প্ৰযোজন। ছোৱালী ফুচুলাবলৈ মিঠাই, অলঙ্কাৰ দি গাড়ীত বা স্কুটাৰ মটৰ চাইকেলৰ পাছত উঠাই প্ৰলোভন দেখুৱাই চপাই ল'লেই নহয। ছোৱালীজনী নি সুখৰ সংসাৰ পাতি ভৱিষ্যৎ মঙ্গলময কৰিব পৰা ক্ষমতা আছে নে নাই তাক বিযাৰ পূৰ্বেই দকৈ গমি চোৱাৰ প্ৰযোজন। মনত ৰাখিবা যিলোকে মাতৃক ভগৱতীৰূপে আৰু বালিকা বা পৰাস্ত্ৰীক মাৰ্যদা প্ৰদান কৰি পত্নীক দেৱী ৰূপে জ্ঞান কৰে আৰু নাৰীযেও পুৰুষ বা পতিক উৰ্চিত মাৰ্য্যদা প্ৰদান কৰি স্বামীক দেৱতা স্বৰূপে জ্ঞান কৰে ভক্তি কৰে, তেনে পৰিযালত সুখ শান্তি, সংহতি আৰু সদানন্দ চিৰ বিৰাজমান হয। সেই ঘৰতেই অচলা লক্ষ্মী বসতি কৰে।

আত্মসন্মান ভুৱা নৈতিকতা ধূলিসাৎ হৈ যোৱা স্বপনে নাৰীৰ কাষত অৱনতশিৰে চৰম লজ্জিত ঘোৰ অপমানিতহৈ প্ৰতিশোধৰ মনোভাবেৰে ওলায আহিবলৈ ল'লে।

প্ৰিয়দৰ্শনিয়ে দোপাত্তাখন উঠাই তজবজিযা যৌৱনৰ অন্যত্তম পৰিচায়ক পৰিপুষ্ট ওখ বুকুখনৰ ওপৰত মেলি লৈ ইমান দূৰ যাত্ৰাত অৰ্ত্তন্দ্বত অঘটন নঘটিবৰ বাবে মনটো সুস্থিৰ আৰু সম্পূৰ্ণ মুক্ত কৰি পঠিওৱাৰ মানসেৰে সম্পূৰ্ণ মানবিযতাৰে স্বভাব

সুলভভাৱে জনালে— স্বপন মই ভাবোঁ জন্ম সূত্রে তোমাৰ ধমনিত উত্তেজক ৰক্ত আছে। নহলেনো এগৰাকী মহান মাতৃৰ সন্তান হৈও অৱশ্যে কিন্তু সংযম সাধনাৰে দূৰ দৃষ্টিসম্পন্ন হোৱা পৰিশোধন হৈ মহানতা লাভ কৰিব পাৰিবা। হ'ব বাৰু যহা স্বপন। মই চাহ জলপান বনাওঁ। খাই যাব লাগিব। ইমান দূৰৰ পৰা আহি শুদা মুখে কেতিয়াও ঘূৰি যাব নোৱাৰা কিন্তু।

প্ৰিয়দৰ্শনিৰ মহত্বৰ কাষত স্বপনৰ খং ক্ষোভ, প্ৰতিহিংসা সকলো ম্লান পৰি গ'ল। অন্তিম সমীচিন সদব্যৱহাৰে তাক এই ফালৰ পৰা খং ক্ষোভ মুক্ত কৰি দিলে। অন্যহাতে কিন্তু মূহুৰ্ততে ক্ষুব্ধ মনে অলঙ্কৃতাৰ ওপৰত এই অপমানৰ বঞ্চিতৰ প্ৰতিফল প্ৰতিশোধেৰে পূৰাবলৈ উদ্যত হৈ উঠিল স্বপন। প্ৰিয়দৰ্শনিক তাৰ টেমিমুৱা মুখখন দেখুৱাইবলৈ সাহস নহ'ল। চৰম অপমানত মেৰুদণ্ডহীনলোকৰ দৰে বিশিষ্ট লোক দৰ্শোৱা কোট টাই তাতে পাহৰি এৰি শিৰ দোঁৱাই সি প্ৰিয়দৰ্শনিৰ কাষৰে ৰোকাৰ দৰে পাৰহৈ আহি ভৰাক্ৰান্ত মনেৰে গাড়ীত উঠিলহি।

প্ৰিয়দৰ্শনিয়ে দীঘল হুমুনীয়া এটা কাঢ়ি চকীখনত ধুপুচকৈ বহি পৰি কপালত হাত দি চকুকেইটা মুদি দি ভাবিলে সমাজৰ দুস্কৃতিকাৰীৰ লগতে উঠি অহা প্ৰজন্মৰ এচামো যদি প্ৰৱঞ্চক বিশ্বাসঘাতক অৰ্থলোলুপ নাৰী চিকাৰী হয় তেন্তে মানৱ সমাজ অন্ধকাৰৰ অটল গহ্বৰত বিলীনহৈ যাব। তাই চকুকেইটা মেলি দি ঘপহকে উঠি আহি বাৰান্দাত ঠিয় হৈ স্বপন যোৱাঁলৈ উদ্বিগ্নভাৱে চাই ঠিৰাং কৰিলে ওঁহো বিপথগামী সকলক অধঃপতনে কেতিয়াও যাবলৈ এৰি দিব নোৱাৰি। তাৰবাবে প্ৰতিজনেই সচেতনতাৰে সহানুভূতিৰে মানৱীযতাৰে সমাজ সংস্কাৰৰ বাবে অহৰহ প্ৰচেষ্টা চলাব লাগিব। তেহে সত্যযুগৰ সংস্থাপন হ'ব এই মৰতত।

চকীদাৰে গেটখন খুলি ধৰিলে।

চৌদিশে মৰুময় বহ্নি প্লাবনময় দেখা স্বপনে অস্থিৰভাৱে গাড়ীলৈ ওলাই আহি ৰাস্তা পায সজোৰে গাড়ী চলাই দিলে।

স্বপনৰ গাড়ী পাৰ হোৱা মূহুৰ্ততে চীফ ইঞ্জিনীযাৰ বিবেক বসুমতাৰীৰ গাড়ী আহি ৰ'লহি।

গাড়ীৰ পৰা বিবেক আৰু শ্যাম সুন্দৰ অদৱানি নামি আহি চকীদাৰে স— সন্মানে খুলি ধৰা গেটেদি সোমাই ঘৰৰ ভিতৰ পালেহি দুযো।

বিবেকে আমন-জিমনকৈ বৈ থকা মৰমৰ জী প্ৰিয়াৰ হাতত ডাঙৰ প্ৰেজেন্টৰ টোপোলাটো তুলি দি সুধিলে স্বপন পোৱাহিযেই নাই নেকি?

প্ৰিয়দৰ্শনিযে সহজভাৱেই জনালে– তুমি আহি পোৱা আগ মূহূৰ্তত যে গাড়ীখন পাৰহৈ গ'ল সেইখনেই স্বপনৰ গাড়ী আছিল।

অঁতো বগা ৰঙৰ মাৰুতি কাৰখন আগবাটি যোৱা মই দেখিছিলোঁ— আযোজন আৰু পৰিণাম চিন্তি আচৰিত হৈ সুধিলে বিবেকে– প্ৰিযদৰ্শনি স্বপন আহি ঘূৰি গ'লহি যে!।

প্ৰিযদৰ্শনিযে গহীনভাৱে জনালে স্বপন আহিছিল গুৱাহাটীলৈ তেওঁৰ চাইকীযাটিক চিকিৎসাৰ বাবে।

হতভম্ব হৈ গ'ল বিবেক। চকু তেওঁৰ কপালত উঠিল আচৰিত হৈ তেওঁ প্ৰশ্ন কৰিলে। তাৰ মানে স্বপনৰ মগজুৰ বিকাৰ !!

প্ৰিযদৰ্শনিযে লাহেকৈ জনালে স্বপনে উত্তেজনা আৰু মানসিক ৰোগত ভুগিছে যদিও গাড়ী চলাই যাব পৰা অৱস্থাত আছে।

বিচলিত হৈ উঠিল বিবেক তেতিয়া হ'লে তইঁত হালৰ বিযাখন।

প্ৰিযাই পিতৃ স্নেহৰ আকুল আৱেগত দেউতাকৰ বুকুত মূৰতো গুজি দি সাৱতি ধৰি অজান বালিকাৰ দৰে জীৱনৰ ভাৰ পিতৃৰ ওপৰত অৰ্পণ কৰি হিয়াৰ কথা জনালে– পাপা মই প্ৰথমে মুম্বাইৰ পৰা আহি লওঁ। এইবাৰ তুমি নিজে ঠিক কৰিবা মোৰ বাবে মন পছন্দ দৰা।

কাহিনীৰ আদি অন্ত একো বুজিব নোৱাৰি চিন্তা ক্লিষ্ট মনেৰে বিবেকে দীঘল নিশ্বাস এটা পেলাই ভাবিলে হায মুহূৰ্ততে বাৰু হৈ গ'ল কি?

মেজিষ্ট্ৰেত শ্যামসুন্দৰে ঘটনাৰ ওৰ লোৱাৰ প্ৰযোজনবোধ নকৰি নিজৰ বাবে চিন্তা কৰি মুদ্ৰা দোষ বশতঃ হাতৰ ঘড়ীটোলৈ চাই জনালে মিষ্টাৰ বসুমতাৰী তেনেহ'লে মোক বিদায কৰিব নেকি?

প্ৰিযাই হাঁহি বিৰিঙাই জনালে ৰ'ব আকুল অতিথি হিচাপে মুখ মিঠা কৰি যাওঁক। চাহ বনাওঁতে মোৰ পাঁচ মিনিট সময়ে নালাগে– কৈযে প্ৰিযাই প্ৰেজেন্টৰ বাকচটো হাতত লৈ মুক্ত মনেৰে ভিতৰ সোমাল আকৃষ্ট ৰাহুৰ গ্ৰাসৰ পৰা যেন মুক্ত হৈ।

বিবেক বসুমতাৰীয়ে অন্যমনস্কভাৱে জনালে– বহুকচোন অকণমান মিষ্টাৰ আদৰানি চাহাব ফিক্সটো কমছে লৈ যাওঁক।

বাহিৰলৈ আহিলে টকাৰ বিনিময়ত স্বন্তেকীয়া সম্বন্ধ মাৰ্যদা বজাই ৰখা আদৰনিয়ে বিবেকে ভেপৰ পৰা উলিয়াই দিয়া পাঁচশ টকীয়া নোটখন আনন্দেৰে ক্লেপত সুমুৱাই থৈ ক'লে– সেইটোনো আৰু কোৱা কথানে ধন্যবাদ মিষ্টাৰ বসুমতাৰী।

ফিক্সটো দিয়েই – বহুক বুলি কৈ বিবেক বসুমতাৰী ব্যস্ততাৰে অনুসন্ধিৎসু মনেৰে ভিতৰ কোঠালৈ সোমাল মৰমী জীয়েকৰ কাষলৈ হ'ব লগীয়া বিৱাহ বিচ্ছেদৰ কাৰণ তত্ব হুবহু জানিবৰ বাবে।

গাড়ীখনৰ ঘনে ঘনে লেঠাৰিকৈ শিঙা বজোৱাৰ পাছতো কোনো আহি গেইট খন খুলি নিদিলত তীব্র উত্তেজনাত গাড়ীচলাই গেটখন খুন্দা মাৰি খুলি ঘৰৰ মুখত ৰ'লহি । গাড়ীখনৰ আগটো ঘূণিযা হৈ ৰঙ গ'ল স্বপনে তালৈ ভ্রূক্ষেপ নকৰি গাড়ীৰ পৰা নামিযেই প্রবল হুঙ্কাৰে চিঞৰি উঠিল অলঙ্কৃতা তই ওলায আহ। মা ক'ত গলি তযো ওলায আহ– গৰজি ৎপৰলৈ উঠি আহি ইটোৰ পাছত সিটো কোঠা চলাথ কৰিলে ওঁহো সকলো শূন্য মাথো চাৰিওফালে নির্জ্জন পৰিৱেশ, কালে যেন কুটিল হাঁহি মাৰি উপহাস কৰিলে স্বপনক। এইবাৰ স্বপনৰ উত্তেজনাবোৰ দুর্ভাৱনাত পৰিণত হ'ল। হাতৰ বটলৰ কাক খুলি ঘটঘটকৈ সমস্ত মদিৰা বটল পি দি বিছনাৰ গাৰু, কম্বল লেপ, টেবুলৰ ওপৰৰ ফাইল কাগজ পত্র সকলোবোৰ দলিযাই দি খং উত্তেজনাত বিহ্বল হৈ পৰিল স্বপন।

ঘৰৰ সন্মুখত স্বপনৰ গাড়ীখন দেখি বন্ধুকমল নৰালৰিকৈ সোমায আহি ভিতৰ পাযে দলিযা-খতিযা কৰি থকা স্বপনক দেখি উত্তেজনাৰ মর্ম্ম বুজি পাই তাৰ সাধাৰণ জ্ঞান ঘূৰাই আনিবৰ বাবে ধমক দিলে- ঐ স্বপন হৈছে কি তোৰ বস্তুবোৰ দলিযাইছ কেলেই, ভাঙিলে ছিগিলে ঘূৰাই পাবি জানো-পাগল হোৱা নাইতো।

কমলক দেখি থমকি ৰ'ল স্বপন অলঙ্কৃতা আৰু মাহঁত কলৈ গ'ল তই জান কমল?

মদাহীৰ প্রশ্নৰ সদ্যুত্তৰ দিলে কমলে তযেতো তেওঁলোকক ঘৰৰ পৰা খেদি থৈ গৈছিলি । এতিযা আকৌ বিচাৰিছ কিয?

মদৰ জালত প্রকৃত জ্ঞান হেৰেৱাই পেলোৱা স্বপনে মনত পেলাবলৈ চেষ্টা কৰিলে। মই খেদিছিলোঁ সিহঁতক, ক'ত গ'ল সিহঁত?

শুন স্বপন কালি নিশা মই অলঙ্কৃতাক লগ পাইছিলোঁ ৰেল ষ্টেচনত।

চক খাই উঠিল স্বপন- আৰে ৰেলত উঠি ক'ত মৰিবলৈ গৈছে তাই ।

তই তাইক এৰিলি বাবে তাইযো তোক আৰু তই আনিবলগীযা দ্বিতীয পত্নীৰ সতিনী হিচাপে প্রতিবন্ধক নহওঁ বুলিযেই হেনো ঘৰ এৰি আঁতৰি গৈছে।

স্বপনে খোলোটাই ধৰিলে কমলক– তই মোৰ বন্ধু হৈ তাইক চুলিকোচাত ধৰি

টানি ঘূৰাই আনিব নোৱাৰিলি হোঁহ।

অনুশোচনাৰে জনালে কমলে— চা তই বেযা নাপাবি দোস্ত, তোক একেবাৰে এৰি যোৱা দেখি মই মোৰ অন্তৰৰ কোণৰ পৰা সঁচা আবেগেৰে মোৰ ঘৰতে আশ্ৰয দিযাৰ কথা তাইক অনুনযেৰে জনাইছিলোঁ কিন্তু অলঙ্কৃতাই কি ভযঙ্কৰ লাজ দিলে জান।

তাই বেটিযে তোক কি ভযঙ্কৰ লাজ দিলেনো ক সোনকালে ক কমল।

তাই স্পষ্টভাৱে উত্তৰ দিলে আজিৰ নাৰী অবলা নহয। পুৰুষৰ আশ্ৰয স্থল বিনা নিজে আশ্ৰয স্থল গঢ়ি ল'ব পাৰে।

ৰঙা চকু হাল ডাঙৰকৈ মেলি দি প্ৰশ্ন কৰিলে স্বপনে— তই তাৰ মানে নিজৰ কৰি ল'বলৈ খুজিছিলি তাইক।

চা দোস্ত স্বপন সঁচা কথা অৱশ্যে সেইটোৱেই আছিল। কিন্তু তাৰ প্ৰতিফল চিৰ জীৱনলৈ মনত ৰৈ গ'ল তাই দৃঢ়ভাৱে ক'লে— "চোৱাঁ কমল তোমাৰ নিচিনা পুৰুষক আমাৰ নিচিনা নাৰীযেই দহ মাহ দহ দিন নিৰাপদে আশ্ৰয দি পৰম কষ্টৰে জনম দি অমৃত পান কৰোৱাই ডাঙৰ দীঘল কৰে গতিকে তুমি মোক কি আশ্ৰয দিবা। প্ৰযোজন হ'লে দেশ মাতৃযে সকলো সন্তানক যেনেকৈ আশ্ৰয দিযে তেনেকৈ মযো তোমাকহে ওলোটাই আশ্ৰয দিব পাৰো।" যাবৰ সমযত অলঙ্কৃতাই আৰু কৈ গ'ল "নাৰীৰ সতীত্বৰ মাৰ্যদা দিবা তেনে জীৱনত কৃতকাৰ্য্য হ'বা, সুখ্যাতিৰে সংযমি সাধকৰ দৰে, যৌন ক্ষুদ্ধা ক্ষন্তেকীযা তৃপ্তি মোৰ বাবে নগণ্য বিশ্বৰ শ্ৰেষ্ঠ গাযিকা লতামাঙ্গেশ কাৰে সুৰৰ লগত বিযা হৈ চিৰস্মৰণীয মযো মীৰা বাঈইৰ দৰে ভগৱত প্ৰেমক আঁকোৱালি জীৱন অতিবাহিত কৰিম।"

গভীৰ পৰিতাপেৰে জনালে এইবাৰ স্বপনে— বুজিছ দোস্ত নাৰীক স্বাধীনতা দিছোঁ বুলি দিকলাৰ কৰি মেল মিটিং পাতিবলৈ এৰি দিযাটোৱেই সাংঘাটিক ভুল হ'ল। এতিযা যে ৰাজনীতিত ত্ৰিশ পযত্ৰিশ শতাংশ নাৰীক স্থান দিব লাগিলে পুৰুষৰ প্ৰধান্য স্বৈৰচ্ছাৰ দমন বিস্ফোৰণ স্খলন সকলো প্ৰহসন হ'ব। মুঠতে আমাৰ নিচিনা পুৰুষৰ সান্দহ খোৱা বালি তল যাব নে কি কৱ কমল।

বাধা দিলে কমলে— মই কিন্তু তোৰ কথাত একমত নহও দেই। এইটো সত্য যে ইজনে সিজনক মাৰ্যদা দিলেহে মিলন ভূমি সুখৰ হয।

কি ক'লি তই কমল? উত্তেজনাত দুৰ্বল নাৰীৰ কাষত সিংহ পুৰুষৰ লাঞ্চনাৰ ক্ষোভত জ্বলি উঠি অৰ্দ্ধচেতন অৱস্থাৰে জপিযাই আহি সি কমলৰ ডিঙিত চেপা মাৰি ধৰিলেহি। মোৰ বন্ধু হে তই বিপৰীতে সম্ভোগৰ পাত্ৰী পুতলা স্বৰূপ দুৰ্বল নাৰীৰ পক্ষে কিয মাত দিছ ক?

সম্ভোগেই যদি জীৱনৰ লক্ষ্য তেনে হাবিত গৈ পশুৰ লগত বাস কৰ গৈ যা দালান সাজি ঘৰ সজায গাড়ীত উঠি ফুৰি ভদ্ৰ মানুহ দেখুৱাৰ কি প্ৰযোজন? শুন স্বপন তই কাকো মাৰ্যদা নিদিলে তোকো কোনেও মাৰ্য্যদা নিদিযে। তই ভালে ভালে ডিঙি এৰি দে মোৰ, নহ'লে কিন্তু কথা বেঁযালৈ যাব কৈ দিছোঁ মই।

উত্তেজনাৰ ভমকত স্বপনে কৰ খঙ ক'ত সাৰিব ক'ব নোৱাৰে। তাক লাগে মাথোঁ প্ৰতিশোধ। ওৰে বাটে ভৰাক্ৰান্ত মনে অপমানৰ দাবানলত জ্বলি পুৰি কাক মাৰিম কাক কাটিম বুলি ভাবি অহা মনটো অজান উত্তেজনাত জাগ্ৰত হৈ উঠিল। তাক মদৰ নিচাই উন্মাদ বিহ্বল কৰি তুলিলে। তই পুৰুষহৈ মাইকীৰ ফালে কিয মাত দিবি ক। আজি তোক মই মুঠতে শেষ কৰি দিম। কমলক সি ঠেলি নি ৱালত হেঁচি ধৰিলে।

কমলে বন্ধু ভাৰ পৰিহাৰ কৰি সঁচা খঙত উত্তেজিতহৈ জোৰকৈ নিজৰ ডিঙিৰ পৰা স্বপনৰ হাত এৰুৱায মাৰিলে ওলোটাই এক গতা

স্থিতিহীন স্বপন ৎফেৰি আহি তলমূৰকৈ পৰিলহি তাৰ বিছনাখনত। নাকে মুখে সি থেতেলা খাই আৰ্তনাদ কৰিলে– আই ঔ মৰিলোঁ ঔ বুলি ভযতে ত্ৰিভূৱন দেখি বিছনাখন সাৱতি ধৰি হাত ভৰি আচাৰি কঁপি উঠিল স্বপন।

ননচেঞ্চ এনেকৈযে মৰিবি তই বুলি নিজৰ গাৰ চোলা কাপোৰবোৰ জোকাৰি ঠিকঠাক কৰিলৈ খঙত একেচাটে ওলায আহিল কমল। যাবৰ সমযত গেটখন মাৰিবলৈ লৈ সি দেখা পালে গেটৰ সংযোজক ডাল ভাগি এৰাই গ'ল। কমলে বুজি পালে এতিযা এই ভঙা জপনাইদি জন্তু বা চোৰ সোমায ঘৰবাৰী তেনেই তহিলঙ কৰিব নিশ্চয।

ক্রীং ক্রীং কলিং বেলৰ শব্দ শুনি নিশাটো চট-ফটাই কটোৱা স্বপনে চকু মোহাৰি দেখা পালে আঁঠুৱা নোহোৱাকৈ পৰি থকা বাবে নিশা মহে হাত ভৰি মুখ তেনেই ডবলা ডবল কৰি পেলালে। আকৌ কলিং বেলটো বাজি উঠাত সি কোন আহিছেনো ভাবি লৰালৰিকৈ আহি দুৱাৰখন খুলি ওপৰৰ বাৰান্দাত ইদ্ৰীচ আৰু ব্ৰুকচৰ লগতে সৰু ছোৱালীজনী দেখা পায অবাক— আৰে ইমান পুৱাই কি লাগে তহঁতক·ইযাত।

ইদ্ৰীচে ছোৱালীজনী হাতত ধৰি আগবঢাই দিলে— তোফা ছাৰ।

তোফা তহঁতি পাগল হৈছ নেকি? এই সৰু ছোৱালীজনী মই কি কৰিম।

ক্ষীণ মিন চকু শেতা পৰা ছোৱালীজনীয়ে শিকাই অনা মতে অভ্যাস বশতঃ হাত জুৰি কাকুতি কৰিলেই বাবু চাহাব মোৰ মা বাবা নাই। মোক আপোনাৰ ঘৰত ৰাখি ৰক্ষা কৰক বৰচাহাব।

ঙা চকুৰ স্বপনে একো বুজিব নোৱাৰি ৰ লাগি চাই ৰ'ল দুৰ্বল ছোৱালী জনীলৈ।

চতুৰ ইদ্ৰীচে কথাৰ মাজতে স্বপনৰ দুৰ্ব্বলতাৰ বিষযটো মনত পেলায দিলে— ছাৰ আপোনৰ মুখত দুখ পোৱা নিচিনা ক'লা ডাগ যে?

হঠাৎ স্বপনৰ মনত পৰিল যোৱা নিশা কমলৰ সৈতে হোৱা বাক-বিতণ্ডা গতিযা গতিলৈ। নিজৰ দুৰ্বলতা ঢাকিবলৈ সি তৎক্ষণাত জনালে নাই মানে কালি নিশা লাইট নাথাকোঁতে বাথৰুমত পিছল খাই পৰিলোঁ।

মদাহীৰ বিষযে পক্কাজ্ঞান আছে সিহঁতৰ। সেযে ব্ৰুকছে মুখ টিপি হাঁহি লৈ ক'লে— ছাৰ সেই বাবেইতো আনি দিছো এইজনী বান্দীক লেট্ৰিন, বাথৰুম চাফা কৰাৰ পৰা কপোৰ ধোৱা, ভাত ৰন্ধা, বাচন ধোৱা মুঠতে আপুনি যি বিচাৰে তাকে কৰি দিব এই।

কোনে আনি দিবলৈ কৈছিল তহঁতক— সন্দেহেৰে প্ৰশ্ন কৰিলে স্বপনে ইদ্ৰীচে মূৰতো মোহাৰি জনালে নহয ছাৰ আপোনাৰ বাইদেউ মানে গুচি গ'ল বুলি আমাৰ ঠিকাদাৰ বাবু লোকেন বৰুাইটিযে জনালে। তাৰ পাছত ঠিকাদাৰ ছৈফুদ্দিনে আপোনাৰ দুখত সহায কৰিবলৈ আমাৰ হাতত মানে ছাৰ দি পঠিযালে আৰু।

মনতে ভালেই পালে স্বপনে কণাৰ লাখুঁটিৰ দৰে এই ঘৰ সৰাৰ পৰা ভাত ৰন্ধালৈকে কৰি খুৱাব পাৰিব ঠিক আছে হ'ব বাৰু। পিছে মাহিলী কিমান দিব লাগিব।

ইদ্রীচে স্তম্ভিতহৈ দেখুৱালে তৌবা তৌবা ছাৰ কি কথা কয় আপুনি আমাৰ অন্নদাতা হ'ল আপুনি, ঠিকা ঠুকুলি আপুনি নিদিলে, আপুনি বিল পাছ নকৰিলে আমাৰ ঠিকাদাৰ মহৰীবোৰ আৰু আমাৰ নিচিনা ওলোমা বাদুলিৰ পৰিযালৰ চিলিমেই চিগিব ছাৰ।

স্বপনে নিজৰ দুৰ্বলতাৰ কথা প্ৰকাশ কৰিবলৈ দ্বিধাবোধ কৰি তলমূৰকৈ ৰ'ল।

ৰুকচে মূৰটো মোহাৰি জনালে ছাৰ আগৰ বাৰৰ ব্ৰীজ আৰু টাৱাৰৰ কোটি টকীয়া কন্ট্ৰেক আমাৰ লোকেনদা আৰু ছৈফুদ্দিন কাযে নাপালে । অৱশ্যে সেইটো আপোনাৰ গাত দোষ নাই। আমি জানো কাৰণ আগৰ চীফ ইঞ্জিনীয়াৰ বিবেক বসুমতাৰী চাহাবে আপোনাৰ হতুৱাই সেইটো কাম কৰালে। এতিয়া সেইয়া বসুমতাৰী চাহাব ট্ৰেন্সফাৰ হ'ল যেতিয়া নতুন কন্ট্ৰেক ওলালে আমাৰ ফালে চাই দয়া কৰিব আৰু ছাৰ।

হ'ব বাৰু হ'ব নিশ্চয় মই চাম। তোমালোকে মোক ইমান ডাঙৰ উপকাৰ কৰি দিছা।

সুবিধা বুজি ইদ্রীচে ছোৱালীজনী ঠেলি ভিতৰ সুমুৱাই দিলে—বেটি যা ভালকৈ কাম কৰিবি। ছাৰৰ মনটো ভালে ৰাখিবি, যি খোজে তাকে দিবি। যা বকচিচ দিব ছাৰে।

ছোৱালীজনীয়ে প্ৰশিক্ষণ অনুযায়ী নিশ্চিত নিৰ্দ্দেশ মানি সদা পৰিচিত ঘৰৰ দৰে পোনেই ভিতৰলৈ সোমায় গ'ল।

ছাৰ আমি যাওঁ গৰিবক আজ্ঞা দিয়ক— দুয়োটাই মূৰ দোঁৱাই দুই হাত যুৰি প্ৰণাম জনালে অতি ভক্তি চোৰ লক্ষণেৰে।

ৰ'বা ৰ'বা কিবা এটা বকচিচ লৈ যোৱাঁ আকৌ। ইমান ডাঙৰ উপকাৰ কৰি দিছা তোমালোকে।

হাত যুৰিলে পুনৰ দুয়োটাই— ছাৰ আমাক আৰু লাজ নিদিব দেই । অন্নদাতাৰ বাবে জীৱন উৎসৰ্গা কৰাতো গোলামৰ কৰ্ত্তব্য– কৈয়ে কাৰ্য্য সিদ্ধি হোৱা দেখি চকুটিপ মাৰি দুয়োটা লৰালৰিকৈ অতি আনন্দ মনেৰে ওলায় আহিল।

স্বপনে দুৱাৰখন জপাবলৈ নৌপাওঁতেই ভাগৰত ক্লান্ত হৈ দুখ, দুঃশ্চিন্তাত আহি সোমালহি মাক প্ৰণতি। মাকৰ চকুৰে চকুৰে পৰিলত স্বপনে খং বিতৃষ্ণাত চালে মাকে ছোৱালীজনী ভিতৰত দেখি আচৰিত হ'ল, দুখৰ মাজতো আজানিতে অকণমান হাঁহি বিৰিঙাই পুতেকক ভুল বুজা বুলি অনুশোচনা কৰিলে– স্বপন তোৰ ওপৰত আমি মিছাতে খং খালো নহয়। গুৱাহাটীলৈ এই ছোৱালীজনীকে বন কৰাৰ বাবে আনিবলৈ গৈছিলি হ'ব পায তই, চিন্তাক্লিষ্ট মনটোৰে কি দেখিছে কি ভাবিছে যেন সকলো পাহৰি গ'ল অন্তত পুতেকৰ করুণ নীৰস প্ৰায় মুখখনলৈ একেথৰে চাই থাকি।

জকি উঠিল পুতেক— কি ভাও ধৰিবলৈ আহিছা তুমি? অলঙ্কৃতা কালজনী ক'ত? ৰাতিটো তুমি ক'ত মৰিবলৈ গৈছিলা?

হতবাক হৈ থমকি ৰ'ল মাক প্ৰণতি অশ্ৰাব্য কটু কথাত মৰ্ম্মাহিত হৈ, গম্ভীৰ দুখেৰে ক'লে মই ৰাতি ক'তো মৰিবলৈ যোৱা নাছিলোঁ। তহঁতহালৰ সংসাৰখন ভাগি বিছিন্ন নহওক সুখেৰে বান্ধ খাই থাকক বুলিযেই অলঙ্কৃতাক বিচাৰি গৈছিলোঁ। প্ৰথমে তাইক মোমাযেকৰ ঘৰত, তাৰ পাছত ইঘৰ-সিঘৰত বিচাৰোতে নিশা বাটি আহিলত কেতেকী আইৰ ঘৰতে নিশাটো থাকি পুৱাই বাট বুৰি বাই আহি এইযা ঘৰ সোমাইছোহি বুজিছ, সহনশীলা মাতৃযে যত দুখ হজম কৰি প্ৰকৃত বিষযলৈ আহিল— বাৰু অলঙ্কৃতা আহি ঘৰ সোমালেহি নেকি?

তিৰ্ঙিৰি তুলাহৈ উঠিল, জ্বলা জুইত যেন ঘিঁউহে পৰিল মোক আভুৱা ভাৰিবলৈ আহিছা। সমস্ত ষডযন্ত্ৰৰ তুমিযে পৰিচালনা কৰি অলঙ্কৃতাক মোৰ গলত আঁৰি দি আকৌ আঁতৰাই দি মোৰ জীৱন ধ্বংস কৰিছা।

বিছিন্নতাকামী ভুৱা অপবাদ জাপি দিয়া দেখি সঁচায মাকৰ খং উঠি আহিল। তই হুঁচত আছতো স্বপন, যাৰ উন্নতিৰ বাবে মই জীৱন ব্যয় কৰিলোঁ সেই পুত্ৰৰ জীৱনলৈ মই ধ্বংস কামনা কৰিম। মনত ৰাখিবি তই পুত্ৰ মানে মোৰ গাৰ অংশ মোৰে প্ৰতীক স্বৰূপ ভৱিষ্যৎ বংশধৰ গতিকে তোৰ বা মোৰ ধ্বংস কামনা কৰা মানে নিজৰ ভৰিত নিজে কুঠাৰ মাৰিলৈ জীৱনলৈ আসন্ন অন্ধকাৰ নিজেই মাতি অনা।

ধ্বংস কামনা কৰিলা বাবেইতো মই গুৱাহাটীলৈ গৈ নৌপাওঁতেই ইযাৰ পৰা য'ন কৰি মোৰ হ'ব লগা বিযাখনতো ভাঙিলাই মোৰ সিংহ পুৰুষৰ আত্মসন্মানকনো ধূলিসাৎ কৰি দিলা তুমিযেই।

শুন স্বপন ইচ্ছা কৰা হ'লে প্ৰিয়দৰ্শনিৰ চিঠিত গুৱাহাটীৰ ফ'ন নাম্বাৰ আছিল তাকে চাই আমি তাইক সাৱধান কৰি দি ফ'ন কৰিব পাৰিলোহেঁতেন। ঈশ্বৰৰ শপত আমি দুয়োজনীয়ে নিজে ফ'ন কৰা নাই। গুৱাহাটীৰ পৰা প্ৰিয়দৰ্শনি নামৰ ছোৱালীজনীযে তোক বিচাৰি দুবাৰ ফ'ন কৰিলত মাথোঁ তই নাই গুৱাহাটীলৈ গৈছে বুলিহে আমি জনাইছিলোঁ। তই অলঙ্কৃতাক খেদিলি। তোৰ দুৰাচাৰৰ আলমতে মোমাযেক মামীযেকেও তেওঁলোকৰ ঘৰত তাইৰ স্থান বঞ্চিত কৰিলে। আচলতে তাই নিঠৰুৱাহে আশ্ৰয় বিচাৰি ক'ত গ'ল মই নাজানোঁ হযতো অন্তঃসত্বা অলঙ্কৃতাই যদি অন্ধকাৰময ভৱিষ্যতক চিন্তি আত্মহত্যা কৰিলে উহ তেনে চিৰকলঙ্কিত আৰু নিঃচ্ছিন্ন হ'ব মোৰ বংশ।

হিতাহিত জ্ঞান বিসৰ্জ্জন দি গৰজী উঠিল স্বপন— অলঙ্কৃতাৰ দৰে তুমিও ওলায যোৱা ইযাৰ পৰা, তোমাক আৰু প্ৰযোজন নাই। ভাত পানী ৰান্ধিবলৈ বন্ধুৱে মোক এইজনী গোটাই দিছে। প্ৰিয়দৰ্শনিৰ নিচিনা এজনী সাধাৰণ ছোৱালীযে অৱমাননা কৰিলেও দেখুৱাই দিম মই তেনেকুৱা আৰু চাৰিজনী বিযা কৰাই মুঠতে তোমালোক দুযোজনীযে মোৰ মূৰতো খালা, বৈ আছা কেলেই ওলাই যোৱা এতিযাই।

ৰ'বি মই মাথোঁ এবাৰলৈ ভিতৰৰ পৰা আহোঁ মই মোৰ ভগা পঁজাতে থাকিম, তই গৈ যাতে তাত আৰু মোক আমনি নকৰিবি। লগে লগে ভিতৰলৈ সোমায আহি ভগৱান ভগৱতীৰ প্ৰতিমূৰ্তি বুকুত বান্ধিলৈ ওলায আহিবৰ সমযত কৈ আহিল তই ভাবিছ জন্ম দি খুটি খাব পৰালৈকেহে মাকজনীৰ প্ৰযোজন বুঢা হ'লে অলাগতিযাল হয। তেন্তে তাত মোৰ দুখ নাই কিন্তু মোৰ মতে নিজৰ মৃত্যুৰ সমযলৈকে সন্তানক আৰ্শীষ যাচি সৎ পথ দেখুৱাই সাৱধানে ৰক্ষা কৰিবলৈ ভগৱান ভগৱতীৰ চৰণত পৰি প্ৰাৰ্থনা কৰাতো প্ৰতি জননীৰ কৰ্ত্তব্য। সেযে কৈছোঁ স্বপন এতিযাও তোৰ সময আছে জীৱন শুদ্ধৰাবলৈ। অলঙ্কৃতাক বিচাৰি আন মনত ৰাখিবি অচিন কাঠৰ ঠোৰা লবাগ নাপায। গতিকে এই একেবাৰে অচিনাকি ছোৱালীজনী ঘৰত নাৰাখিবি। পিছল খালে অঘটন ঘটিব পাৰে।

উপদেশ, আদৰ্শক কটু বাক্য জ্ঞান কৰিলে স্বপনে— কৈছোঁ নহয আঁতৰ হোৱা চকুৰ আগৰ পৰা হোঁহ বুঢী হৈ উপদেশ দিবলৈ আহিছা।

বিপৰীত বুদ্ধিত বিনাশ কালৰ সমাগত জানি গৰুৰ আগত টোকাৰি বজোৱাতো অৰ্থহীন জানি এবুকু বেদনালৈ অপমানিত মাকে পিছৰ পৰ্যাযৰ কথা চিন্তা কৰি তললৈ নামি আহিল মুহূৰ্ততে।

নিশা গাড়ীখন অহা শুনি কাণ পাতি থকা বেটিজনীয়ে দৌৰি আহি গেটখন খুলি দি আকৌ দৌৰি গৈ গেৰেজৰ জপাই থোৱা দুৱাৰখন খুলি দিলেহি।

স্বপনে অৰ্দ্ধচেতন অৱস্থাত গাড়ীখন কোনোমতে গেৰেজত সুমুৱাই ঘৃণনীয় নিন্দনীয়ৰ দৰে ঢলং পলঙকৈ দুখোজ আগুৱাই এখোজ পাচুৱাই খোজ ল'লে ভিতৰলৈ বুলি।

বেটিয়ে আকৌ পাছলৈ দৌৰি গৈ বন্ধ কৰি গেটত তলাটো মাৰি পুনৰ দৌৰি আহি গেৰেজৰ দুৱাৰ জপাই তাতো হাতৰ ছাবিৰে.তলাটো মাৰি স্বপনৰ পাছে পাছে ওপৰলৈ খোজ ল'লে।

স্বপনে চোলাপেন্ট খুলি বিছনাৰ ওপৰলৈ দলিয়াই দিলে।

বেটিয়ে লুঙিখন আলনাৰ পৰা আনি পিন্ধাই দিলত সুৰ সুৰিযা বেয়া মনোভাৱ এটা তাৰ জাগিল বেটি মোৰ ভাত ক'ত ?

বাবু ভাত টেবুলত ঢাকি থৈছোঁ। তাই লৰালৰিকৈ ঢাকি থোৱা ভাতখিনি উদঙাই দিলে।

অথনি মহৰীয়ে দি যোৱা মাছখিনি কি কৰিলি বেটি।

বাবু আঞ্জা বনালো উদঙাই দিলে মাছৰ আঞ্জাৰ বাটিতো।

স্বপনে ঢলং পলঙকৈ আহি ভৰি হাত নোধোৱাকৈয়ে ভাত খাবলৈ বহিল।

স্বপন ভাতৰ পাতত বহা দেখি তাইলৈ বুলি নঢকাকৈ বাটি থোৱা আঞ্জা ভাতখিনি খাবলৈ বহিল। ভোকত তাই ঘপাঘপ মোকোৰা-মোকোৰে ভাত মুখত সুমুৱালে।

স্বপনে দুগটা মান ভাত মুখত দি মাছ এচকল চোৱাই খাওঁতেই হুক কৈ বমি যেন উগাৰ আহিল। সি বুজি পালে এই টেঙা উগাৰৰ কাৰণ আজি খাই অহা চুলাই মদ আছিল। সি অন্নক তুচ্ছজ্ঞান কৰি পানী গিলাচ এঘোট পি খাই বাকীখিনি ভাতৰ পাতত ঢালি দি মুখ হাত নোধোৱাকৈয়ে আহি বিছনাত পৰি দিলেহি।

বেটিয়ে ভালকৈয়ে জানে বহুত বাবু দিনত ভালে থাকে ৰাতি হ'লে বটল ধৰি এনেকুৱা কৰে। সুবিধা বুজি অভ্যাস অনুযায়ী তাই লৰালৰিকৈ উঠি আহি প্ৰথমেই

স্বপনৰ এৰেহা পাতৰ মাছৰ চকল কেইটা হ্যমোৰ কামোৰকৈ খাই শেষ কৰি উগাৰ দুটামান মাৰোতেই।

স্বপনে তলমূৰকৈ শুই থাকোঁতে বিশেষ কিবা এটা পিৰপিৰণীত আমনি পায সুধিলে বেটি মালিচ তেলটো আছে নেকি?

বেটিয়ে সুবিধাই পালে চঞ্চলভাৱে তাই জনালে চিন্তা নকৰিব আপুনি মই সব কৰি দিম নহয়। মনটো চঞ্চলহে উঠিলত তাই ভাতৰ থাল তাতে এৰি মুখ হাতখন দুৱাৰৰ পৰ্দাতে মচি আলমিৰাৰ ওপৰত থোৱা মালিচ তেলৰ বটলতো আনি প্ৰথমে স্বপনৰ পিন্ধা লুঙিখন আঁঠুলৈকে কোঁচাই তলুৱাৰ পৰা আঁঠুলৈকে খচাখচ মালিচ কৰি দিলে।

ভগু স্বপনে আৰামত চকুকেইটা মুদি দিলে— এইবাৰ বেটিযে দুষ্ট আবেগত লুঙিখন লাহে ধীৰে কোঁচাই নি কৰঙনৰ চুকলৈকে চপাই লৈ অতি আল ফুলকৈ তেল নলগোৱাকৈযে হাত ফুৰাই দিলে।

স্বপনৰ উশৃঙ্খল মন আকাশত কুমধুৰ কামনাৰ স্পৃহা জাগি উঠিল।

এইবাৰ তাই দুয়োখন হাতেৰে স্বপনৰ কৰঙনৰ দুযোটা চুক ধীৰে ধীৰে মোহাৰি দি পৰম তৃপ্তি লভিলে।

অতৃপ্তহীন বাসনাৰে স্বপনে অবুজ স্বৰে ওঁ- হ, আঁ হ কৰি অশুভ সঙ্কেত দি ভৰি হাতবোৰ পোনাই ল'লে।

গা মন অবুজ তাডণাত একেবাৰে কিবা কিবি লাগি আহিলত বস্তি বা গুদাম ঘৰৰ কাষত, পিৰালি চুকত, ভগা এৰেহা জুপুৰিত, নিৰ্জন ঠাইত চলি অহা উত্তেজনাপূৰ্ণ নিচ বেয়া অসৎ দৃশ্যবোৰ বেটিৰ চকুৰ আগত ভাঁহি উঠিলত সুবিধা পাই তাই শিহৰণময় শাৰীৰিক সুখ সম্ভোগৰ আবেগত চেনেহ পৰশাকৈ সুধিলে বাবু ৰাতি বহুত হ'লতো। মই ক'ত শুমনো ....?

উপভোগৰ তাডণাত এলকোহলৰ উত্তেজনাত কিশোৰী যৌৱনা আপোন পৰা পাপ পুণ্য অভিভাৱক ৰক্ষা কৰ্তাৰ গুৰু দাযিত্ব ত্যাগ কৰি ভৱিষ্যৎ বংশধৰক অন্ধকাৰলৈ ঠেলি দি হিতাহিত পাহৰি চৰিত্ৰহীন কামুক লালযিত স্বপনে যেন ক'ব নোৱাৰা কৈয়ে অস্পষ্টভাৱে উচ্চাৰণ কৰিলে— বেলেগে তই অকলশৰে ক'ত শুবিলো ইমান ডাঙৰ বিছনা আছে মোৰ কাষতে পৰি থাক।

তৃষ্ণাতুৰ শিহৰণময কু-কামনাৰে বেগাই আহি তাই লাইটটো নুমাই বিছনাত উঠি বেডকভাৰখনেৰে দুযোটা দেহা ঢাকি লৈ একগোট হৈ গ'ল মুহূৰ্ততে।

এফালে মাকে দৌভাগ নিশা, উৰুখা পজাত ভগা বিছনাত আঁঠুত মূৰ গুজি তিনি মূৰিযাহৈ বহি অলঙ্কৃতালৈ মনত পেলায চকু পানী টুকিলে।

আনফালে পুতেক স্বপনে দুমহলাত উঠি বিবাহিতা পত্নী অলঙ্কৃতাক পাহৰি অকুমাৰি অপুষ্পিতা নিজৰ বযসৰ প্ৰভেদ জলাঞ্জলি দি স্বজ্ঞান বাদ নিজে ডিগ্ৰীৰ বাবে আওৰাই অহা জ্ঞান কণকো বিসৰ্জন দি যৌৱন প্ৰস্ফুটিত নোহোৱা ন বছৰীযা বালিকাতিক নৰকৰ কীটৰ দৰে উপভোগ কৰি জন্মান্ধৰ দৰে পবিত্ৰ আত্মাক কলুষিত কৰি কদৰ্য্য মৃত্যুৰ ক্ষণ যেন চমু চপালে।

অ'টিৰ পৰা ডাক্তৰ শেখৰ প্ৰসাদ ওলায় আহি বিষণ্ণ মনেৰে বৈ থকা স্বপনক খবৰ দিলেহি দোস্ত ছোৱালী জনী কিন্তু বচাব নোৱাৰিলোঁ।

স্তম্ভিত হৈ উঠিল স্বপন বিস্ময়েৰে সি প্ৰশ্ন কৰিলে– কিয় বচাব নোৱাৰিলি দোস্ত, সাধাৰণ ডিসেন্ট্ৰিৰ কেছত মানুহ মৰে জানো? কঁপি উঠিল তাৰ বুকু।

হুমুনীয়া এটা কাঢ়ি জনালে শেখৰে চা স্বপন.তোক মই কথাতো বুজাই কওঁ। মানুহৰ তেজত সাধাৰণতে টিলিম্ফোচাইট থাকে মানে শ্বেত কণিকাৰ সংখ্যা থাকে চাৰে নশ তাইৰ দুশৰ তললৈ অহা দেখি মই প্ৰথমে এলিজ টেষ্টত সন্দেহ হোৱাত বেষ্টৰ্ন ব্লট টেষ্ট কৰি ছোৱালীজনীৰ ব্লাডত এইছ আই ভি প্ৰজেটিভ পালোঁ। সেই বাবে তাইৰ শৰীৰত সাধাৰণ ৰোগৰ প্ৰতিৰোধৰ ক্ষমতা শেষহৈ যোৱাত মানে এইড্ছ ৰোগত আক্ৰান্তহৈ তাইৰ অকাল মৃত্যু ঘটিল।

সমস্ত শৰীৰত অজান আশংকাৰ শিহৰণ ব্যাপ্ত হৈ স্বপনৰ গাৰ নোমবোৰ ডাল ডালকৈ শিয়ঁৰি উঠিল, ভৰি হাতবোৰ তাৰ শিৰামুৰিযে ধৰিলে। কাণ মূৰ ৰঙা পৰি ওঁঠ মুখ শুকাই আহিল অস্থিৰভাৱে কম্পিত স্বৰে সি প্ৰশ্ন কৰিলে – শেখৰ তাৰ মানে ছোৱালীজনীৰ হ'ল কি মৰিল কেনেকৈ?

হ'ব কি স্বপন ছোৱালীজনীক এইড্ছে গ্ৰাস কৰিলে। তই তাইৰ পৰিচয় দিয়া মতে পুতি গন্ধময বস্তিৰ ছোৱালী। আচলতে ইহঁতৰ মাজত যৌন ব্যৱসায চলে গতিকে তোৰ ঘৰলৈ অহাৰ পূৰ্বেই পুষ্পিতা হোৱাৰ আগেযে কোনোৱা চৰিত্ৰহীন নিচ লোকৰ দ্বাৰা যৌন চিৰ্কাৰ হৈ গৈছে নিশ্চয।

তই মোক বচা শেখৰ, হাত ভৰি যথৰ হৈ গ'ল স্বপনৰ।

স্বপনৰ দুৰৱস্থা দেখি সচকিত হৈ উঠিল শেখৰ– তোৰ আকৌ হ'ল কি স্বপন।

প্ৰশ্ন শুনি অলপ সংজ্ঞা যেন ঘূৰি আহিল। নিজক ঢাকিবলৈ চেষ্টা কৰিলে সি তাৰ মানে গাৰ্জেন্ট হিচাবেতো মোকেই ধৰিব।

অ' সেইটো কথা মই আকৌ হঠাৎ কিবা বেযা কথাকে ভাবি পেলাইছিলোঁ। ঠিক আছে বন্ধু হিচাপে তোক এটা সমস্যাৰ পৰা বচাব পাৰোঁ।

বৰ ব্যগ্ৰ হৈ সুধিলে স্বপনে বচা দোস্ত শেখৰ মোৰ নাচিংহোমত কোনোবাই ফলছ গাৰ্ৰ্জেন্টৰ নামত ছোৱালী এজনী থৈ গৈছিল বুলি লিখি দিব বা ক'ব পাৰিম।

হ'ব শেখৰ টকা তোক যিমান লাগে মই সিমান দিম মুঠতে তই মোক ৰক্ষা কৰ।

শেখৰে পুনৰ চিন্তা কৰি ক'লে– বচাম তোক ঠিক কিন্তু ছোৱালীজনীৰ লাচটো পিছে কি কৰিম চৰকাৰী মেডিকেল হস্পিটেল নহযতো যে মুৰ্দ্দাখানাত পেলাই দিম।

অল্পজ্ঞানী স্বপনে তপৰাই মাত দিলে তেনেহ'লে মই গাডীতে নি লাচটো নদীত উটুৱাই দিম।

ধমক দিলে শেখৰে ধেইৎ বুৰ্বক, লোহা, লঙ্কৰ বুলি ভাবিছ নেকি? মোৰ ইযাত ৰেকৰ্ড ক'ত যাব। মোৰ কলিগে জানিলে কিং হ'ব বা তই নৈত পেলাবলৈ বা পুতিবলৈ যাওঁতে যদি ধৰা পৰ তেনেহ'লে তেনেই নাঙঠ হবি আৰু যদি কালিলৈ গাৰ্জেন্টে ছোৱালীজনী বিচাৰি আহে তেনে তই কি জবাব দিবি ক?

দুই নাৱ দুই ভৰি হ'লত মহা বিপাঙত পৰিল স্বপন তেনেহ'লে বুদ্ধি দে শেখৰ-– উদ্বিগ্ন হৈ উঠিল সি।

তোক যি দুটা মানুহে ছোৱালীজনী আনি দিছিল সিহঁত হালৰ নাম দুটা মোক দে। প্ৰযোজনহ'লে ঠগি কেছত সিহঁতৰ দুযোটাকে পুলিচত ভৰাই দিব লাগিব।

দুঃশ্চিন্তাত বিহুল হ'ল স্বপন-- পিছে সিহঁত দুটাই মোক জ্বানো শুদাই এৰিব।

হেৰৌ স্বপন টকা দেখিলে সকলোৱে মূৰ দৌঁৱাব— শেখৰ আহ তেনে তোৰ পাৰ্চনেল ৰুমলৈকে। তাতে বহি টকা পইচাৰ হিচাপতো কৰি পেলাওঁ আৰু সিহঁত হালৰ নাম ঠিকনাও দিওঁ।

চা দোস্ত স্বপন তোক আগতেই কৈছোঁ দেই , তই হলি মোটা টকা থকা ইঞ্জিনীযাৰ। মোৰ নতুন নাৰ্চিংহোম কমপ্লিট হোৱাই নাই । গতিকে মোটা ডনেশ্যন এটা দিবি আৰু

আৰে শেখৰ নাৰ্চিংহোম হৈ গ'লে এটা অপাৰশ্যনত আমাৰ একলম্বৰ জোৰৰ অৰ্থ আহি যাব। ঠিক আছে তুই এতিযা মুঠতে মোক বচা। যি লাগে তোক দি যাম বাৰু।

দুযোটা আহি শেখৰৰ পাৰ্চনেল ৰুমত সোমায দুৱাৰ বন্ধ কৰি লৈ মুখা মুখিকৈ

বহি ল'লে। ভিতৰত বুজাবুজিহে বিনো কথা পাতিলে বাহিৰৰ জগতৰ কোনেও গমকে নাপালে।

চাৰি আলিৰ আঁহত জোপাৰ তলৰ বদন হোটেলত বহি আত্মাহাৰাহে মদখাই থকা ব্ৰুকছ আৰু ইদ্ৰীচৰ মূৰত পাছফালৰ পৰা সৰু লাঠি টুকুৰাৰে লাহেকৈ টুকুৰিযাই দিলে পুলিচ ছাব ইন্সপেক্টৰে।

দুয়োটাই পাছলৈ ঘূৰি চাই পৰিচিত পুলিচ বিষযাক দেখি অস্বস্তিৰে একেস্বৰে প্ৰশ্ন কৰিলে– আৰে কালিতো দিযা থোৱা হৈ গৈছে। মোকাবিলা হৈ গ'ল। আজি আকৌ কি লাগে।

নতুন কেছ।

নতুন কেছ মানে আৰে ইন্সপেক্টৰ পিঠিত নাম্বাৰ আছে বুলিযেই যি কোনো কেছতে আমাক ফচাব নেকি? দুযোটা আচৰিত হ'ল।

বেটি নামৰ ছোৱালী এজনী তহঁতি কৰ পৰা উঠাই আনিছিল ক? স্বভাৱবশতঃ লাঠি টুকুৰাতে শক্তি নিহিত আছে বুলি প্ৰতীযমান হৈ জোকাৰি প্ৰশ্ন কৰিলে ছাব ইন্সপেক্টৰ প্ৰদীপ বডাই।

ইদ্ৰীচে দিলে হা হা কৈ হাঁহি বেটিতো তাৰ মানে মৰি গ'ল ন,

আচৰিত হ'ল ইন্সপেক্টৰ তহঁতি কেনেকৈ জানিলি?

ব্ৰুকচে মোচকোচা মোহাৰি সুধিলে এইড্ছৰোগত মৰিলে ন ইন্সেপেক্টৰ?

আৰে তহঁতি ইমানখিনিলৈ জানিলি কেনেকৈ?

ইদ্ৰীচে গৌৰৱেৰে জনালে ৰেলৰে বস্তিৰ সেইযে দেহোপজিৱীনি ৰৈৱতীৰ জীযেক আছিল সেই বেটি। সঁচা কথা কি জানে ইন্সপেক্টৰ আপুনি কিন্তু বদলা নল'ব দেই চাওক ইন্সেপেক্টৰ আমি বদলা ল'বৰ বাবে হাতে নামাৰি বেমাৰেৰে মাৰিবৰ বাবে সেই বেটিক নিবুকা চাহাবৰ ঘৰত দিছিলোঁ তাৰ এতিযা আৰু ট্ৰেন্সাফাৰৰ প্ৰযোজন নাই একেবাৰে সি পুৰিলৈ ট্ৰেন্সফাৰ হ'ব, হা হা কৈ পুনৰ হাঁহিলে সি।

চাহাবৰ নামটো কচোন মোক মুদ্ৰাদোষৰ দৰে জেপৰ পৰা ডট পেইনটো উলিযাই টিপিলৈ প্ৰাথমিক নিযম অনুযাযী বাহিৰা মানে ফলছ ডাযেৰীখন মেলি ল'লেই ছাব ইন্সপেক্টৰে।

আৰে ভাই ইন্সপেক্টৰ গুটি খায গছৰ নাম নোকোৱাতো আমাৰ নিয়ম বুলিতো আপুনিতো ভালকৈয়ে জানে। গতিকে অভিজ্ঞতা আছে যেতিয়া মিছা জুলুম নকৰিব যাওঁক এতিয়া, কালিলৈ ঠিক কানিমুনি বেলিকা বাবা মছজিদৰ কাষত নবাব শ্বৰীফৰ পাণ ঘুমটিতে আমাৰ দুটাক লগ কৰিব।

কিন্তু মোৰ ফালে বৈ গ'ল— ইন্সপেক্টৰ ব্ৰুকচে বুজ্জায় দিলে। আৰে ডাক্তৰৰ ৰিপৰ্ট পুলিচৰ ডায়েৰী আমাৰ শাঁয়েৰি বাবু চাহাবৰ ধন একহৈ গ'লে বচ খেলা খতম্।

ইদ্ৰীচে জোৰকৈ জনালে যাওক যাওক ইন্সপেক্টৰ আমিতো ডাইৰেক্ট দোষী নহওঁ প্ৰমাণো নাই আপোনাৰ। মিছাতে বৈ নাথাকিব আমি প্ৰথমে তাত যাম তাৰ পাছতহে গন্তি কৰি আপোনাক লগ কৰিম অ'চি চাহাবক ক'ব আমদানি ৰপ্তানিৰ ওপৰতহে দুযোকু লৰ বন্ধুত্ব এইবোৰ ডাইৰেক্টৰ মাৰ্ডাৰ কেছ নহয়তো গতিকে কিহৰ চিন্তা,

ঠোঁট মুখ চেলেকি ছাব ইন্সেপেক্টৰ ওলায আহিল। আহোঁতে তেওঁ ঠিকেই ভাবিলে ওপৰৱালাৰ পাৰ্মিশ্যন নহ'লে শাস্তি বা ডিচিশ্যন তেওঁ নিজে লওঁ বুলিলেও ল'ব নোৱাৰে। তাকো ওপৰৱালাযো কেতিযাবা প্ৰাণৰ ভযত বা অন্য খাতিৰত এনেকুৱাবোৰক সমীহ কৰি চলা দেখি আহিছে তেওঁ নিজ চকুৰে।

চকীদাৰটো অফিচ কমলৈ আহি জনালে ছাৰ দুটা মানুহ আহিছে আপোনাক লগ কৰিবলৈ।

ফাইলৰ পৰা মূৰ নোতোলাকৈয়ে স্বপনে জনালে পঠিয়াই দিয়া ভিতৰলৈ।

চকীদাৰ ওলায় আহি ক'লত মানুহ দুটা সোমায় আহিল ছাৰ ভালে আছে সুধিয়ে মানুহ দুটা চকী দুখনত বহি ল'লে।

স্বপনে প্ৰথমে নমস্কাৰ নাপায় মূৰ তুলি চাই দেখি স্তম্ভিত কাণ মূৰ ৰঙা পৰি গ'ল তাৰ— ইযাত কি লাগে তহঁতক?

ইদ্ৰীচে প্ৰথমেই প্ৰশ্ন কৰিলে – বেটি মৰিল।

যিহলৈকে ভয় কৰি আছিল সেইযে হ'লত তাৰ বুকু কঁপি উঠিল। তহঁতি কিয় বেমাৰী ছোৱালীজনী মোৰ ঘৰত দিছিলি কাম কৰিবলৈ?

ব্ৰুকচে গহীনভাৱে ক'লে এতিযাতো আপুনি বাচিব লাগিব?

তাৰ মানে? স্বপনে ব্যযৰ ভযত মূৰ তুলি প্ৰশ্নবোধক চাৱনিৰে এবাৰ ইদ্ৰীচলৈ আনবাৰ ব্ৰুকচলৈ চাই ৰ'ল।

ইদ্ৰীচে জনালে বস্তিৰ পাৰ্টিৰ মুখ আৰু পুলিচৰ মুখতো এনেযে বন্ধ নহয। আপুনিতো ভালকৈয়ে জানে।

স্বপনে উত্তেজনাৰে ক'লে পিছে মই কি কৰিব লাগে?

ব্ৰুকছে সাৱধান কৰি দিলে বৰকৈ নিচিএৰিব বিপদ কিন্তু আপোনাৰহে হ'ব— চাওক বেছি নহয, ভেটি দিবলৈ মাত্ৰ দুই লাখ টকা লাগে। কিন্তু দুই লাখত ভেটি ভাগি গ'লে আমাৰ ওপৰত কিন্তু ৰিস্ক নাথাকিব । কাৰণ ডাণ্ডৰবাবত থকা বা বিবযাবোৰে টকা খালেও নিজক বচাবলৈ ৰাস্তা ক্লিয়েৰ ৰাখে।

মই ইমান টকা ক'ৰ পৰা দিম। ঘোৰ শঙ্কাত গাৰ নোম ডাল ডালকৈ শিঁয়ৰি উঠা স্বপনে তলমূৰ কৰিলে।

ইদ্ৰীচে দুৰ্বলতাৰ উমান পায ঠাট্টাৰ সুৰত ক'লে— ঘটিছে যেনেকৈ মাল যেনেকৈ পকেটত সোমাইছে তেনেকৈ দিযক।

এইবাৰ স্বপনে গুণ্ডাৰ ভয়ত সৈমান হৈ জনালে চা তহঁতি আজি কালি মোক ফিল্ডৰ কামৰ পৰা বহুবাই অফিচত দিলে গতিকে বাহিৰা .. ।

ব্ৰুকচে বাধা দিলে— সেই সব আমি নাজানো । যদি ইজ্জত বচাব লাগে, চাকৰি বচাব লাগে, থানাত যাব নালাগে ।

আত্মসন্মানৰ লগতে চাকৰিৰ কথা জড়িত হোৱাত উপাযহীন হৈ স্বপনে মাত দিলে— মাফ কৰিবি ঠিক আছে মই একলাখ টকাৰ চেক এখন দিওঁ।

এইবাৰ ইদ্ৰীচে দম দিলে এক লাখ নহ'ব পূৰা দুই লাখ লাগিব নহ'লে মাদাৰ কেছত তাতোকে মজা ৰেপ কেচত ফচাই দিম লাগিলে তোৰ বিপৰীতে সাক্ষী দিবলৈ গোটেই বস্তিৰ মানুহ আনি কৰ্টত ভিৰাই দিম আমি।

ব্ৰুকচে ডিমাণ্ড কৰিলে আৰু শুন আমাক চেক নালাগে নগদ টকা লাগিব । চেক ভঙাবলৈ যাওঁতে বেঙ্কত আমাৰ পাছত চোঁচোৰা পুলিচে নোলালেগৈহে ৰক্ষা। কাৰণ তহঁতৰ বিশ্বাস নাইতো।

কিন্তু ইমানখিনি নগদ ধন মই ক'ৰ পৰা দিম উচপ খাই উঠিল স্বপন ।

আৰে বাপ খেলুৱাৰী হৈ ইমানখিনি নাজান। আমাৰ লোকেন ঠিকাদাৰলৈ এখন স্পিচিয়েল চিঠি নিজৰ পেডত ষ্টাম্প মাৰি লিখি দে বচ।

ব্যৱহাৰত আত্মসন্মান নিঃশেষ কাণ মূৰ গৰম উঠি গ'লেও উপায়হীন স্বপন কাৰণ ইতিমধ্যে দেহা মন ধন সকলো ফালে বান্ধ খাই গ'ল সি। মই সেই ধাৰ কেনেকৈ মাৰিম স্তম্ভিত হৈ উঠিল স্বপন।

ইদ্ৰীচে বুজায দিলে— আৰে বাপ পইচা ক'ৰবাত তহঁতৰ নিচিনা মানুহে ৰিৰ্টান· কৰিব লাগে জানো। এইযে ছয় কোটি টকাৰ ব্ৰীজৰ টেণ্ডাৰ চলিছে কচ কিবা এটা কৰি ।

ব্ৰুকচে হাঁহি বিৰিঙাই ক'লে— চিন্তা কিহৰ কমিশ্যন তহঁতৰো ৰ'ব আমাৰো ৰ'ব একেকোবে ধাৰো মৰিব।

উপায়হীন হৈ সময় বিচাৰি পাছত মীমাংসা কৰাৰ মানসেৰে স্বপনে জনালে ঠিক আছে তোমালোক এতিযা যোৱাঁ মই বাৰু লোকেন ঠিকাদাৰলৈ ফ'ন এটা কৰি কথা হ'ম।

এইবাৰ ইদ্ৰীচে সম্পূৰ্ণ গুণ্ডাৰ ভাও ল'লে। আমাৰ কথাৰ মূল্য নাই বুলি ভাবিছ নেকি? ইচ্ছা হ'লে ওপৰ মহললৈকে কঁপাই দিয়াৰ ক্ষমতা আছে আমাৰ।

এইবাৰ ব্ৰুকচে নিজৰ ক্ষমতাৰ পৰিচয় দিলে ক'ত সুৰঙা আছে, কাৰ কোন খিনিত দুৰ্ব্বলতা আছে। ক'ত কেনেকৈ কাম হোৱা নোহোৱাকৈ বিল পাছ হৈছে, কোন হোটেলত কোনে কাৰ লগত নিশা কটাইছে সকলোবোৰ জনা আছে আমাৰ। আণ্ডাৰগ্ৰাউণ্ড পাৰ্টি কিন্তু একগোটহৈ আছে। গতিকে অন্দৰমহলত হাত দি গাদী কঁপাব নালাগে যদি ।

স্বপনৰ ঘোৰ অপমান আৰু সীমাহীন দুৰ্ভাৱনাত বৰ্ত্তমানক অৱহেলা উপহাস বিশৃঙ্খলাময় কৰিলে ভৱিষ্যৎ তাৰ প্ৰতিফল কি হয় মনলৈ আহিল। কাৰ লগত কিমান সীমাৰ ভিতৰত থাকিব লাগে। আলাসতে ওপৰতে অহা ধন বা ক'লা টকা ক্ষন্তেকতে কেনেকৈ উৰি যায়, ক্ষমতাৰ দুৰ্ব্যৱহাৰ কৰিলে উন্নতিত কেনেকৈ বাধা আহি পৰে। লোভত পৰি বেযাত হাত দিলে শাৰিৰীক মানসিক ৰোগ আৰু অন্তৰ্দ্বন্দত ভুগিব লগা হয়। নিৰ্বিচাৰে ইন্দ্ৰিয় সেৱাত লিপ্তহৈ যৌন কেলেঙ্কাৰীৰে নিজ শৰীৰৰ ওপৰত উৎপীড়ণ কৰিলে গুপ্ত অচিনৰোগে দেখা দি কুৎচিত অকাল মৃত্যুক চমু চপায় আনে। তুচ্ছ মনৰ লোকৰ লগত হাত মিলালে উচ্চ সন্মান যে নিঃশেষ হৈ যায়। মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰি হতাশাত চৌদিশ ঘোৰ অন্ধকাৰ ময় দেখি মহাকালৰ কুটিল ঝন ঝনিনি শুনিবলৈ পালে চৌদিশে । ইদ্ৰীচ আৰু ব্ৰুকচক কালৰ প্ৰতিমূৰ্ত্তি যেন দেখি প্ৰবল উত্তেজনাত তাৰ ইচ্ছা হ'ল চকীদাৰৰ হতুৱাই ইহঁত হালক যেন বন্দুক দেখুৱাই বাহিৰ উলিয়াই দিওঁ কিন্তু আকৌ ভাবিলে ইয়াৰ পৰিণাম জীৱিকাৰ উপাৰ্জ্জনৰ পথ চাকৰিলৈতো ভযেই জীৱনলৈও সংশয়। মহা বিপদত পৰি দুই নাব দুই ভৰি লৈ দোমোজাত পৰি নিজৰ পেডটো ড্ৰয়াৰৰ পৰা উলিয়াই কঁপা কঁপা হাতেৰে আউল লগা মনেৰে ইদ্ৰীচ আৰু ব্ৰুকচৰ নিৰ্দ্দেশ অনুযায়ী লিখি দিলে স্বপনে লিখোঁতে শব্দই প্ৰতি মনত পৰিল বেঁকা ক'লা টকাৰে মিছা গৌৰব, বিনা পইচাত পোৱা চাকৰণী আৰু তাৰ নিকৃষ্ট উপভোগৰ প্ৰতিফলৰ কথা।

চকীদাৰটো আকৌ সোমায আহি জনালেহি ছাৰ দুজন কণ্ট্ৰেক্টৰ বাবু আহিছে আঁপোনাক লগ পাবলৈ।

এইবাৰ আদেশ দিব পৰা, হ'ল বহিঃ শত্ৰুৱে। ব্ৰুকছে ভেকাহি মাৰি আদেশ দিলে— যা কৈ দেগৈ ভিতৰত স্বপন চৌধুৰীৰ বস বহি আছে। পাছত আহিবলৈ কৈছে বুলি।

ঘোৰ অপমানত পুনৰবাৰ স্বপনৰ কাণ মুৰ ৰঙা পৰি উঠি তলমূৰ কৰিলে সি।

চকীদাৰটোৱে স্বপন চৌধুৰী চাহাবৰ দুৰবস্থা অনুধাৱন কৰি লগতে সন্মুখৰ টেবুলত ভ ৰিৰ ওপৰত ভৰি তুলি চিগাৰেট হুপি থকা তীক্ষ্ণ নয়নৰ গুণ্ডা দুটা দেখি বিস্ময়েৰে শঙ্কাত তৎক্ষণাত শ্বাস ৰুদ্ধ কোঠাটোৰ পৰা সি ওলায় আহিল। বৃহৎ টকা পইচাৰ লেন-দেন থকা বহুতো কাৰ্যালয়ত যে পিস্তল উলিওৱা বা এনেবোৰ চৰম সীমাৰ বাক বিতণ্ডা বা ভয়ঙ্কৰ কাৰ্য-কলাপ মাজে সময়ে চলি থাকে বুলি সি অৱশ্যে জানে।

আসাম টাইপৰ পুৰণি ঘৰটো বেচ আহল বহল বাৰীখনো যথেষ্ট ডাঙৰ বাৰীখনত কিন্তু একো এটা ফলমূল অন্যকি এজোপা ফুল গছও নাই। গোটেই বাৰীখন ঢেকীয়া বিহঁলঙনি ঘাঁহ বনে হাবি কৰি ৰাখিছে! ততোধিক ঘৰলৈ অহা যোৱা পথটোও বনেৰে আবৰা জোক জেলুকৰ ভয়ত খপিযাই জপিয়াই যাব লগা অৱস্থা। পৰিৱেশটোলৈ চাই ডাক্তৰৰ ঘৰ যেন নালাগেই।

চিন্তা ক্লিষ্টভাৱে গাড়ীৰ পৰা নামি কাঠৰ পুৰণি গেটখন লাহেকৈ খুলি সোমায আহিল স্বপন। কলিং বেলৰ চুইচ নেদেখি দুৱাৰখনত টোকৰ চাৰিটামান আঙুলিৰে মাৰিলে সি।

ৰাম প্ৰসাদ ওলায আহি স্বপনক দেখি আথে-বেথে মাতি আনিলে চ'ৰা ঘৰলৈকে – আহাঁ স্বপন বহাহি কিবা এটা বাট ভুল হোৱা নাইটো।

নাই নাই আঙ্কুল।

নাই নাই মানে স্কুলীযা কালত দুয়োটা নলেগলে লগা বন্ধু আছিলা। সদায় অহা যোৱা কৰিছিলা। ইটোৱে সিটোক নেদেখিলে থাকিবই নোৱাৰা কিন্তু কলেজ পাইযে পঢা লাইন বেলেগ হোৱাত দুযো দুযোকো পাহৰি গ'লা একেবাৰে।

পুৰণি বেতৰ চকীখনতে কঁকাল মেচা কৰি বহি পৰিল স্বপন কিয সিদিনা মই শেখৰৰ নাচিংহোমলৈ গৈছিলোঁ নহয।

এহ নকঁৰা সিও আজিকালি বৰ বিজি হৈ থাকে নহয। চাকৰিত ইমান লাভ নাথাকে বাবে নাচিংহোমখন খুলিলৈ তাৰ সময়েই নাইকীযা হৈছে। সেইবাবে কিবা জৰুৰী কথা থাকিলেও ঘৰত ক'বলৈকে পাহৰে সি, তাতে ঘৰ বনাই থকাৰ সমযত পইচাৰ চিন্তাই খাই বুলিতো তুমি জানায। তাৰোপৰি ডিমাণ্ড থকা ডাক্তৰ প্ৰফেচাৰ চাৰ্জনক টকাৰ বিনিময়ত বান্ধ খুৱায ৰখাতোও কমটি মুখৰ কথা নহয কিন্তু।

আন্টিনাই নেকি?

নাই বুজিছা ।

কেনি গ'লনো আন্টি ?

ইউ পি মানে দেশলৈ গৈছে।

কেলেই গৈছে আঙ্কুল?

কাবেৰীৰ বিষ্টা আহিছে আৰু শেখৰৰ বিয়াখনো পাতিব লাগে গতিকে মাকে ছোৱালীলৈ দৰা আৰু ল'ৰালৈ কন্যা চাই বন্দ বস্ত্ত কৰি আহিব আৰু।

নিজৰ জীৱনৰ প্ৰতি বিতৃষ্ণা লাগিল স্বপনৰ শেখৰ নাই নেকি —

শেখৰ আছে। টিউবৱেলৰ পাৰতে গা ধুই আছে আহিব ৰ'বা বাৰু। তোমাৰ ঘৰৰ খবৰ বাতৰি কোৱাঁচোন। তুমি বিয়া পাতিলা বুলি গম পালোঁ।

স্বপনে সততা পাহৰিযেই গ'ল। টিঙচকৈ খঙটো উঠি আহিলেই তাৰ নকথ আৰু বুজিছে বৰ অসতী নাৰী আহিলে গুচিও গ'ল।

কি কোৱাঁহে স্বপন সেইবাবে দাঁহেজ বা যৌতুক ধন আৰু ৰূপৰ মোহত পৰি ছোৱালী আনিব নালাগে বুজিছা। কিছুমান ছোৱালী আছে অহেতুক বস্তু বিচাৰি আৰাম বিচাৰি, নহ'লে নাপালে বিবাহ বিচ্ছেদেই কৰে।সেই বাবে বুজিছা মাক দেউতাকে চাই দিয়া ছোৱালী ভাল বংশ মাৰ্যদা থকা ঘৰৰ ছোৱালী খোৰা হ'লেও বিয়া কৰাব লাগে বুজিছা তেহে সুখী হয়। আচল কথা কি বুজিছা আজিকালি মানে সংযম ত্যাগ নৈতিকতা বুজা পৰাৰ অভাৱ উচ্চ অভিলাষ আত্মকেন্দ্ৰিকতাৰ পৰাই এইবোৰ ঘটনা ঘটিবলৈ পাইছে। বিবাহ বিচ্ছেদ ঘটিছে। তুমি তাইক কিন্তু এৰি নিদিবা বুজাই বঢ়াই আনি লোৱাঁ নহ'লে ইটোক দেখি সিটো পৰিয়াল নষ্ট হয় সামাজিক উশৃঙ্খলতাই দেখা দিয়ে। মানুহে দেখোন বনৰ বাঘ, হাতীকো বশ কৰিছে তুমি আৰু হৃদয়ৰ ৰাণী মৰমৰ পত্নীক সজ ভাৱেৰে মৰম সাদৰেৰে আঁকোৱালি ল'ব নোৱাৰিবানে।

শেখৰৰ পিতৃ ˘ ˊ স্ত ৰাম প্ৰসাদৰ উপদেশলৈ কাণ সাৰ কৰাৰ সময় যেন উকলিল স্বপনৰ। নিও ভৱিষ্যতকলৈ মহা সঙ্কটত পৰা স্বপনে নিজৰ ধ্যানত থাকি ঘড়ীটোলৈ চাই আকৌ সুধিলে আঙ্কুল শেখৰৰ দেৰি হ'ব নেকি বাৰু?

নহয় সি মানে পুৱাই গা ধুই গোঁসাই ঘৰত জপ আৰাধনা নকৰাকৈ গুদা চাহ একাপো নাখায় । সেই বাবে আজিও ধৰাচোন সি মাক দেউতাকক গুৰুৰ দৰে শ্ৰদ্ধা কৰি উন্নতি কৰা দেখি ল'ৰা ছোৱালীক জন্ম দিয়া সুখ শান্তিখিনি সঁচাই আমি সিহঁতৰ পৰা পাইছোঁ। বুঢ়া বয়সত তাতোকৈ সৌভাগ্য আৰু নো কি লাগিছে বাৰু নহয়নে স্বপন — অন্যমনস্ক হৈ থোৱা স্বপনলৈ চাই আকৌ সুধিলে তেওঁ - হেৰি নহয় তোমাৰ মাৰ খবৰ কেনেকুৱা কোৱাই নাই যে তুমি।

অভিজ্ঞজনৰ উপদেশত লাজ পাঁয নিজক ঢাকিবলৈ, পাহৰি একেষাৰে ক'লে — ভাল আঙ্কুল মাৰ সম্পূৰ্ণ ভাল।

আচৰিত হ'ল ৰাম প্ৰসাদ— এহ কি কোৱাঁহে স্বপন বোৱাৰীজনী ঘৰ এৰি গুচি যোৱাৰ পছত পুত্ৰৰ ভৱিষ্যৎ জীৱনলৈ চাই কেতিয়াও এগৰাকী মাকে সুখে শান্তিৰে বাস কৰিব নোৱাৰে দেই।

ৰাম প্ৰসাদৰ কথাত বিপৰ্যযমুখী স্বপন অতিষ্ঠ হ'ল। জীৱনত ফাকি আৰু কিমান দিব অস্থিৰ মগজুৱে মদিৰাৰ জালে তাৰ মস্তিস্কৰ চিন্তা শক্তি তেনেই হ্ৰাস কৰি পেলাইছে ইতিমধ্যে। এইবাৰ সি উঠিবলৈ ল'লে আঙ্কুল মই যাওঁ কাম আছে মোৰ, পাছত আহিম বাৰু।

কথা হ'ল নেকি বহা পুৰাই অতিথি সুদা মুখে গ'লে গৃহস্থৰ অমঙ্গল, অতিথি হ'ল সাক্ষাৎ দামোদৰ। আলহী অতিথি ঘৰলৈ আহিলে গৃহস্থই নিজে নাখাযো ঘৰত যি আছে প্ৰথমে তাকে যাচিব লাগে। বাৰু স্বপন অকণমান বহাঁচোন দেই।·মই নিজেই জলপান চাহ কৰো কাৰণ তোমাৰ লগতে শেখৰ আৰু মযো খাম।

"পিতৃ তুল্য ৰাম প্ৰসাদৰ আতিথ্য স্বীকাৰ কৰিবলৈ স্বপন যেন বাধ্যহৈ একো নামাতিলে

ৰাম প্ৰসাদ উঠি ভিতৰলৈ সোমাল।

মূৰতো গামোচাৰে মচি মচি ওলায আহিল শেখৰ সু প্ৰভাত স্বপন।

গুদমৰ্ণি শেখৰ

ইমান পুৱাতে ওলালিহি যে?

তোৰ লগত কথা আছে শেখৰ

বুজিছোঁ, সেই মৃত্যু হোৱা সৰু ছোৱালীজনীৰ কথালৈ নহয জানো। চিন্তা কৰিছ কিয স্বপন মই তোক বচাই ৰিপৰ্ট দিছো। পুলিচ ডিৰ্পাটমেন্টে স্বাস্থ্য সেৱা মানে ডাক্তৰৰ লগত সমীহ কৰি চলেতো কাৰণ নিজেও কেতিযাবা বিপদত পৰিব পাৰেতো।

সেইটো মই জানো। অৱশ্যে সেইটো কথা মই মনৰ পৰা সামৰিলোঁ কাৰণ ইতিমধ্যে ধন আদায দিযা হৈ গৈছে জেগাত।

ভালেই কৰিলি স্বপন কাৰণ মুক্ত হ'লে মনটোও শান্তিত থাকে। বাৰু তইতো আজিকালি এনেয়ে কেতিয়াও নাহ। মই হ'লেও বিনা কাৰণত কেনিও ভৰি দিবলৈ নাযাওঁ গতিকে অহাৰ কাৰণ নিশ্চয আছে।

গভীৰ চিন্তাৰে জনালে স্বপনে ডাক্তৰৰ কাষ এনেযে চাপে জানো তযে কচোন বাৰু।

তোৰ মাৰ কিবা হৈছে নে তোৰ কিবা অসুখে পাইছে।

অসুখে পোৱা নাই। এটা বিশেষ কথা জানিবৰ বাবেহে তোৰ কাষ চাপিলো।

ক বন্ধু সময় বৰ বেছি ব্যয় কৰিব নোৱাৰোঁ হস্পিটেলত যাব লাগে।

ঠিক আছে শেখৰ ফিজটো মই দি দিম বাৰু দুটা পেচেন্টৰ। তেতিয়া সময় ব্যয় কৰিব পাৰিবিতো।

হাঁহিলে শেখৰে স্বপন তই দেখিছো আগৰ ল'ৰা ধেমালী এৰাই নাই বাৰু কচোন কি কথানো।

একেটা চিন্তাই খুলি খুলি খোৱা স্বপনে টিধা-চিধি মূল প্ৰসঙ্গ অৱতাৰণা কৰিলে— মই এইড্‌ছ শৰীৰলৈ অহাৰ কাৰণ সম্প্ৰসাৰণ, স্থিতি বিলুপ্তি আদিৰ বিষয়ে সবিশেষ জানিবৰ বাবে আহিছোঁ। তোৰ কাষলৈ।

বন্ধু তইতো পঢ়া শুনা মানুহ। কেলেই ধৰ্ম্মেশ্বৰ, ৰুণু, পলাশ, মানসীৰ এইডছৰ পৰিণামৰ কৰুণ কাহিনী জানায আৰু পলাসৰ কুসঙ্গী ইকবাল এলবাট, বাইটি হঁতৰ সমস্ত ফাইলটোৰ মৰ্ম্মান্তিক যাতনাৰ অকাল মৃত্যুৰ কথা ইতিমধ্যে তই গম পাইছই, তাৰোপৰি সিদিনা দেৱজিৎ, ত্ৰিবেণীৰ আৰু সিহঁতৰ সদ্যজাত শিশুটিৰ লোমহৰ্ষক হৃদয় বিদাৰক বিযোগান্তিক মৰ্ম্মান্তিক কাৰুণ্যতা তই নিজ কাণেৰে শুনিছ লগত সমীৰণ কাকতিৰ শৰীৰলৈ এইডছ ৰোগৰ সম্প্ৰসাৰণ অন্তিম কালত মানসিক যাতনাৰে ভযাবহ মৃত্যুৰ কাৰণ তই নিজ চকুৰে দেখি আহিছ? উপলব্ধি কৰিছ । তাৰ পাছত আৰু মই কি বুজায ক'ব লগা আছে। এইড্‌ছৰ কবলত অকাল মৃত্যুৰ কাৰণবোৰতো তই গম পাইছই।

যমুনীযা এটা কাঁটিলে স্বপনে— অ পাইছোঁ।

তেতিযা হ'লে আকৌ? এইবোৰ অভিজ্ঞতাৰে মানুহক সাৱধান হ'বলৈ পৰামৰ্শ দিবি আকৌ।

কি প্ৰশ্ন কৰিব কি প্ৰশ্ন নকৰিব— ক'ৰবাত কথাৰ প্ৰসঙ্গত কিজানিবা ধৰাপৰি যাব। বহুত চিন্তা কৰি সি লাহেকৈ সুধিলে – নহয় মানে কিয় এইড্‌ছ ৰোগ আৰোগ্য নহয, কেলেই বাৰু ইমান মাৰাত্মক । তাকে অকণমান জানিবৰ বাবে বন্ধু হিচাবে আহিলোঁ তোৰ কাষলৈ।

বেয়া কামৰ পৰা নিজক বচাই ৰাখিলেই হ'ল। বেযা কথা নুশুনিবা, বেযা কাম নকৰিবা, বেয়া বস্তু নাচাবা বুলি আমাৰ আশোক চক্ৰতে প্ৰতিফলিত হৈ থকা নাই জানো? আকৌ উৰহী গছৰ ওৰ কেলেইনো তোক?

স্বপনে অনুনযেৰে জনালে — প্লিজ ক'না বন্ধু বিশেষ প্ৰযোজন আছে বাবেইতো জানিব বিচাৰিছোঁ। ডাক্তৰ বুলি মোৰ মৰ্যদাৰ তুলনাত তোক অলপ বেছি মৰ্যদা দিছোঁ। বিষযতো সীমাবদ্ধ হৈ নাথাকি সৰ্ববিদিত হোৱাতো ভাল।

স্বপনৰ বিবৰ্ণ প্ৰায মুখখনলৈ চাই ব্যাকুলতা দেখি স্বভাৱ জাত সন্দহেৰে প্ৰশ্ন কৰিলে তোৰ নিজৰ কিবা এটা হ'ল নেকি অ।? ইমান ব্যস্ত হৈ পৰিছ যে?

স্বপনে নিজকে ঢাকিবলৈ চেষ্টা কৰি সন্তমভাব জনালে না না মোৰ সেইবোৰ একো হোৱা নাই শেখৰ।

তেতিযাহ'লে এই ৰোগৰ বিষযে তোক অন্য এদিন বিস্তৃতভাৱে ক'ম বাৰু, এইবোৰ একমিনিটতে কোৱা কথা নহ্‌যতো।

বিচলিতভাৱে স্বপনে জনালে — আৰে তোৰ আজি ক'বলৈনো কি আপত্তি। অন্য দিনালৈ আহোঁ বুলিলেও আহিবলৈ সময পাওঁনে নাপাওঁ কি ঠিকনা।

স্পষ্টভাৱে প্ৰশ্ন তুলিলে শেখৰে সঁচা কথা বন্ধু তাৰমানে তোৰে যেন পাইছো নহ'লে ইমান ব্যস্ততা কিহৰ । চা স্বপন স্বৰ্গীয প্ৰেমৰ আধাৰেৰে যৌৱন পৰিচালনা কৰিলে জীৱন পৰিতৃপ্ত হয় আৰু যৌন ক্ষুদ্ধাৰে লালযিত হলে অতৃপ্ত যৌৱন ধ্বংস মুখত পৰে। বেযা কাম অকলে চুপ কৰি চৰিতাৰ্থ কৰা বুলি ভাবিলেও দুজনৰ মাজত সঙ্গম হয়। গতিকে মনোমালিন্যৰ ফলত বা সন্তানৰ আৰ্বিভাৱত নতুবা যৌন ৰোগৰ প্ৰতিফলত এদিন নহয এদিন গুপ্ত ৰহস্য সম্পূৰ্ণ ওলায পৰে । তই নিজে পঢ়িবলৈ পাইছ আমেৰিকাৰ প্ৰেছিডেণ্ট বিল ক্লিণ্টনে নিজ পুত্ৰী তুল্য মণিকা লিউইনস্কিক গুপুতে কৰা যৌন ব্যভিচাৰ আজি সমস্ত বিশ্বই জানি নিন্দা ঘৃণা আৰু চৰিত্ৰহীনতাৰ চকুৰে চাইছে সেইজন মহাভিযোগত পৰা আত্মসন্মানহীন ৰাষ্ট্ৰপতিক। গতিকে ক্ষমতাৰ গৌৰৱতকৈ নিকৃষ্ট চৰিত্ৰই তেওঁৰ বৃহৎ ক্ষমতাৰ মাৰ্যদাৰ পতনহে ঘটাইছে। ইফালে কিণ্টনৰ পত্নী হিলাৰীৰ অবৈধ যৌন সম্পৰ্ক আছিল। ১৯৭৭ চনৰ পৰা হোৱাইট্ হাউছৰ অধিবক্তা কিণ্টনৰ বন্ধু ভিনচেণ্ট ফ'ষ্টাৰৰ লগত এই সংক্ৰান্ততেই ১৯৯৫ চনৰ জুলাই মাহত ফ'ষ্টাৰ ৰহস্যজনকভাৱে কালৰ বলি হ'ল কলঙ্কক ঢাকিবলৈ। দেখিছই তাৰ ফলত মানসিক ভাৰসাম্য হেৰুৱাই ক্লিণ্টনে নলগা জেওত লাগি যুদ্ধৰ

অৱতাৰণা কৰিবলৈ বিচাৰিছে বিশ্বত গতিকে .. ।

স্বপনে নিজক সত্যৰ ওপৰত প্ৰতিষ্ঠা কৰাৰ প্ৰয়াসেৰে এনেয়ে জোৰ দি ক'লে— শেখৰ তইতো মোৰ বাল্য বন্ধু। মোক ইমান ডাঙৰ অবিশ্বাস কৰনে?

অবিশ্বাস কৰা নাই বন্ধু। কিন্তু এইড্ছৰ বিষযে জনাৰ আগেযে এই কথা জানি থোৱাতো ভালে যে অতিৰিক্ত ইন্দ্ৰিয সেৱা, ড্ৰাগছ সেৱনত স্নায়ুৰ দুৰ্বলতা, মগজুৰ অৱক্ষয আৰু আয়ুস হ্ৰাস হৈ উন্নতিৰ অন্তৰায হয়। ইন্দ্ৰিয়ৰ লেকাম হ'ল মন। প্ৰলোভিনে বেৰি ধৰিলে ৰথৰ তেজী ঘোঁৰাৰ লেকাম স্বৰূপ মনক সংযম ত্যাগেৰে বান্ধি ৰাখিব পৰা ক্ষমতা অক্ষুণ্ণ থাকিলে তেজী বেগী ইন্দ্ৰিয়সমূহ বিপথে পৰিচালনা হোৱাৰ পৰা ৰক্ষা পৰে। ৰিপু দমন কৰি শুক্ৰ বা বীৰ্য্যক পৰম শক্তিৰূপে ধাৰণ কৰিব পাৰিলে স্বামী বিবেকা নন্দৰ দৰে মহান হোৱাতো অসম্ভৱ নহয। ৰিপু দমনকাৰী সিদ্ধ ত্ৰিকালদৰ্শী ব্ৰহ্মৰ্ষিসকলৰ শক্তি আৰু স্থান ভগৱানৰ পাছত । সেইবাবে যুৱ কালত ব্ৰহ্মাচাৰ্য্য পালন ভাৰতীয় সংস্কৃতিৰ অন্যত্তম দিশ আছিল। অমৰত্ব লাভ কৰা মহাপুৰুষৰ জীৱন চৰিত্ৰ আৰ্হিৰ বাবেই জানিব লাগে।

মহাপুৰুষৰ জীৱনী বা বাক্য শুনাৰ সংস্কৃতি জনাৰ ক্ষণ যেন কেতিযাবাই পাৰ হৈ গৈছে স্বপনৰ। সি কিবা এটা বিশেষ সন্তেদ ল'বলৈহে আহিছিল অন্তিম সমযত ক'ৰবাত কিজানিবা ৰক্ষাৰ স্থল পাইযেই বা জীৱনে সজ বাট লয। বাল্য কালত, যৌৱন কালত বিপথে গৈ এতিযা আৰু উপদেশ শুনি ঘৃণনীয বিগত অতীতক শুধৰাবতো নোৱাৰি। ইযাকে ভাবি সি বহাৰ পৰা উঠিল— শেখৰ তোক মই আমনি কৰিলোঁ বেযা নাপাবি দেই। মই উঠো কাৰণ তোৰবাবে পেচেণ্টে অপেক্ষা কৰি থাকিব পায।

শেখৰে বুজি পালে তাৰ উপদেশে স্বপনৰ অৰ্ন্তদ্বন্দ বঢাইহে নিছে কিবা এটা গুপ্ত ৰহস্যৰ সন্তেদ নিশ্চয নিহিত আছে ইযাৰ জীৱনৰ লগত মনস্তত্বৰ ফালৰ পৰা চাবলৈ গ'লে স্বপন যেন যন্ত্ৰবত উত্তেজিত আকৌ হঠাৎ ম্লান হৈ গৈছে মুহূৰ্ত্ততে। গতিকে সময কম হলেও বন্ধুক জ্ঞান দিযাতো যুক্তি-যুক্ত। তাঁকে ভাবি স্বপনৰ হাতত ধৰি পুনৰ চকীত বহুৱাই দিলে— এহ্ নক'বি বুজিছ শিক্ষকৰ লেকচাৰৰ দৰে পেচেণ্টবোৰক সজ পৰামৰ্শ দিবলৈ যাওঁতে মান সন্মানলৈ নাচায তলি উদং কৰি উপদেশ দিয়াতো অভ্যাসত পৰিণত হৈছেহি, বহ বাৰু বন্ধু কওঁ শুন।

বহিল যদিও অস্থিৰ মনৰ স্বপনৰ শুনাৰ আৰু ধৈৰ্য্য হেৰাল— ক বাৰু চমুকৈ ক'লেও হ'ব।

শুন স্বপন এইড্ছ ৰোগৰ জীৱাণুৰ নাম হ'ল ৰেট্ৰোভাইৰাছ হিভ মানে হ'ল হিউমেন ইমিউনো ডেফিচিয়েন্সি ভাইৰাছ। এইড্ছে মানৱ দেহৰ স্বাভাৱিক ৰোগ প্ৰতিৰোধৰ ক্ষমতা শেষ কৰি আনে বাবেই ইযাক একোৱাৰ্ড ইমিউনো ডেফিচিয়েন্সি ছিড্ৰোম Acquired Imiuno Deficiency Syndrome বোলা হয়। ১৯৫৯ চনত আফ্ৰিকাত আৰম্ভ হোৱা এইৰোগ বৰ্ত্তমান ইজনৰ গাৰ পৰা সিজনৰ গালৈ বাগৰি বিশ্ব বিযপিছে। ভাৰতত ১৯৮৬ চনত তামিলনাডুত প্ৰথমজন এইড্ছ ৰোগী চিনাক্ত হয। এইৰোগ আশী শতাংশ যৌন ক্ৰিযাৰ মাধ্যমেৰে সম্প্ৰসাৰিত হয– স্বপনে একান্ত মনে শুনি থাকি মনৰ খু দুৱনিৰ মাজতে প্ৰশ্ন কৰিলে। এইডছ বীজাণুৰ আকৃতি আৰু প্ৰকৃতি কেনেকুৱা বাৰু শেখৰ।

শুন স্বপন আচৰিত। এই বীজাণুৰ আকাৰ সুক্ষ্মাতি সুক্ষ্ম ই সম্পূৰ্ণ গোলাকাৰ জীৱাণুৰ আকাৰ হ'ল এক মিলিমিটাৰৰ দহহাজাৰ ভাগৰ এভাগ।

বাৰু শেখৰ এই বীজাণু ৰোগীৰ দেহৰ ক'ত থাকে বাৰু?

প্ৰথমে ই ৰোগীৰ দেহৰ ল্যম্ফেটিক টিসু (lymphatic tissue) বা লসীকীয কলাত নিস্ক্ৰিয হৈ থাকে তাৰ পাছত সক্ৰিয হৈ বংশ বিস্তাৰ কৰি ক্ৰমান্বযে ৰোগীৰ সমস্ত শৰীৰত বিযপি পৰে।

বৰ ব্যগ্ৰহৈ সুধিলে স্বপনে কিন্তু কেনেকৈ ক'ত ই অৱস্থিত হয বুজায কচোন।

মানুহৰ দেহত সন্তম হৈ থকা প্ৰহৰী সৈনিক জাতিয বগা বা শ্বেত কণিকাবোৰে ৰোগ প্ৰতিৰোধ কৰে । হিভ বীজাণুৱে মানৱ দেহত প্ৰৱেশ কৰি সহায়কাৰী টি লিম্ফোচাইটৰ কোষ-পৰ্দা ফুটা কৰি এই কোষৰ ভিতৰত স্থিতি লয আৰু লাহে লাহে সক্ৰিয হৈ উঠি বংশ বিস্তাৰ কৰি আক্ৰান্ত কোষবোৰ এফালৰপৰা নিঃশেষ কৰি যায়। মানুহৰ দেহৰ ৰোগ প্ৰতিৰোধক এই শ্বেত কণিকাবোৰ যেতিয়া ক্ৰমান্বযে ধ্বংস হৈ যায তেতিযা শৰীৰত যিকোনো ৰোগৰ বীজাণু প্ৰৱেশ কৰি প্ৰতিৰোধ নোপোৱাৰ বাবে অতি সোনকালে ৰোগীক বিকল কৰি মৃত্যু মুখত পেলায। এই ৰোগ নিবাৰণ কৰিব নোৱাৰাৰ মূল কাৰণ হ'ল এই বীজাণু ধ্বংস কৰিবলৈ গ'লে ইয়াৰ মূল আশ্ৰয় স্থল শ্বেত কণিকাবোৰ অৰ্থাৎ টিলিম্ফোচাইট কোষবোৰৰ নিশ্চিত নিঃশেষ হৈ যাব। গতিকে এই ৰোগ নিৰ্মূল কৰাতো সেই বাবেই অসম্ভব। কোনোবাই প্ৰতিৰোধৰ অত্যন্ত দামী ঔষধ আৱিষ্কাৰ কৰিলেও এনে ঔষধ বেছি দিন ব্যৱহাৰ কৰিব লাগিলে প্ৰতিক্ৰিযাইহে দেখা দিব। মুঠতে এইড্ছ ৰোগীৰ অকাল মৃত্যু অনিবাৰ্য্য।

আতঙ্কত সেপ ঢুকি প্ৰশ্ন কৰিলে স্বপনে বিচলিতভাৱে এই এইড্ছ্ বা হিভ আক্ৰান্তকাৰী ৰোগীবোৰ কিমান দিন জীৱীত থাকিব পাৰে বাৰু?

ধৰ পূৰ্বৰ দৈহিক শক্তি অনুযায়ী নতুবা দেহত সাধাৰণ ৰোগে দেখা দিলে, তাক চিকিৎসা কৰি প্ৰতিৰোধ কৰি থাকিলে এই ৰোগ সমস্ত দেহত সম্প্ৰসাৰণ অনুযায়ী এক বছৰৰ পৰা আঠ বছৰ পৰ্যন্ত ৰোগী জীয়াতু ভোগী জিৱীত থাকিব পাৰে।

কিন্তু শেখৰ এই বীজাণু মানব দেহত প্ৰৱেশ কৰাৰ কিমান দিনৰ পাছত লক্ষণবোৰে দেখা দিযে বাৰু?

শেখৰে মনত পেলাই দিবলৈ চেষ্টা কৰিলে কেনেকৈ তই ভালকৈযে জানতো এইড্ছ্ৰোগী পলাশ ডেকাৰ আত্মহত্যাৰ আগেযে তাৰ শৰীৰত কি কি ক্ষিযুঞ্চ লক্ষণে দেখা দিছিল, তাৰ মগজু বিকল কৰি দিছিল।

হুমুনিযাহ্ এটা কাঢি আত্মঅনুশোচনাৰে ক'লে এৰা জানো।

শেখৰে বন্ধুৰ তেনেই ম্লান পৰি অহা মুখখনলৈ লক্ষ্য কৰিলে। কথা হ'ল আক্ৰান্ত হোৱাৰ পোন্ধৰ বিশ দিনৰ পাছৰ পৰাই প্ৰাযবোৰ ৰোগীৰে জ্বৰ, বমি, খঁজুৱতি, ডিঙিৰ বিষ আদি আৰম্ব হয ঔষধ ব্যৱহাৰ কৰিলে পুনৰ ভাল হয।

স্বপনৰ সামযিকভাৱে মনটো ভাল লাগি যোৱাত বৰ আগ্ৰহেৰে সুধিলে— তেতিযা হ'লে আকৌ ভাল হৈ যায যদি?

হেই অঁকৰাতো। এইটো প্ৰথম পৰ্যাযৰ কথাটোহে কৈছে মই। দ্বিতীয পৰ্যায়টো কিন্তু প্ৰৱঞ্চিত। এই অৱস্থাত ৰোগী দুৰ্বলহৈ আছে যদিও সাধাৰণ মানুহৰ দৰে জীৱন চলি থাকে কিন্তু কথা হ'ল ভিতৰি এই ৰোগে মানুহটো খুলি খুলি খাই নিযে।

পুনৰ ম্লান পৰি গ'ল স্বপনৰ মুখাৱযৱ সি কোনোমতে নিজক চম্ভালি প্ৰশ্ন কৰিলে তাৰ মানে তৃতীয পৰ্যায এটাও আছে নেকি হয শেখৰ?

শেখৰে বাৰে বাৰে পৰিৱৰ্তন হোৱা এবাৰ ঘামি উঠি আনবাৰ জাৰৰ নোমবোৰ ডাল ডালকৈ শিয়ঁৰি উঠা স্বপনৰ দুৰৱস্থাটোলৈ সম্পূৰ্ণ লক্ষ্য ৰাখি কওঁ নকওকৈ ক'লে। এইডছ্ ৰিলেটেড কমপ্লেক্স পৰ্যায়ৰ নমুনা হিচাপে পলাশৰ অৱস্থাতো দেখিছিলিয়েই কেনেকৈ দীঘলীয়া জ্বৰ, ভাল নোহোৱা পনিযা পায়খানা,দেহৰ ওজন হ্ৰাসহৈ ক্ষীণাই শুকাই গৈ গ্ৰন্থিবোৰ ফুলি আহি অৱশ্যে পলাশৰ চতুৰ্থ পৰ্যায় নৌপাওঁতেই বিভীষিকাত পৰি সি আত্মহত্যা কৰিলে।

স্বপনে অনুশোচনাৰে ক'লে— তাকে বেয়া লাগে বুজিছ শেখৰ, চাহ্নেন পলাশ, দেবজিৎ আমাৰ একেলগৰে আছিল। নিজ নিজ কু কৰ্ম্মৰ বাবেই।

শেখৰে মাজতে দুখত দৰদী হৈ জনালে কেলেই সেই নিস্পস কণুজনী একমাত্র দৰিদ্রতাৰ বাবেই নিজৰ বিবেক, মহৎজ্ঞানক বিসৰ্জ্জন দি মুখাপিক্ষা সমাজত পৰৰ সুখ মঙ্গলৰবাবে নিজৰ সত্তা সতীত্বকো বিসৰ্জন দি অৱশেষত পালে কি? নিজৰ আত্মাকো মুক্তি দিব নোৱাৰিলে কি এক মৰ্ম্মান্তিক কৰুণ জীৱনী তাইৰ। তাৰোপৰি হাস্যময়ী লাৱণ্যমযী পৃথিৱীখনকে আপোনকাৰি ল'ব পৰা মৰতত সৰগ ৰচনাৰ বাবে ৰঙীণ বিশাল সপোন দেখা সুকুমল অন্তৰৰ ত্ৰিবেণীজনীৰ নিজৰ স্বভাৱতটো নহয়, পৰৰ দোষত কি এক হৃদয় বিদাৰক কল্পনাতীত মৃত্যু। তেওঁলোক দুযোলৈ মনত পৰিলে অন্তৰত শোকে খুন্দা মাৰি ধৰে অ', তাতে আমাৰ ভন্টী কাবেৰীৰ বযসৰ আছিল তেওঁলোক।

স্বপনে নিজৰ মনক পতিযমান নিযাবলৈ পুনৰবাৰ আশাৰ ৰেঙণি বিচাৰিলে— হেৰি নহয আমাৰ পলাশৰ হ'বলগা পত্নী মানসীযে এইড্ছ প্ৰতিৰোধৰ বাবে নিজৰ ঘৰটো এইড্ছ অভিযান নামাকৰণ কৰি চিকিৎসা সেৱা আৰু পৰামৰ্শ আগবঢাইছে বুলি কাকত প্ৰচাৰ মাধ্যম যোগে পাইছোঁ। পিছে কিমানদুৰ সাফল্য লাভ কৰিছে বাৰু তই জাননে?

মানসীযে কিন্তু সেইটো বৰ মহৎ কাম হাতত লৈছে। এইড্ছৰ বিপৰীতে সমাজ সচেতনতা আনি দিযাটো এটা মহৎ বিপ্লৱৰ সূচনা। মযো মাজে সমযে তালৈ যাওঁ তেওঁৰ প্ৰচাৰ কাৰ্যত পৰামৰ্শ যাচি সহায কৰিবলৈ। কিন্তু এটা কথা বুজিছ স্বপন, আচল হ'ল তেওঁ প্ৰতিৰোধ কৰিব্ৰ পাৰিব বিভিন্ন কাৰ্য সূচীৰে কিন্তু লগত লাগিব সমাজৰ সচেতনতা সত্য সংযমৰ প্ৰতি দৃঢতা আৰু আনুগত্য। কথা হ'ল যেতিযা এই ৰোগত ভোগে তাক আৰু কোনেও আৰোগ্য কৰিব নোৱাৰে। সেইবাবে এইড্ছ ৰোগীৰ চতুৰ্থ অৰ্থাৎ অন্তিম পৰ্যাযতো মৰ্ম্মান্তিক বেদনাদাযক শেষ অৱস্থাত হিভ বা এইড্ছৰ বীজাণু গৈ ৰোগীৰ মগজুত আক্ৰমণ কৰে কঙ্কালসাৰ এই দুৰৱস্থাত ৰোগী সাধাৰণতে মগজুৰ ব্যতিক্ৰম ঘটি দুৰন্ত মূৰৰ বিষত বলিযাৰ দৰে হয। সেইবাবে এনে অৱস্থাত বহুতে মহাপাপ জানিও অমূল্য জীৱনৰ মযোমোহ এৰি সমাজৰ পৰা প্ৰতাড়িত ঘৃণিত লাঞ্চিত হৈ আত্মহত্যা কৰে। এই পৰ্যাযত হিভ বা এইড্ছ আক্ৰমণ তীব্ৰতৰ হোৱা হেতুকে সাধাৰণ বেমাৰতো কোনো ঔষধেই ৰোগ প্ৰতিৰোধ কৰিব নোৱাৰে। এই পৰ্যায় পালে ৰোগীৰ খুব বেছি ছমাহ বা এবছৰৰ ভিতৰত অকাল কৰুণ মৃত্যু

অনিবাৰ্য্য।

চূড়ান্ত বিপৰ্যযৰ কথা জানি প্ৰবল শঙ্কাত স্বপনৰ কপালত পুনৰবাৰ বিন্দু বিন্দু ঘাম বিৰিঙি উঠি ক্ৰমান্বযে নিগৰি আহি টপটপকৈ পকাৰ মজিযাত পৰিল। সি বিচাৰি আহিছিল অবশ্যাম্ভবি ৰোগ প্ৰতিৰোধ প্ৰতিকাৰ কিন্তু এতিয়া বিভীষিকাময় কঙ্কালসাৰ সৰ্বগ্ৰাসী এইড্‌ছত অনিবাৰ্য্য অকাল মৃত্যুৰ কথা জানি তাৰ ৰক্তবাহি ধমনি ক্ৰমান্বয়ে যেন নিস্ক্ৰিয় হৈ পৰিল হতবাক হোৱা স্বপনৰ চকুৱে যেন সৰিয়হৰ ফুল দেখিলে গাড়ী চলায এক্সিডেন্ট নোহোৱাকৈ সি ঘৰলৈ কেনেকৈ ঘূৰি যাব তাকে ভাবি অস্থিৰ হৈ পৰিল। মনলৈ আহিল পলাশৰ বিক্ষিপ্ত যৌন ব্যভিচাৰৰ বাবে কেনেকৈ অকাল ঘৃণিত কলঙ্কিত মৃত্যুক সাবতিব লগা হ'ল। সি নিজেও আজি অলঙ্কৃতাক অকাৰণত ঘৰৰ পৰা খেদি পূজ্য মাকক অপমান, অৱমাননা কৰি অভিশাপৰ ভাগি হৈ কাল চপাই লৈ প্ৰৱঞ্চক ঠিকাদাৰ, চতুৰ মহৰী আৰু সিহঁতৰ দালালৰ মিছা প্ৰলোভনৰ প্ৰতাড়ণাত বিমুগ্ধহৈ ধনৰ গৌৰৱত অন্ধহৈ অতিন্দ্ৰীয় যৌৱনৰ ব্যভিচাৰৰ কবলত পৰি ড্ৰাগচ সেৱন কৰি কিশোৰি সম্ভোগ কৰি এতিযা মাথোঁ মৃত্যুৰ ক্ষণ গণিব লগা হৈছে।

শেখৰে স্বপনৰ ত্ৰাসিত অৱস্থা অনুধাৱন কৰি অভিজ্ঞতাৰে বুজিবলৈ আৰু বাকী নাথাকিল যে ইও আৰু একে পথৰে যাত্ৰী বুলি।

দেউতাক ৰাম প্ৰসাদে ট্ৰেৰ ওপৰত প্লেটত লুচি তাৰ ওপৰত চেনী দি আৰু কাপত চাহলৈ ওলায আহি প্ৰথমে তলমূৰকৈ থকা স্বপনক ক'লে– স্বপন চাহ খোৱাঁ। মই নিজে বনাই আনিছোঁ।

স্বপনে মূৰ তুলি মাত নিদিয়া দেখি বন্ধুৰ চিন্তাত নিমগ্ন হৈ তলমূৰকৈ ৰোৱা পুতেকক ৰাম প্ৰসাদে মাতিলে– এই শেখৰ এই ফালে চাছোন স্বপনে মাত নিদিযে যে।

স্বপনৰ মূৰটো ক্ৰমান্বযে হালি অহা দেখি ৰাম প্ৰসাদ স্তম্ভিত হ'ল।

শেখৰে আচৰিত হৈ একে জাপে উঠি আহি স্বপনক ধৰি পকাত পৰাৰ পৰা কোনোমতে ৰক্ষা কৰিলে।

ৰাম প্ৰসাদে তৎক্ষণাত হাতৰ ট্ৰেখন টেবুলৰ ওপৰত থৈ পুতেকৰ লগ লাগি স্বপনক ধৰা ধৰিকৈ প্ৰায চোঁচোৰাই আনি কাষৰ বিছনাখনত শুৱাই দিলেহি।

স্বপনৰ কপালখন মোহাৰি মোহাৰি শেখৰে জনালে পিতা যাওঁকচোন আইনা আলমিৰাটোৰ ওপৰতে দৰবৰ চেম্পল ফাইল এটা আছে অনুগ্ৰহ কৰি লৈ আহকচোন।

হঠাতনো ডেকা ল'ৰাটোৰ কি হ'ব পাৰে ভাবি থিৰাং কৰিব নোৱাৰি ৰাম প্ৰসাদ বেগাই ভিতৰ সোমাল।

খাবলৈ আনি টেবুলৰ ওপৰত থোৱা ঠাণ্ডাপানীৰ গিলাচতো শেখৰে হাতত উঠাই লৈ কেইচাটি মান পানী স্বপনৰ চকুত মাৰি দিলে আৰু এচলু পানী লৈ তাৰ কপালে মূৰে সানি দিলে।

ৰাম প্ৰসাদে উধাতু খাই দৌৰি আহি দৰবৰ চেম্পল ফাইলটো পুতেকৰ হাতত দিলেহি।

শীতল পৰশত স্বপনে লাহেকৈ চকু কেইটা মেলি চালে।

শেখৰে দ্বিতীয় গিলাচ পানী আনি ফাইলৰ পৰা পিল এটা উলিযাই স্বপনৰ মুখত দিলে। আঁ কৰচোন স্বপন এই কেলচিযামৰ পিলটো খাই দেচোন লগে লগে ভাল পাবি লচোন মুখ মেল।

স্বপনে নিৰস মুখখন কোনোমতে মেলি দিলে।

শখৰে পিলটো স্বপনৰ জিভাত দি মুৰটো ডাঙি পিলটো গিলিব পৰাকৈ পানী এঢোক খুৱাই দিলে।

ৰাম প্ৰসাদৰ মুখলৈ এতিযাহে পানী আহিল ক'ৰবাত অঘটন ঘটা হলে কি হ'লহেঁতেন বাৰু?

স্বপন উঠি বহিল অপমানত সি তলমূৰকৈ ক'লে হঠাৎ কি যে হৈ গ'ল মই নিজেই ক'ব নোৱাৰিলোঁ জান।

ৰাম প্ৰসাদে স্বপনৰ পিঠিত মৰমৰ হাত ফুৰাই নিশ্বাস 'এটা পেলালে— স্বপন মইনা হঠাৎ তোমাৰনো হ'ল কি?

স্বপনে উত্তৰ দিযাৰ আগেযেই শেখৰে কথাতো পাতলাই থলে বুলিছে পিতা আমি মানে বৰ্ত্তমান যুগৰ ভয়াবহ মৃত্যুদূত এইড্ছ ৰোগৰ বিষযে আলোচনা কৰি আছিলোঁ ই তাৰ পৰিণাম শুনি ভযতে মূৰ্চ্ছাই গ'ল।

এহ স্বপন তুমি বৰ অলপ ধতুৱা ল'ৰাহে, শুনা জানি থোৱাতো ভাল ১৯৫৯

চনত প্ৰথম এইড্‌ছ ৰোগ ধৰা পৰে আফ্ৰিকাত আৰু এই আফ্ৰিকা মহাদেশেই বিশ্বৰ সৰ্ব্বাধিক অৰ্থাৎ বিশ্বৰ সৰ্ববমুঠ এইড্‌ছ ৰোগীৰ ৯০ শতাংশৰ বাসভূমি আমেৰিকাত ধৰা পৰে ১৯৮১ চনত। আৰু ভাৰতৰ তামিলনাডুত প্ৰথমজন ধৰা পৰে ১৯৮৬ চনত। আমেৰিকাত প্ৰথম ১৯৮৫ চনত ফাউণ্ডেশ্যন ফৰ এইড্‌ছ ৰিৰ্চাছ স্থাপিত হয়। ভাৰতত এইড্‌ছ কক্ষ স্থাপিত হয ১৯৮৫ চনত কিন্তু বৰ্ত্তমান যি হাৰত এইড্‌ছ ৰোগ সম্প্ৰসাৰিত হ'ব ধৰিছে তালৈ লক্ষ্য কৰিলে ভৱিষ্যত অন্ধকাৰ ময়। গতিকে তোমালোকে স্বেচ্ছা সেৱী সংগঠন খুলি তাৰ প্ৰতিৰোধৰ ব্যৱস্থা কৰাইক। প্ৰথমে তোমালোকে এইড্‌ছ ৰোগ বিযপাৰ কাৰণ আৰু স্থলসমূহ নিৰীক্ষণ কৰিব লাগিব। দেখা গৈছে য'ত ড্ৰাগছৰ ব্যৱসায অধিক চলে যেনে মণিপুৰ। ইযাত ব্ৰহ্মদেশৰ ড্ৰাগছ ব্যৱসাযী সংখ্যা অধিক। তাৰোপৰি য'ত ড্ৰাগছ সেৱীৰ সংখ্যা অধিক আৰু য'ত বিদেশীলোক সমাগম অধিক য'ৰ পৰা বিদেশ যাত্ৰা বা আগমন হয় তেনেবোৰ ঠাই যেনে ধৰা দিল্লী, মহাৰাষ্ট্ৰ, তামিলনাডু আদি ঠাইৰ উপৰিও অসম নগাল্যাণ্ড, মিজোৰাম আৰু সৰ্বাধিক এই ৰোগত মৃত্যুত পতিত হৈছে মণিপুৰত। মুঠতে এইড্‌ছ ৰোগৰ কবলত বিশ্ব এতিযা কম্পমান।

শেখৰে দুখৰ হুমুনীযা এটা কাটি জনালে শেহতিযা গৱেষণাত ধাৰণা কৰা হৈছে এইড্‌ছ ৰোগৰ একমাত্ৰ বিজাণু বহনকাৰি প্ৰাণী চিম্পাঞ্জীৰ পৰাহে ১৯৫০ চনতে প্ৰথম মানৱ শৰীৰলৈ এই ৰোগৰ বিজাণু সম্প্ৰসাৰণ হ'ল। ১৯৯৮ চনত বিশ্বত এইড্‌ছ ৰোগীৰ সংখ্যা ৩১ নিযুত। ইযাৰ ভিতৰত কেৱল ভাৰততে এইড্‌ছ ৰোগীৰ সংখ্যা ৫ নিযুত বিশ্বত প্ৰতিদিনে ১৬ হেজাৰকৈ এইড্‌ছ ৰোগীৰ সংখ্যা বাঢি গৈছে। ভাৰতত বছৰি গডে এহেজাৰত ০ ৫ জন লোক নতুনকৈ এইড্‌ছ ৰোগত আক্ৰান্ত হয। ভাৰতৰ লগতে অসমত এইড্‌ছ ৰোগ বিযপাৰ মূল কাৰণ সমূহ ফঁহিযাই চালে দেখা যায। ইযাৰ ৭০ শতাংশেই বহুগমনকাৰী সাধাৰণ যৌন কৰ্ম্মীৰ যোগে, ট্ৰাক ষ্টেগুবোৰৰ ধাবাৰ যৌন সঙ্গীৰ যোগে। নিশা অন্তঃৰাষ্ট্ৰীয ট্ৰাকত ভ্ৰমণকাৰিণী পতিতাৰ যোগে লগতে অন্যান্য যোগাত্মক কাৰণৰ উপৰিও পৰ্যটক, বিদেশী প্ৰবজনকাৰী মানে বহিৰাগত যৌন কৰ্ম্মীৰ দ্বাৰা আৰু অন্য ৰাজ্যৰ পৰা শিক্ষা গ্ৰহণ কৰিবলৈ অহা যুৱক যুৱতীৰ পৰাও অসমত এইড্‌ছ ৰোগ বিযপিছে। দুহেজাৰ চনত অসমত এইড্‌ছ ৰোগত দহ হেজাৰ জন আক্ৰান্ত হোৱাৰ সম্ভৱনা। এইড্‌ছ আক্ৰান্ত ৪০ শতাংশই হৈছে মহিলা এই ৰোগীৰ অৰ্দ্ধাধিকৰ বযস হ'ল ১৫ ৰ পৰা ২৪ বছৰ বযসৰ, ২০ বছৰৰ পৰা প্ৰায ৫০ বছৰ বয়সৰ লোকক এই ৰোগে জীযাতু ভোগাইছে। প্ৰায ১২ নিযুত লোক ইতিমধ্যে এই ৰোগত মৰিছে, উন্নযনশীল নগৰসমূহতে প্ৰায়

৯০ শতাংশ এইড্ছ ৰোগী ধৰা পৰিছে। এনেকৈ হ'লে ২০০০ চনত বিশ্বত এইড্ছ ৰোগীৰ সংখ্যা হ'বগৈ ৪০ নিযুতৰ ওপৰ। প্ৰতিফল এনে ৰোগাক্ৰান্ত শিশুও অনেক মৃত্যু মুখত পতিত হৈছে। সত্য ঘটনা সৌ সিদিনা যোৰহাটত মাকৰ দ্বাৰা পৰিত্যক্ত তিনিমহীয়া শিশু এইড্ছ ৰোগাক্ৰান্ত হোৱা পাইছে। অতি পৰিতাপৰ বিষয়যে ৰোগ প্ৰতিৰোধৰ ব্যৱস্থা আজিও হোৱা নাই। গতিকে সংযমি হৈ সাৱধানতা অৱলম্বন নকৰিলে প্ৰতিৰোধৰ আৰু অন্য পথ নাই।

স্বপনৰ ভৰিৰ পৰা মূৰলৈকে শিৰামুৰি ধৰি সমস্ত শৰীৰ জিনজিনাই গ'ল চকুৰে ধোঁৱা কোৱাঁ দেখি স্বপনে মাথোঁ ক'লে — আকুল মই যাওঁ।

স্বপনৰ মুখলৈ সাদৰেৰে ভালকৈ চাই ৰাম প্ৰসাদে জনালে ৰ'বা স্বপন মইনা অকণমান জিৰণী লোৱাঁ। হেৰা ডেকা ল'ৰা গালে মুখে তেজ ফুটো ফুটো হ'ব লাগে। তাৰ ঠাইত তোমাৰ মুখখন ইমান শেঁতা পৰি গৈছে ম্লানহৈ পৰিছে। গতিকে তুমি এবাৰ স্বাস্থ্যটো পৰীক্ষা কৰি লোৱাঁ, ব্লাডটোও পৰীক্ষা কৰি পেলোৱা। এনিমিয়া হৈছে যেন লাগিছে তোমাৰ।

শেখৰে মাজতে ক'লে তই কিন্তু ব্লাড ল'বলগীয়া হ'লে যি কোনো নাচিংহোমত বা যাৰ তাৰ পৰা পালেই পৰীক্ষা নকৰোৱাকৈ তেজ নল'বি। কাৰণ বহুতো হস্পিটেল বা নাৰ্চিংহোম আছে য'ত তেজৰ এলিজ টেষ্ট বা ৱেষ্টাৰ্ণ ব্লট টেষ্ট কৰাৰ সুবিধা নাই বা প্ৰযোজন বোধ নকৰি ব্যৱসায চলায যায। নেদেখিলি ত্ৰিবেণীৰ মহান আদৰ্শবান পিতৃ সমীৰণ কাকতিৰ মনুষ্যত্বহীন ব্যৱসায়ী নাচিংহোমত থাকি ব্লাডলৈ কেনেকৈ কৰুণ মৃত্যু ঘটিল।

ৰাম প্ৰসাদে ভৱিষ্যৎ ভাবি দুখেৰে জনালে— এনেকৈ দেখিছো স্বাস্থ্য সেৱাৰ প্ৰতিষ্ঠানবোৰ বিশ্বাস কৰিবলৈকে টান হৈ পৰিব আৰু অলপ দিনৰ পাছত ল'ৰা ছোৱালী বিযা পাতিবলৈ হ'লে দৰা কন্যাৰ ব্লাড টেষ্ট বিযাৰ আগেযে কৰি ল'ব লগা হ'ব যেন পাইছোঁ। নহ'লে পলাশ দেৱজিতৰ ক্ষেত্ৰত হ'ল কি? ধন দৌলত সন্মান থকা পঢ়া শুনা জ্ঞানীৰ ঘৰতে যদি এই ব্যভিচাৰ হয তেনে বাকীবোৰলৈ আৰু থাকিল কি?

স্বপনে গভীৰ অন্তৰৰ বেদনা প্ৰকাশ কৰিলে পোন প্ৰথমবাৰলৈ— এইবোৰ হ'ল নৈতিক চৰিত্ৰৰ অধঃপতন শিক্ষাৰ মাজত ত্যাগ সংযম আধ্যাত্মিকতা মহানুভৱতা নৈতিক চৰিত্ৰ গঠনৰ ক্ষেত্ৰত আন্তৰিকতাৰে যুগুতোৱা পাঠদানৰ অভাৱত যুগটোৱেই

যান্ত্ৰিক আৰু উশৃঙ্খল ব্যৱসায়মুখী হৈ পৰিছে। মানুহ যিমান সাধাৰণ বা মহান হওক আধ্যাত্মিকতাৰ পৰম ঐশ্বৰিক শক্তিৰ কাষত বিশ্বাস ৰাখিলেহে মানবীয়তা জীৱপ্ৰেম ভক্তিক অৱলম্বন কৰি স্থিতি প্ৰজ্ঞা আত্মমননশীল ব্যক্তি হ'ব পাৰে। জ্ঞানে খুড়া যন্ত্ৰবত প্ৰেমত বিচলিত হৈ আজিহে এই কথা মই উপলব্ধি কৰিব পাৰিছোঁ।

শেখৰে বন্ধুৰ বাক্যৰ গূঢ়াৰ্থ মৰ্ম্মে উপলব্ধি কৰি সমবেদনাৰে আশ্বাস যাচিলে— মোৰ বাল্য বন্ধু স্বপন তই মোৰ লগত ওলাবি মানসিৰ দ্বাৰা প্ৰতিষ্ঠিত এইড্ছ অভিযান কক্ষত অহা দেওবাৰে বিযলি তিনি বজাত এখন চেমিনাৰ আছে তাতে তোক ডাক্তৰ ৰাজীৱ কলিতা, ড্ৰক্তৰ মিছেছ দেৱীকা বৰুৱা আৰু বহুতো স্পেচিয়েলিষ্ট আহিব সেই সকলোবোৰৰ লগতে চিনাকী কৰি দিম তোক। প্ৰয়োজন হ'লে মানসীৰ লগত আলোচনা কৰি বহুতো অভিজ্ঞতা লাভ কৰিব পাৰিবি। তাৰ পাছত এই চেষ্টাৰৰ পৰাই এইড্ছ অভিযান প্ৰতিকাৰ পৰামৰ্শত জড়িতহৈ দেশবাসীৰ পৰম মঙ্গল সাধন কৰিব পাৰিবি। বুজিছ বন্ধু এনেবোৰ সমাজসেৱী মহৎ সংগঠন বা অনুষ্ঠানৰ লগত জড়িত হৈ থাকিলে অভিজ্ঞতা উন্নতি আৰু সামাজিকভাৱে সন্মানো পোৱা যায় বহুতো।

ৰাম প্ৰসাদে মাজতে জনালে তইঁতক এটা কথা কওঁ মানে চেমিনাৰত এটা কথা উল্লেখ কৰিবি যে আমাৰ দেশৰ গাঁৱঅঞ্চল বাদ চহৰ অঞ্চলতো এবাৰ এজনক দি পেলায় দিয়া চিৰিঞ্জ পাবলৈকে নাই । আকৌ ৰোগীৰ বাবে ব্যৱহৃত বেজী, চিৰিঞ্জ আদি সৰঞ্জাম পৰিশোধন কৰি বীজাণু মুক্ত কৰি ল'বলৈও একো এটা উপযুক্ত ব্যৱস্থা নাথাকে, তাৰোপৰি দেখা যায় কিছুমান ফাৰ্ম্মাচিষ্ট বা কম্পাউণ্ডাৰে একেটা চিৰিঞ্জ বেজীৰে দিনটোত কেইবা ঘৰটো যি কোনো ৰোগীক খুচি বেজী দি ফুৰে অথচ কাপ এটাত কুহুমীয়া পানী অকণমান লৈ চাৰিবাৰমান বেজীটো আওখালিলেই যথেষ্ট বুলি ভাবি মূঢ়তাৰে ব্যৱসায় চলাই যায়। ফলস্বৰূপে এজনৰ গাৰ পৰা আনজনৰ গালৈ যিকোনো ৰোগ সম্প্ৰসাৰণ হোৱাতো স্বাভাৱিক। এই ভয়ঙ্কৰ বিপদজনক কথাতো বিচাৰ্যৰে বিষয়ৰূপে পৰিগণিত হোৱাতো মঙ্গল জনক। কিন্তু তদুপৰি পেলনীয়া চিৰিঞ্জ পুনৰ বুটলি নি যাতে ব্যৱহাৰ কৰিব নোৱাৰে তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগে। গভীৰ চিন্তাৰে এই আওকাণ কৰি অহা বিষয়তোৰ ওপৰত গুৰুত্ব আৰোপ কৰিলে শেখৰে আপুনি উচিত কথা কৈছে পিতা। এই মহত্বপূৰ্ণ বিষয় এইবাৰ চেমিনাৰত নিশ্চয় উত্থাপন কৰিম মই।

আৰু এটা কথা উল্লেখ কৰিবি যে দেশীয় ব্যৱস্থাৰূপে বিদেশীলোকক বা বিদেশ

ভ্ৰমণৰ পৰা অহালোকক তেজ পৰীক্ষা কৰাতো নিশ্চিত কৰিবি। তাৰোপৰি যৌনাচাৰী বা তেনেধৰণৰ সন্দেহ যুক্ত ৰোগী বা লোক আৰু ড্ৰাগছ ব্যৱসায়ী আদিৰ ওপৰত সমাজৰ প্ৰতিজন সচেতনলোকে চকু ৰখাতো মঙ্গলজনক হ'ব যাতে এনে কুকৰ্ম্মীলোকে যৌন চাৰেৰে অথবা এনেবোৰ নিচাত্মিকা চৰিত্ৰহীন লোকে নিজে লালাট যন্ত্ৰণা ভোগাৰ বাবে আনকো একে পথৰ যাত্ৰী কৰাত ব্যস্ত হৈ সমাজ পঙ্গু কৰি নিজৰ নিকৃষ্ট ক্ষুদ্ধা পূৰণ কৰিব নোৱাৰে সামাজিক সচেতনতা অৱলম্বনেহে প্ৰতিৰোধ ব্যৱস্থা কটকটিয়া কৰিব পাৰিব।

শেখৰে সম্পূৰ্ণ সমৰ্থন আগবঢ়ালে— আপুনি ঠিকেই কৈছে পিতা কেলেই ১৯৯৮ ৰ ১৬ চেপ্তেম্বৰৰ নিশা গোলাঘাটৰ হাবিছোৱা চিনাতলি গাঁৱত ২৮ বছৰীযা শ্ৰীমন্ত বৰা এইড্‌ছ ৰোগত জীযাতু ভূগি মৰা নাই জানো।

স্বপনে চকুকেইটা ডাঙৰকৈ মেলি দি প্ৰশ্ন কৰিলে— সঁচা ঘটনা নেকি? কেনেকৈ মৰিলে শ্ৰীমন্ত বৰা।

একেবাৰে নিৰ্ঘাতি সত্য ঘটনা। ১৯৯০ চনৰ চেপ্তেম্বৰ মাহত ভাৰতীয় সেনাবাহিনীত নিযুক্তি পোৱা শ্ৰীমন্ত বৰা যুদ্ধ বিধ্বস্ত কম্বোদিযালৈ ভাৰতীয় সেনা বাহিনীৰলোক হিচাপে গৈছিল। ১৯৯৫ চনত ভাৰতলৈ ঘূৰি আহোঁতে তেওঁৰ তেজ পৰীক্ষা কৰাত এইছ আই ডি পজিটিভ পোৱা গৈছিল। লগে লগে সেনা কতৃপক্ষই চাকৰিৰ পৰা তেওঁক বখাস্ত কৰিলে। তেওঁ অসমৰ ঘৰলৈ ঘূৰি আহি একে গাঁৱৰে এজনী ছোৱালীক ফাঁকি দি বিযা কৰাই শিৱসাগৰৰ অ'এন জি চিৰ নিৰপত্তা ৰক্ষাৰ চাকৰিত সোমাল। ইযাতো তেওঁক এইছ আই ভি পজিটিভ পোৱা বুলি জনাৰ লগে লগে চাকৰিৰ পৰা খেদি দিলে। অৱশেষত তেওঁ'ঘৰলৈ আহি অবৰ্ণনীয কষ্টেৰে জীযাতু ভূগি মুখত গাত ফোঁহা হৈ শুকাই গৈ খাব নোৱাৰাহৈ মূৰৰ প্ৰচণ্ড বিষত বলিযাৰ দৰে হৈ ডিঙি ফুলি চিঞৰি-বাখৰি প্ৰলাপ বকি কঁপি কঁপি যমৰ যাতনা ভূগি মৃত্যু পতিত হ'ল। কিন্তু অত্যন্ত পৰিতাপৰ বিষয হ'ল আমাৰ দেশীয ব্যৱস্থা ইমান মূঢ আৰু পঁযা লগা যে শ্ৰীমন্তৰ ভযানক ৰোগৰ কথা চৰকাৰীভাৱে জানিও আগতিযাকৈ তাৰ কেনো ব্যৱস্থা বা প্ৰতিকাৰ নকৰিলে। মানুহটো চাকৰিৰ পৰা নিলম্বিত হৈ আহি এজনী সুন্দৰী সুঠাম গাভৰুকো তেওঁৰ পথলৈ টানি থৈ গ'ল। শেখৰৰ বিমৰ্ষতাত, উত্তেজনাত যেন কাণ মূৰ ৰঙা পৰি উঠিল।

স্বপনৰ মনত সন্দেহ ভাৱৰ উদ্ৰেক হ'ল আত্মসন্মান লাঘৱ হোৱাৰ ভযত সি এবাৰ শেখৰলৈ আনবাৰ ৰাম প্ৰসাদলৈ চুৰ কৰি চালে।

মেঘাচ্ছন্ন আকাশত চমক চমক বিজুলীৰ চুম্বনে যেন চকু চাট মাৰি ধৰি প্ৰবল মেঘৰ গৰ্জ্জনে যেন প্ৰলয় সৃষ্টিৰ আগজাননী দি বুকু কঁপাই তুলিলে। ৰাম প্ৰসাদে যেন আৰ্তনাদ কৰি উঠিল সমাজক কুৎচিত মৃত্যুৰ মুখৰ পৰা ৰক্ষা কৰিবলৈ হ'লে তহঁতি মোৰ উপদেশ শিৰোগত কৰি ল তেহে কতো আঙুল নলগাকৈ সমাজ ৰক্ষা পৰিব।

শেখৰে দেউতাকৰ অৰ্থপূৰ্ণ উপদেশ গুৰুত্ব সহকাৰে উপলব্ধি কৰিলে— পিতা আপুনি সম্পূৰ্ণ সাৰগৰ্ভ উপদেশ দিছে। সমাজ সংগঠনৰ প্ৰচাৰ— যোগে সাৱধানত অৱলম্বন নিশ্চয় কৰিব লাগিব।

আৰু এটা কথা কিন্তু তহঁতৰ আগত ক'বলৈও বেয়া লাগে যদিও প্ৰয়োজনীয় কথা হ'ল এই যে গাত লিপিট খোৱা অঙ্গ প্ৰতঙ্গ চেপা খাই প্ৰায় আৱৰণৰ ভিতৰত দেখা পোৱা পিন্ধা কাপোৰে কিন্তু চেপা খাই থকা বাবে যৌৱন উদ্ৰেক কৰা আৰু দুয়ো বিপৰীত লিঙ্গৰ দৃষ্টি অশুভ হয় আৰু এটা অতীৱ প্ৰয়োজনীয় কথা হ'ল আজিকালি ল'ৰা-ছোৱালীয়ে শিক্ষা সাং কৰি বছৰ বছৰ ধৰি ইন্টাৰভিউদি চাকৰি নাপায় ঘৰত বহি থাকিব লগা হয়। যৌৱনৰ এই পূৰ্ণাঙ্গ কালছোৱাত ঘৰত বা সমনিয়াৰ লগত আড্ডা মাৰি বহি সময় কটোৱাতো ভয়ানক বিপজ্জনক। জ্ঞানৰ আহৰণ নাই কেৱল বিশ্লেষণ বা সমালোচনা গতিকে এনে উন্মাদ সময়ত যৌৱনে বেয়া পথ ল'বলৈ মনক দুৰ্বল কৰি তুলিবলৈ সুবিধা পায়। কিছুমানে হতাশা হৈ প্ৰতি ক্ষেত্ৰতে বিফল হৈ ধনৰ অভাৱত চৰম ব্যৰ্থ হৈ জীৱন অন্ধকাৰময় দেখি হয়তো কেনোবাই কাৰোবাক উন্নতিৰ অন্তৰায় বা প্ৰতিবন্ধক ভাবি তাৰ বিপৰীতে হাতত অস্ত্ৰ তুলি লৈছে। কোনোবাই প্ৰতিহিংসাৰ দাবানলত জ্বলি পুৰি হিতাহিত পাহৰি ভুল পথ লৈছে। কোনোবাই স্বদেশ প্ৰেমেৰে সমাজক নতুনকৈ গঢ় দিবলৈ, এখন সুন্দৰ সপোনৰ সংসাৰ গঢিবলৈ নিজৰ জীৱন, নিজৰ ভৱিষ্যতক তুচ্ছ কৰি জীৱন পৰ্যন্ত আহুতি দিছে আৰু কোনোবাই মনৰ দুখত বা ইন্দ্ৰিয় সংযমৰ অভাৱত কুসঙ্গত পৰি নিজক পাহৰি ড্ৰাগছ সেৱন কৰিছে। আন কিছুমানে ক্ষন্তেকীয়া যৌন উপভোগৰ ক্ষুদ্ধাৰে জীৱন বিক্ষপ্তময় কৰি তুলিছে।

বৈপ্লৱীক উত্তেজনাত সৎসঙ্গত পৰি স্বপনৰ মগজু যেন আকৌ এবাৰ সতেজ হৈ উঠিল আজানিতে। সি আকৌ চিএগৰি সমৰ্থন জনালে আপুনি ঠিক কৈছে আব্দুল ই এশ শতাংশই সত্য কিন্তু ইয়াৰ উপায়?

স্বাৱলম্বীতাই পৰমুখাপেক্ষী ভাৱৰ নিঃশেষ কৰিব পাৰে, আমাৰ দেশীয় চৰিত্ৰত ঠগ, প্ৰবঞ্চক দুৰ্নীতি ওপৰৰ পৰা তললৈকে শিপাই পৰাত আজিৰ উঠি অহা প্ৰজন্মই ইয়াকে দেখি মানসিক অন্তৰ্দ্বন্দ্বত ভুগি বিপথে গৈছে। সেইবাবে নৈতিকতাহীন লোকক আমাৰ প্ৰতিনিধি নিৰ্বাচন কৰিবই নালাগে। চৰকাৰে কিছুমান বহুমুখি বিকাশ ক্ষেত্ৰত ধন বিনিযোগ কৰিছে। কিন্তু সেইবোৰ সফল নোহোৱাৰ মূল কাৰণ হ'ল প্ৰবঞ্চক কিছুমান ৰাজনীতিজ্ঞ, চৰকাৰী বিষয়াৰ আত্মসাৎ নীতি আৰু ব্যক্তি কেন্দ্ৰিকতাৰ বাবেই ক্ষুধাতুৰ সকলে দুস্কাৰ্য চকুৰ আগত দেখি প্ৰৱঞ্চিত হৈ বিদ্ৰোহী হৈ বিপথে যোৱাতোও স্বাভাৱিক।

কিন্তু আষ্টুল দুৰ্নীতি ইমান তললৈকে শিপালে যে তাক উঘলা টান হৈ পৰিল।

স্বপন মইনা চেষ্টাৰ অসাধ্য একো নাই। সাধনাৰ বলত সকলো মহৎ কাৰ্যই সিদ্ধি হয়। কৰ্ম্মীলোকে এঘন্টা সময়ো বিনা কাৰণত অপব্যয় নকৰে। তাৰ ঠাইত সুস্থ সবল মগজ থকা যুৱকে বছৰৰ পাছত বছৰ ধৰি বিনা কামেৰে কটাই দিয়াতো যুক্তিসঙ্গত নহয়। চল্লিশ বছৰত যদি চাকৰিও পায় তেনেহ'লে ষাঠি বছৰীয়া জীৱনত বিয়া কৰাই ঘৰবাৰী পাতিবলৈ আৰু সময় নাথাকে। গতিকে সময়ৰ মূল্য কামতহে জীৱনৰ মূল্য কৰ্ম্মইহে নিৰূপণ কৰে। গতিকে যাৰ মাটি আছে সি নিজহাতে অথবা সমবায় ভিত্তিত কৃষি কৰ্ম্ম পুখুৰী খান্দি মীন পালন, নতুবা দুগ্ধ উৎপাদন, পশু পক্ষী পালন কৰি স্বাৱলম্বী হ'ব পাৰে। ইয়াতে সন্তুষ্ট থাকিব নোৱাৰা সকলে বা লাভবান নোহোৱাসকলে চাকৰি নোপোৱা দিন পৰ্যন্ত সংকামত ব্যস্ত থকাতো যুক্তি সঙ্গত আৰু প্ৰশংসনীয় বিষয় কাৰণ সকলো শ্ৰমৰে মাৰ্যদা আছে। তদুপৰি আমি জাপানৰ নিচিনা স্বাৱলম্বী দেশৰ অনুকৰণ কৰি ধান্দা বাজি এৰি দীৰ্ঘদিন ব্যৱহাৰ কৰিব পৰা কুটিৰ শিল্প যদি তৈয়াৰ কৰিব পাৰোঁ তেনেহ'লে বৈদেশিক মুদ্ৰা অৰ্জ্জনত সফলতা লাভ কৰাতো একো অসম্ভৱ কথা নহয়। দহজনে সত্য নিষ্ঠাৰে আৰ্হি দেখুৱালে বাকি হাজাৰ লক্ষ জনেও ইয়াকেই অনুকৰণ কৰিব। মনত ৰাখিবা জাতীয় গৌৰৱ মানে দেশৰ উন্নতি । যি কোনো শ্ৰমৰ বিনিময়ত ঘৰখনক স্বাৱলম্বী কৰাৰ উপৰিও দেশৰ দৰিদ্ৰতাও দূৰ কৰা হয়। কৰ্ম্মময় জীৱন মহৎ আৰু সুখৰ হয়। কৰ্ম্মীলোক নিষ্ঠাবান সত্য পৰায়ণ অহিংসা আৰু মহৎ হয় বাবেই জীৱনত অপৰ্যাপ্ত সুখ-শান্তি আৰু সন্মান লাভ কৰে। তেনেলোকৰ জীৱন কেতিয়ানো কেনেকৈ কৰ্ম্মৰ মাজেৰে দেশবাসীৰ প্ৰেৰণাত' উৎসাহ উদ্বীপনাত সহায় সমৰ্থনত শ্ৰদ্ধা পূৰ্বকভাৱে অতিবাহিত হ'ল, ইহধাম ত্যাগ কৰা দিনলৈকে গমকেই নাপায়।

শেখৰে বৰ আগ্ৰহেৰে জনালে পিতাই সঁচাই অতি মূল্যবান গ্ৰহণযোগ্য কথা কৈছে কাৰণ কৰ্ম্মময় মাধুৰ্য্যপূৰ্ণ জীৱনত মনত অসৎ চিন্তা চৰিত্ৰহীনতাৰ ভাব কেতিয়াও নাহে। আটাইতকৈ ডাঙৰ কথা হ'ল আত্মসন্মানবোধ থাকিলে ভৱিষ্যৎ দৰ্শী হ'লে কেতিযাও বেয়া কামত লিপ্ত হ'ব নোৱাৰে। আমি সমাজ সচেতনতাৰে এইড্ছ ৰোগ প্ৰতিৰোধ কৰিব লাগিব নহ'লে যি হাৰত এইড্ছ ৰোগ বৃদ্ধি পাব ধৰিছে সেই মতে বাটি যাব লাগিলে অহা দুবছৰৰ ভিতৰত হিভচ বা এইড্ছ ৰোগীৰ সংখ্যা তেৰ কোটিৰ ওপৰ হ'বগৈ চাবলৈ গ'লে এছিয়া মহাদেশতেই অধিক সংখ্যক এইড্ছ আক্ৰান্ত হোৱাৰ সম্ভাৱনা।

এনেবোৰ ভযাৱহতাৰ বক্তব্যৰ বিষয়ে শুনাৰ প্ৰস্তুতি স্বপনৰ মগজুৱে কেতিযাবাই হেৰুৱাই পেলাইছে। সি ডাক্তৰৰ কাষ চাপিছিল ৰক্ষা পাবৰ উপায় বিচাৰি কিন্তু ধবংস অনিবাৰ্য জানি হৃদয তন্ত্ৰিডাল চিগো চিগো হ'ল তাৰ। বহাৰ পৰা সি কোনোমতে উঠিল মই আহোঁ শেখৰ বেয়া নাপাবি বহুত সময় নষ্ট কৰিলোঁ তোৰ।

শেখৰে সংবেদনশীলহৈ জনালে কাৰোবাৰ মঙ্গল সাধন কৰিব পাৰিলেহে সময়ৰ মূল্যাঙ্কণ হয। মই দুখ পাইছোঁ তোৰ দুৰ্বল অৱস্থাতো দেখিহে বাৰু তই মোৰ কাষলৈ যি বিচাৰি আহিছিলি পালিতো।

হেৰুৱালোহে বৰ পৰিতাপেৰে জনালে স্বপনে।

ৰাম প্ৰসাদে স্বপনৰ বিষণ্ন মুখখনলৈ চাই জনালে– কিন্তু অভিজ্ঞতাইহে জ্ঞান প্ৰসাৰত সহায় কৰে স্বপন।

শেখৰে প্ৰসঙ্গ সলায বন্ধুৰ মনটো পাতলাবলৈ চেষ্টা কৰিলে– স্বপন তই দুদিন মান ৰেষ্ট ল বুজিছ। প্ৰযোজন হ'লে মোৰ নাচিংহোমলৈকে আহিবিচোন।

অন্যমনস্কভাৱে দুখৰ হুমুনিযাহ এটা কাটি জনালে স্বপনে— হ'ব ধন্যবাদ আহোঁ আঙ্কুল ।

আৰে চাহ ৰুটি নোখোৱাকৈ ক'ত যাবলৈ লৈছা। বহা বহা তুমি ৰুটি খোৱাঁচোন বাৰু চাহ টোপা ঠাণ্ডা হ'ল মই নতুনকৈ দুকাপ বনাই আনোঁ।

মাফ কৰিব আঙ্কুল আহোঁতে পুবাৰ জলপান চাহ পৰঠা হোটেলত খাই আহিছোঁ। এতিযা অফিচলৈ গৈ কেণ্টিনতে ভাত খাই ল'ম বাৰু ওলায আহিল স্বপন। এবুকু ব'ব নোৱাৰা বেদনা বহন কৰি নিৰ্দ্দিষ্ট অন্তিম ক্ষণলৈ অপেক্ষা কৰি।

শেখৰে বন্ধুৰ পাছে পাছে আহি থাকোঁতে সহানুভূতিশীল হৈ দুখেৰে জনালে- চা স্বপন বেযা নাপাবি বন্ধু হিচাপে কৈছো তোৰ চকুহালে ভিতৰুৱা অসুখৰ সূচনা যোগাইছে গতিকে ড্ৰাগছ যদি নেৰ তেনে হিভছত প্ৰস্তাবি। বাকী এইড্ছৰ দুৰৱস্থাৰ বিষযে সকলো কথা গম পালিয়েই কাৰণবোৰ ফঁহিযাই চাই লগৰ বন্ধু বান্ধৱ আৰু সৰ্বসাধাৰণ লোকক জ্ঞান দিবি।

স্বপনৰ মুখত ওলাল মৰা মানুহে জ্ঞান দিব পাৰে জানো শেখৰ। গাড়ীখনত সোমাবলৈ লৈ ঠৰ কাচুটি নোহোৱা মানুহৰ দৰে আকৌ পাচ হুহকি আহি পৰিবলৈ ল'লে স্বপন।

শেখৰে বন্ধুক দুহাতে ধৰি পৰাৰ পৰা ৰক্ষা কৰিলে— এহ্ স্বপন তই অকলৈ যাব নোৱাৰিবি বুজিছ ৰ'বি মযে নহ'লে তোক ঘৰতে থৈ আহোঁ গৈ।

অকলে যাব পাৰিম দে-মনৰ জোৰত বন্ধুৰ আগত ধৰা পৰি যোৱাৰ ভযত স্বপন সাৱধানে গাড়ীত সোমাল।

শেখৰে অন্তিম কথাটো সুধিযে পেলালে— স্বপন তই মোৰ আগত বিশেষ কিবা এটা গুপুত কথা লুকুৱাবলৈ চেষ্টা কৰিছ ন, প্লিজ সঁচা কথাটো কৈ যা বন্ধু।

স্বপনে কিন্তু নুশুনা ভাও জুৰি অন্যমনস্কভাৱে চলাই দিলে গাড়ী।

স্বপনৰ গাড়ীখন চকুৰ আঁতৰ নোহোৱালৈকে অপলক নযনে চাই ৰৈ থাকি শেখৰে ভাবিলে চাকৰি এটা পাব পৰাকৈ চাৰ্টিফিকেটত ডাঙৰ ডিগ্ৰী এটা থাকিলে অথবা অপাৰ ধন সম্পত্তি থাকিলেনো কি হ'ব যদি শান্তি সুখেই নাথাকে। গতিকে স্বভাৱ চৰিত্ৰহে জীৱনৰ আটাইতকৈ ডাঙৰ আৰু মূল্যৱান সম্বল। ই নিশ্চয এই ৰোগতে ভুগিছে।

ৰাম প্ৰসাদে সজাই অনা ঘিঁউত ভজা ফুলা লুচিৰ টো চাপ খায অহা দেখি হিযাৰ মৰম যাচি পুনৰ পুত্ৰ বন্ধুলৈ বুলি নিজ হাতে বাকি অনা চেঁচা হোৱা চাহ কাপলৈ চাই ভাবিলে— গৰম চাহৰ দৰে উতলা যৌৱন লুচিৰ দৰে ওফন্দি উঠা যুৱ গৌৰৱ যদি অকাল ক্ষণত নিঃশেষ হৈ যায় তেনেহ'লে মানৱ মাজৰ মোহময বাঞ্চিত আয়ু টুটি যাবচোন।

মাঁক প্ৰণতিযে জপাই থোৱা দুৱাৰখনত টোকৰ মাৰিলে স্বপন আছনে?

নাই কোনো সাৰসুৰ নাই।

আকৌ মাত দিলে স্বপন আছেনে? মই আহিছো, নাইচোন কোনো উত্তৰ নাই। এহ নিজৰ পুত্ৰহে তাকে ভাবি তেওঁ দুৱাৰখন হেঁচা মাৰি খুলি সোমায় আহি বিছনাত পুতেকক ওপৰমূৰকৈ কপালত হাত দি অলসভাবে পৰি থকা দেখি বিস্ময় মানিলে। তেওঁ পোনেই আহিযেই পুতেকৰ কপালৰ পৰা হাত আঁতৰাই দি ক'লে স্বপন হৈছে কি তোৰ এনেকৈ মূৰ কপালে হাত দি থাকিব নাপায নহয়। তইবাৰে শত্ৰু বুলি ভাবিলেও মই তোৰ মা হয। তই মোক এৰিলেও ঘপিযাই দিলেও জীৱনত তোক মই কিন্তু কেতিযাও এৰিব নোৱাৰোঁ কাৰণ তই মোৰ গাৰ তেজ মঙহ। মোৰে এটা প্ৰতিৰূপ অংশ গতিকে সংসাৰত তোৰ সুখৰ মুখ দেখিলেহে মোৰ সুখ-শান্তি আৰু জীৱন ধন্য হ'ব। অন্যথাই মৃত্যুৰ অন্ততো মোৰ আত্মাই শান্তি লভিব নোৱাৰিব।

দুধাৰ করুণ চকুলো বৈ অহা স্বপনে গভীৰ বেদনা অনুশোচনাৰে অনুতপ্ত হৈ জনালে— বহঁা মা।

পুতেকৰ মুখত মা শব্দটো পুনৰ শুনি প্ৰণতিৰ যন্ত্ৰনামৰ হৃদয শাত পৰি গ'ল। পুতেকৰ সকলো অপৰাধ মুহূৰ্ততে নিজৰ অন্তৰৰ পৰা আতৰি গ'ল। অন্তৰত থূপ খাই থকা বেদনাবোৰ তৎক্ষণাত চকুলো হৈ বাহিৰ ওলায আহিল।— মোৰ স্বপন বুলি পুতেকৰ মূৰৰ শিতানতে বহি বৈ অহা চকুপানীখিনি নিজৰ গাৰ চাদৰৰ আঁচলেৰে মচি অনুতপ্ত পুতেকৰ বেদনাখিনি হৃদয়ঙ্গম কৰি দুখৰ গভীৰ নিশ্বাস এটা পেলালে স্বপন তই মোৰ কথা নামানি কৰা সাধাৰণ ভুলৰ পৰিণাম আজি তোৰ লগতে ময়ো ভুগিছোঁ।

অনুতাপে হৃদয দংশন কৰা স্বপনে মাকক নিজৰ নিলৰ্জ্জ মুখখন দেখুৱাবলৈ অপৰাগহৈ বাগৰ সলালে।

মাকে উঠি এহাতে পুতেকৰ মূৰত আনহাতে ভৰি দুটা মোহাৰি দি দুখ প্ৰকাশ কৰিলে— তই মোৰ খবৰ ল'ব নালাগে বাৰু কমেও নিজৰ শৰীৰ প্ৰতি খবৰ ৰাখি যত্ন ল'ব লাগিছিল। অন্তঃসত্ত্বা অলঙ্কৃতাজনীক খেদি দি বৰ বেয়া কাম কৰিলি কিন্তু, তই পুৰুষ হিচাপে নাৰীক ৰক্ষণা-বেক্ষন দিয়াতোহে প্ৰকৃত ধৰ্ম্ম।

অনুতপ্ত স্বপনে মাকলৈ ঘূৰি চায় জনালে মোক আৰু নজলবা মা।

চা বাচা অন্তৰৰ দুখ অনুশোচনাৰে আনক জনালেহে দুখ পতিযালেহে অন্তৰৰ দুখ বেদনাৰ বোজা পাতল হয়, মন শীতল হয়। মই এটা ডাঙৰ কথা শুনিহে নিজে সুধিবলৈ আহিলোঁ। কথা এটা শুনিছোঁ হয় নেকি বাৰু।

স্বপনে অন্যমনস্কভাৱে জনালে— শুনিছা যদি হয়।

কেইবাযোৰা মানুহ আহি মোক ক'লেহি বোলে নৈৰ ওপৰত সজা নতুন ব্ৰীজখনৰ বোলে খুঁটা বহি গ'ল আৰু হেনো দলঙৰ ঠাযে ঠাযে ফাট মেলিছে কথাটো বাৰু মিছা নহয় নে স্বপন। আকৌ পুতেকৰ কাষতে বহিল প্ৰণতি।

মিছা নহয় সঁচা কথা কিন্তু তাৰবাবে অকল মোকে নিলম্বিত কৰা নাই। সন্দেহতে আৰু কেইবাজনকো কৰিছে।

স্বপন কথাতো বৰ সহজে কৈ পেলালি যে স্তম্ভিত হৈ উঠিল প্ৰণতি।

পানীযে ভাঙিল, ঠিকাদাৰ, মহৰী, লেবাৰে বদমাছি কৰিলে মই কি কৰিম। তাৰবাবে ডিপাৰ্টমেণ্টে যি একশ্যন লয় লৈ থাকক।

হেৰৌ বোপাই প্ৰজাই ভুল কৰিলে সেই ৰাজ্যৰ ৰজাৰ গাতে সমস্ত দোষ পৰে, তাতে অৰ্থৰ ভাগ লোৱা জন সম্পূৰ্ণ দোষী। শুন বাচা, ৰাজ্য বা কাৰ্যভাৰ যাৰ গাত ন্যস্ত থাকে তেওঁ লাচিত বৰফুকন জোৱান অব আৰ্ক ঝান্সি ৰাণী লক্ষ্মীবাঈৰ দৰে দেশপ্ৰেমী হ'ব লাগিব। অক্ৰুৰৰ দৰে ৰাজ্য বা ৰজাৰ বাবে জীৱন দিব পৰা সেনাপতি হ'ব লাগিব। লেনিনৰ দৰে নিষ্ঠাবান কৰ্ম্মবীৰ সুনি পুন নাযক হ'ব লাগিব। বা অটল বিহাৰী বাজপেযীৰ দৰে ধীৰ স্থিৰ সত্য নিষ্ঠাবান নেতা হ'ব লাগিব। মহাত্মা গান্ধীৰ দৰে স্বদেশৰ বাবে ত্যাগী পুৰুষ হ'ব লাগিব। তেহে অনন্তকাল স্মৰণীয সেই বীৰ বীৰঙ্গণা। তই নভবা নিচিন্তাকৈ কৈ দিলি ডিপাৰ্টমেণ্টে যি কৰে কৰিব বুলি। ঈশ্বৰে নকৰক যদি তোৰ চাকৰি যায় তেনেহ'লে. ।

গ'লে যাব তেনেই সহজভাৱে কৈ পেলালে চিন্তা শক্তি লোপ পায়। অমূল্য জীৱনৰ প্ৰতিমোহ হেৰাই যোৱা অন্তিমৰ ক্ষণ গণা স্বপনে।

আৰে চাকৰি গ'লে খাবি কৰ পৰা, মাক স্তম্ভিতহে উঠিল।

বেঙ্কবেলেঞ্চ আছে নহয়, বাকি সাজি থোৱা আছে নহয় দুমহলীয়া ঘৰ। বেঙ্কৰ টকাৰ সুদ পাম, ঘৰ ভাড়া দিম বচ চাকৰি নকৰিলেও চলি যাব।

বাচা স্বপন তোক আৰু মই বুজাব নোৱাৰিলোঁ সৈমান আৰু তই কোনো দিনাই নহ'লি। এই উশৃঙ্খল অদূৰদৰ্শী মনোভাৱ অবিবেচক নীতি আৰু কল্পনাৰ অবাস্তৱ আকাশত চাওপাতি সৌন্দৰ্য্য উপভোগত আপোন পাহৰাহৈ নিজক বিলাই দি তৎক্ষণাত উত্তেজিত মুহূৰ্ত্তত খণ্ডৰ বশবৰ্তী হোৱাৰ বাবেই এই কম আয়ুসৰ জীৱনত প্ৰস্তাৱো আত্ম উপলব্ধি কৰিবলৈ শিকা নায। তই মনত ৰাখিবি স্বপন অহংকাৰ আৰু অপৰিসীম ক্ষুদ্ধাই পতনহে আনে।

বিচ্ছিন্ন মনৰ ভগা অন্তৰৰ স্বপন এইবাৰ বিচলিত হৈ উঠিল সি আৰু সহিব নোৱাৰিলে— মা আৰু কিয় অভিশাপ দিয়া মোক ।

মাক চক খাই উঠিল— আৰে স্বপন মাকে পুতেকক অভিশাপ দিয়া মানে সৃষ্টিযেই বৃথা হৈ যাব। জন্মদাতা পিতৃ মাতৃযে ইহ ধাম ত্যাগ কৰাৰ পূৰ্বে সন্তানৰ সুখময় সংসাৰ জযজয় মযময অৱস্থা দেখি যাবলৈ পৰম হাবিয়াস কৰে। সেয়া দেখা পালেহে আত্মাৰ চিৰ শান্তি হয়। তোৰ বাবে মোৰ হৃদয়ত কিমান সহানুভূতি আত্ম গৌৰৱ মঙ্গলময় আৰ্শীবাদ পুঞ্জিভূত হৈ আছে তাক হনুমানৰ দৰে বুকুফালি দেখুৱাব পৰা হ'লে বুজিলিহেঁতেন।

স্বপনৰ অন্তৰ অনুশোচনাৰে ভৰি পৰিল। সৰু কালৰ পৰা মাকৰ অপত্য স্নেহ মাকৰ পৰম ত্যাগে কেনেকৈ তাক এখন দাযিত্বপূৰ্ণ উচ্চ আসনত বহুৱালে আৰু আজিও মাকৰ মতে চলাহলে অন্তিমত ভাবি তাৰ মন-প্ৰাণ মাকৰ প্ৰতি ভক্তিত আপ্লুত হৈ উঠিল। অজানিতে সি বিছনাৰ পৰা বেঁকাহৈ তলমূৰকৈ দুই হাতে মাকৰ চৰণ স্পৰ্শ কৰিলে— মা তুমি মোক ক্ষমা নকৰিবা জানো।

মাকৰ দুধাৰি অশ্ৰুলো বৈ আহিল গভীৰ সমবেদনাৰে সংবেদনশীল মাকে পুতেকৰ দুহাত একৰাই মূৰত হাত থলে— পুত্ৰই যিমানে উভতগোৰে নানাচক লাগিলে সজপথে চলিবৰ বাবে মাতৃৰ আৰ্শীষ উপদেশ সদায আছে সদায থাকিব স্বপন মোৰ বুকুৰ ধন।

মৰ্মান্তিক বেদনাৰে জনালে স্বপনে— মা জীৱনত মই যি মাৰাত্মক ভুল কৰিলো তাক যেন আৰু শুধৰোৱাৰ পথ নাই। মই জীৱনৰ সুখ শান্তি চিৰকালৰ বাবে যেন হেৰুৱাই পেলাইছো।

মাকে অতীতক সুঁৱৰি গভীৰ দুখৰ নিশ্বাস এটা পেলায জনালে। পূৰ্ব পুৰুষৰ ভুলক্ৰমে আজিও আমাৰ পৰিযালত পাপৰ প্ৰতিফল ভুগি প্ৰায়শ্চিত্ত হৈ আছে। পিতৃ

মাতৃযে ভুল কৰিলে তাৰ পৰিণাম সন্তান নাতি পুতিযেও ভুগিব লগা হয়। নৰঘাতকি, নাৰী হত্যাকাৰী, গো বধকাৰী, গুৰু হত্যাকাৰী, জীৱজন্তু চিকাৰী, দেশদ্ৰোহী, বিশ্বাসঘাটকি কিছুমান বংশ অভিশপ্ত হৈ সম্পূৰ্ণ ই চিৰ পঙ্গু অথবা নিঃশেষ হৈ যায়। মৰ্ম্মান্তিক দৈন্যতাৰ মাজেৰে, তেজৰ সম্বন্ধ আটাইতকৈ ডাঙৰ বস্তু। মই তোক আগেযে এদিন সাৱধান কৰি দিছিলোঁ। পুত্ৰৰ আগত ব্যক্ত কৰিবলৈ লাজৰ বিষয় যদিও সত্যৰ উদ্‌ঘাটন কৰাতো মানৱীযতাৰ কথা।

তুমি কি ক'ব বিচাৰিছা মা—প্ৰশ্নবোধক চাৱনিৰে অপলক নযনে চাই ৰ'ল স্বপনে। অতীত স্মৰণাত, বিদ্বেষত উত্তেজিতা হৈ অম্লানভাৱে ব্যক্ত কৰি যোৱা মাকৰ মুখখনলৈ।

শুন তোৰ কাকৰ মিলিটেৰিত থাকোঁতে কিমান ন্যায অন্যায কৰিছিল মই নাজানোঁ। কিন্তু চৰিত্ৰৰ অৱনতি অৱশ্যে ঘটিছিল সেইযে তাৰ প্ৰত্যক্ষ প্ৰমাণ তেওঁৰ যেতিযা জঘন্যত্বম ছিফিলিছ ৰোগে দেখা দিলে তেতিযা তোৰ আইতাৰ নিজেও জালা যন্ত্ৰণাত ভূগি তিলতিলকৈ মৃত্যু মুখত পৰাৰ ভযত সমাজ বৰ্জ্জিত চৰিত্ৰহীন ককাৰক এৰি পলাই আহি মোক বচালে কিন্তু নিযতীযে পাচ নেৰিলে। তোৰ দেউতাৰ পুলিচত থাকোঁতে এবাৰ এজনী নিৰিহ দুখীযা অবলা নাৰীক কিবা অজুহাত দেখুৱাই আনৰ দোষত সাঙুৰি অপবাদ জাপি এৰেষ্ট কৰোৱাই আনি বাকী নিশাৰ কথাখিনি তোক মই আৰু কেনেকৈ ক'ম। নাৰী সংক্ৰান্তত কেইবাটাও জঘন্য কামত লিপ্ত হৈছিল তেওঁ। নাৰীৰ জীৱনৰ মূল্য সতীত্ব আৰু মাৰ্যদাক কেনো দিন সন্মান কৰা নাছিল তেওঁ। সেই মহাপাপৰ পৰিণাম নিচ চৰিত্ৰহীনতাক লুকুৱাব নোৱাৰা গণোৰীযাই পালে তেওঁক। সেইযে চৰম লজ্জা মহা বিপৰ্য্যযত তেনে নাৰী লুণ্ঠনকাৰী নীচ অসৎ পুৰুষৰ মুখ নাচাওঁ বুলি মইও আইতাৰৰ দৰে সেই অন্ধ প্ৰেমত আবদ্ধ হোৱা মানুহটোৰ কাষৰ পৰা তোক বুকুত বান্ধি মাৰ লগত পলায় আহি মোৰ এই ককা আইতাৰ ঘৰতে আশ্ৰয ললেহি আৰু এটা ডাঙৰ কথা এদিন এজন সন্ন্যাসীক তেওঁৰ আশ্ৰমৰ পৰা ধৰি আনি ভক্তপ্ৰাপ্ত অনুদানৰ ধন সোণ কাঢ়ি মিছা অভিযোগত তেওঁক ডকাইত সাজি তোৰ দেউতাৰে বিষযাৰ বাব দেখুৱাই ইমানেই প্ৰহাৰ কৰিলে যে অৱশেষত সেই নিষ্পাপ ঈশ্বৰ আত্মাৰ বিশ্ব কল্যাণকামী সন্যাসীজনৰ দেহাৱসান ঘটিল। কিন্তু পুণ্যত্মাসন্ন্যাসীজনে কৰুণ মৃত্যুৰ আগমুহূৰ্তত অভিশাপ দি গৈছিল। এই বুলি "তোৰ পো নাতি পৰিণাতিযেও এই জঘন্যত্বম নৰহত্যাৰ পৰিণাম তিল তিলকৈ ভুগিব লাগিব।" সেই মহান সন্ন্যাসী তপস্বীৰ অভিশাপৰ পৰা মুক্ত হবলৈ মোৰ বংশ ৰক্ষা কৰিবলৈ হিন্দু ধৰ্ম্মৰ সংস্কাৰ পূৰ্ণ নীতিৰে আজিও মই বেদৰ

অধিকাৰী ব্ৰহ্মজ্ঞ সকলক দান দক্ষিণা দিওঁ পৰিত্ৰাণহে আশীষ লাভৰ বাবে আৰু ভগৱান ভগৱতীৰ চৰণত মোৰ জীৱন উৎসগী তইঁতৰ উত্তৰোত্তৰ উন্নতি কামনা কৰি ব্ৰহ্মশাপৰ পৰা মুক্ত হবলৈ কামনা কৰোঁ। দেখিছুই আগৰ ঋষি মুনি সকলৰ ব্ৰহ্মশক্তি আৰু অভিশাপৰ পৰিণাম। আজিও তেওঁলোকৰ সেই শক্তি আছে অৱশ্যে তপস্যাৰ দ্বাৰা পাপ মুক্ত হোৱাৰ পথো ভগৱানে দি গৈছে।

এইবাৰ স্বপনে ধীৰে ধীৰে পকাত নামি আঁঠুকাটি দুই হাতে মাকৰ চৰণত ধৰিলে। অন্তৰৰ বেদনাবোৰ প্লাৱিতহে চকুৰেদি ধাৰাসাৰে বৈ আহিল চকুলোঁ মা সঁচাকৈয়ে তুমি মোৰ বাবে ভগৱতী। এই জঘন্যতম কাহিনী তুমি মোক কিয় আগেয়ে নুশুনালা। এতিয়াতো জোৰ পুৰিহাত পালেহি নুমুৱাম কেনেকৈ মা, দেউতা আৰু ককাই যেনেকৈ পাপৰ পৰিণাম নিলৰ্জ্জভাৱে ভূগিলে মইও তেনেকৈ দুষ্কৰ্ম্মৰ প্ৰতিফল ভূগিবলৈ প্ৰস্তুত হ'বৰ বাবে অহৰহ প্ৰচেষ্টা চলাইছোঁ। কিন্তু আত্মাই তাত দুৰন্ত বাধা দিছে।

প্ৰলযঙ্কৰ বাক্য শুনি মাকৰ বুকু কঁপি উঠিল। হ'ল কি স্বপনৰ উত্তৰ বিচাৰিলে হযতো সকলো ঠানবানহে নাইকিয়া হৈ যাব বুলি ভাবি মনলৈ যুৱকালৰ সমস্ত শক্তি আনি সঞ্চিত ধৰ্ম্ম কৰ্ম্মৰ পৱিত্ৰ পূৰ্ণ্য ফলখিনি মূলধন হিচাপে লৈ পুতেকৰ দুবাহুত ধৰি উঠাই জোৰ কৰি চকী এখনত বহুৱাই দিলে। চা স্বপন দুৰ্ব্বহ বেদনাপূৰ্ণ অতীতক মনৰ পৰা নিঃচিন্ন কৰি মোৰ আৰু পূৰ্বপুৰুষৰ সঞ্চিত পূৰ্ণ্যৰে এখন নতুন সুখৰ সংসাৰ তোৰ যোগে গঢ়াৰ পৰিকল্পনা কৰি তোৰ মনত বিদ্বেষ বা বিতৃষ্ণাৰ ভাৱ জগাই অতীতৰ দুখৰ বোজা তোৰ মূৰত সুমুৱাই দি নিজক তুচ্ছ ভাবি উন্নতিৰ অন্তৰায হ'ব বুলি মই অতীতক পাহৰণিৰ গৰ্ভত জাহ যোৱাব খুজিছিলোঁ। এতিয়া কথা হ'ল তই পুৰুষহে ইমান পাছ নুহঁহকিবি। বাহুত পৰম বল বুকুত অসীম শক্তি মনত সৎসাহ লৈ কঁকালত টঙালি বান্ধি ল চাওঁ কোন শত্ৰুৱে বশ কৰিব পাৰে তোক, প্ৰথমে মনৰ ৰিপু দমন কৰ ইন্দ্ৰিয সংযম কৰা ভগৱান ভগৱতীৰ ওপৰত বিশ্বাস ৰাখ, মই জানো তোৰ সকলো দুদৰ্শাৰ মূল কাৰণ হ'ল অলঙ্কৃতাক ত্যাগ। এই মুহূৰ্তত মই প্ৰতিজ্ঞা কৰিলো অলঙ্কৃতাক মই ঠেক পৃথিৱীখন পৰিভ্ৰমণ কৰি হলেও যি কোনো উপায়ে আনি দিম। মোৰ দৃঢ় আত্মবিশ্বাস আছে অলঙ্কৃতাই তাইৰ ধৰ্ম্ম আৰু সতীত্বৰ বলেৰে তোৰ জীৱন গঢ়ি দিব আৰু আমাৰ বংশ বিস্তাৰ ইতিমধ্যে হৈছে নিশ্চয। মই আহোঁ স্বপন। মই ঘূৰি নহালেকে তই ধৈৰ্য্য সহকাৰে থাক বুকুত অসীম সাহসলৈ— ভগৱান ভগৱতীক শিৰত স্থান দি প্ৰতিশ্ৰুতি ৰক্ষাৰ অৰ্থে জয় মা

ভৱানী বুলি নামলৈ সম্পূৰ্ণ আত্মবিশ্বাসেৰে যাবলৈ উদ্যত হ'ল প্ৰণতি।

সচকিত হৈ উঠিল স্বপন চকীৰ বাৰত ধৰি লাহে ধীৰে সি বহাৰ পৰা উঠিল— মা তুমি অলঙ্কৃতাৰ কোনো ঠিকনা নজনাকৈ দিশহাৰৰ দৰে বিচাৰি যাবা ক'ত তাইক, তাই যদি মোক সঁচায় ভাল পায় তেনে নিজেই ঘূৰি আহিব।

তাই তোক বেয়া পাই অৱমাননা কৰা হলে অন্য এটাকে গ্ৰহণ কৰিলেহেঁতেন। মোৰ দৃঢ় বিশ্বাস তাই তেনে কাম কৰা নাই। কাৰণ তোৰ বন্ধু কমলৰ মুখৰ পৰাই মই সবিশেষ শুনিছোঁ। অলঙ্কৃতাই ভাবিছে তই ইতিমধ্যে প্ৰিয়দৰ্শনিক বিয়া কৰাই আনিলি গতিকে তোৰ জীৱনত বাধাৰ স্বৰূপ নহওঁ বুলিয়েই তাই তোৰ সুখ শান্তিৰ বাবেই তোৰ নিৰ্দেশ মানি ঘৰ ত্যাগ কৰি গ'ল। তই ন্যজান সতী নাৰীৰ অন্তৰাত্মা সাক্ষাৎ লক্ষ্মী দেৱীৰ প্ৰতিৰূপ।

সৰ্বস্ব হেৰুৱাই একেবাৰে অকলশৰীয়া অনুভৱ কৰিলে স্বপনে। এতিয়া সি তেনেই নিঃসঙ্গতা বোধ কৰিলে। তাৰ বন্ধু বান্ধৱ সতীৰ্থ সহকৰ্ম্মী আত্মীয় স্বজন সকলো হেৰাই আঁতৰি গ'ল। কোনো দিন সহাৰিৰ বাবে কোনোৱেই আৰু আগবাঢ়ি নাহে। এতিয়া তাৰ দুৰ্বল মনে ভাবিলে মাকো যদি আঁতৰি যায় তেন্তে মহাকালে আহি মুহূৰ্ততে যেন তাক গ্ৰাস কৰি পেলাবহি। তথাপি মা তুমি অকলে যাব নালাগে তুমি যদি ক্ষন্তেকো মোক এৰি যোৱাঁ তেন্তে মই অকলশৰীয়া হলে মোৰ যেন সকলো শেষ হৈ যাব মা— মোৰ মনক তোমাৰ বুকুত আশ্ৰয় দিলে সাহস যোগালে যেন হাজাৰ শত্ৰুৱেও মোক আৰু একো কৰিব নোৱাৰে । মা তুমি আজি মোৰ জ্ঞান চকু মোকলালা মাতৃ আৰু সন্তানৰ যুগমীয়া অবিচ্ছিন্ন সম্বন্ধক পুনৰবাৰৰ বাবে প্ৰতিষ্ঠা কৰিলা হৃদযত। মোৰ খুউৰ্ব ভয লাগিছে মা। তুমি মোৰ সন্মুখত সাক্ষাৎ ভগৱতী— দুই হাত যুৰি প্ৰাৰ্থনা কৰিলে যেন স্বপনে— মোক অকলে এৰি থৈ নাযাবানা মা। নহলে কিবা হৈ যাব মোৰ । অজান আশঙ্কাত গাৰ নোমবোৰ তাৰ ডাল ডালকৈ শিঁযৰি উঠি মন আকাশ মেঘাচ্ছন্ন হৈ অন্তৰখন ঠক ঠককৈ কঁপি উঠিল । এই যেন গ্ৰহণ লাগি গ্ৰাস কৰি পেলাব তাক।

ধাৰাসাৰে বৈ অহা পুতেকৰ চকু পানীখিনি চাদৰৰ আঁচলেৰে মচি দি মাকে তাক নিৰ্ভযদি দৃঢ়তাৰে জনালে চা স্বপন মই অকলশৰে যাবলৈ ওলোৱা নাই। মোৰ শৰীৰত, মোৰ হৃদযত ভগৱান ভগৱতী বিৰাজমান। তই মোক বাধা নিদিবি স্বপন কাৰণ বীৰ বীৰাঙ্গণাৰ লক্ষণ হ'ল প্ৰতিশ্ৰুতি আৰু প্ৰতিজ্ঞা জীৱন দি হলেও পালন কৰাতোঁ। মই মনত সঙ্কল্প ল'লো, ঈশ্বৰৰ নামত শপত খালো গতিকে মোৰ বাক্য

ব্যৰ্থ কৰাৰ প্ৰয়াস নকৰিবি । ৰখি থাকিলেও বা নাথাকিলেও কৰ্ম্ম ফল প্ৰাপ্ত হ'বই। ঈশ্বৰে মঙ্গল কৰক, মই আহোঁ।

কৈয়ে মাক প্ৰণতি লৰা-লৰিকৈ ওলায় আহি নিজৰ থকা গুদাম ঘৰটোত সোমায় ভগবান ভগৱতীৰ চৰণত শিৰ থৈ মনোবাঞ্ছা জনাই সিদ্ধি কামনা কৰি পুনৰ দুৱাৰখন জপায় ওলায় আহিল প্ৰবল আশাঁ বুকুত বান্ধি।

কেইবাটাও সৰু বৰ ষ্টেচনত বৈ পুনৰ পাৰহৈ আহি এইবাৰ ৰেলখন ৰ'লহি ভৱানীপুৰ ষ্টেচনত।

প্ৰণতিয়ে খিৰিকীযেদি চাই পকাৰ ডাঙৰ ফলকখনত 'ভৱানীপুৰ' ষ্টেচন লিখি ৰখা দেখি মনটো মা ভৱানীৰ প্ৰতি আপোনা আপুনি দোঁ খাই পৰিল। ভোকে পিযাহে জৰ্জৰিতা প্ৰণতিয়ে দেখা পালে বহুতো মানুহে নামি গৈ 'পিনেকা পানী' লিখি থোৱা ঠাইৰ পৰা কিছুমানে টেপ খুলি হাতেৰে আজলি ভৰাই, কিছুমানে চলুৱে চলুৱে আৰু কিছুমানে গিলাচেৰে লৈ পানীখাই পিযাহ গুচাইছে অতি তৃপ্তিৰে।

প্ৰণতিয়ে ভোক পিযাহ গুচাবৰ বাবে ৰেলৰ পৰা নামি আগবাঢ়ি আহি মানুহৰ ভিৰ কমাৰ পাছত পানী টেপৰ কাষ চাপি প্ৰথমে হাত মুখখন ধুই তাৰ পাছত আজলি ভৰাই মনৰ হেঁপাহেৰে পেটৰ এটা অংশ পূৰহোৱাকৈ পানী খাই ল'লে । তাৰ পাছত দেখা পালে এজন বুঢ়া মানুহে জাহাজী কল কেই আষিমান ভগা পাচি এটাতলৈ বেচিছে। প্ৰণতিয়ে ভাৱিলে য'তে ত'তে নোখোৱা মানুহ যেতিয়া কল একআষিমান কিনি আধাখাই আধা খিনি অলঙ্কৃতাক পালেই দিম বুলি ভাবি আগবাঢ়ি আহিল আৰু বুঢ়া মানুহজনৰ কাষ চাপি সুধিলে— হয়নে কলৰ আষিৰ দাম কিমাননো।

বুঢ়াজনে এলাহত মুখেৰে একো নামাতি দুই হাতৰ আঙুলিকেইটা মেলি দি দেখুৱালে।

প্ৰণতিয়ে বুজি পাই ক'লে— এহ আষিত দহটকা নিদিওঁ দেই। আমাৰ ঘৰত হ'লে বাৰীৰ কল মানুহক এনেয়ে খাবলৈ বিলাই দিওঁ, তুমি বুঢ়া মানুহে বেচিছা আঠ টকা দিম দেই।

এলেহুৱা বুঢ়াই একো উত্তৰ নিদি অন্তত একআষি হ'লেও কল বিক্ৰী হোৱাৰ আশাঁত ৰ'ল।

প্ৰণতিয়ে ইতিমধ্যে কঁকালৰ খোচনাৰ পৰা হাঁচতিখন খুলি এখন তামোল-পাণ চূণ লগাই প্ৰথমে বুঢ়াক দিলে বুঢ়াই বৰ আগ্ৰহেৰে তামোল-পাণ গ্ৰহণ কৰি বৰ তৃপ্তিৰে মুখত সুমুৱালে।

প্ৰণতিযেও এখন তামোল-পাণ মুখত ভৰায় হাঁচটিৰ ইটো আগৰ পৰা গাঁঠি খুলি দহটকীয়া নটখন দিলে— দুটকা ঘূৰাই দিযাঁ।

টকা গ্ৰহণ কৰি এইবাৰ কিন্তু বুঢ়াই মাত দিলে আমাৰ কাসে দুই টাকানেই মা, সেজন্য আৰু চাৰটা কলাই নিযাজান।

এইফালে ৰেলে দীঘলকৈ উকি মাৰি যোৱাৰ সঙ্কেট দিলেই। প্ৰণতিয়ে হুইচেল শুনি লৰালৰিকৈ হাঁচতি সামৰিলে এহ মোক আৰু কল নালাগে বুজিছা । এই আষিযে যথেষ্ট, খুচুৰা টকা দুটা হাতত থাকিলে কিবা এটা কিনিবলৈকে সুবিধা হয। চোৰাঁচোন বাৰু জেপটো খুচুৰা আছেই কি জানিবা।

বুঢাই জোৰ দি ক'লে– সত্যে নেইতো আমাৰ কাসে মা, আপনাৰাই আমাৰ প্ৰথম বহনি কৰছেন, মা কালী আমৰা মিথ্যা বলি নেইতো।

প্ৰণতিযে মা কালীৰ শপত শুনি মনতে মা–ভৱানীক প্ৰণাম কৰি টকা দুটাৰ মোহ এৰি কল আষি হাততলৈ পৱিত্ৰতাৰে চাই উঠি আহিবলৈ লৈ দেখে ট্ৰেইন খনে উকি মাৰি খচ খচকৈ প্ৰথমে ধীৰে ক্ৰমান্বযে তীব্ৰবেগ লৈ চলি গুচি গ'ল। দৌৰি আহি উঠিব নোৱাৰা প্ৰণতিযে ৰেলখন চকুৰ আগৰ পৰা অন্তৰ্দ্ধান নোহোৱালৈকে ভেবা লাগি চাই ৰ'ল। এইবাৰ বিপদত পৰি কাৰোবাৰ সহাযৰ বাবে পাছলৈ চাই তেওঁৰ বুকু কঁপি উঠিল। হাঁয প্লেটফৰ্মখনযে ক্ষন্তেকতে জনশূন্য হৈ গ'ল । সহায়ৰ বাবে কল বেপাৰীজনক চালে কতা তেৰোঁ যে নাই আকৌ এবাৰ ঘূৰি চাই দেখা পালে হাতত সেউজীযা ৰঙা নিচানলৈ সঙ্কেট দিযা মানুহজন নিজৰ সৰু কোৱাটাৰটোত সোমোলগৈ। ষ্টেশ্যন মাষ্টাৰ বুলি কোনোলোক নাথাকে নেকি বাৰু এইবোৰ ষ্টেচনত সেইযে এই দাযিত্বহীনতাৰ বাবেই আজিকালি ৰেল দুৰ্ঘটনা বাঢি গৈছে। তেওঁৰ পুনৰ বাৰ চকুত পৰিল ঠাইডোখৰৰ নাম ভৱানীপুৰ। মনত তেওঁৰ আশাৰ সঞ্চাৰ হ'ল যদি মা ভৱানীযে কৃপা কৰি অলঙ্কৃতাৰ লগত ইযাতে মিলন ঘটায দিয়ে তেনেহ'লে জীৱন সাৰ্থক হ'ব, তেওঁ দেখা পালে দক্ষিণৰ ফাললৈ পথাৰ। তাৰ পাছত ৰিণিকী ৰিণিকী দেখা গৈছে চাৰিটা মান খেৰি ঘৰ। উত্তৰ ফাললৈ ৰেল লাইনটো পাৰহৈ প্ৰায় শূন্য শিলগুটি ছটিওৱা ৰাস্তাটো, স্বভাৱবশতঃ তেওঁৰ মন গাঁৱ মুখী নহৈ চহৰমুখী হ'ল কাৰণ অলঙ্কৃতা পঢ়া-শুনা ছোৱালী গতিকে নিশ্চয় প্ৰতিভা বিকাশৰ বাবে স্কুল চহৰত ল'ব নিশ্চয। কাৰণ গাঁৱসমূহত প্ৰতিভা বিকাশৰ স্থল চহৰ বাসীসকলে ঠেক পৰিবেশ ভাবি কেতিযাও নাপায়। তেওঁ দেখিলে হাতত দিনৰ সময়খিনি আছে। গতিকে অভিযান আৰম্ভ কৰাতো ভাল হ'ব। সেইয়ে তেওঁ ৰেল লাইনটো পাৰহৈ সৰু পাতল হাবিকণ এৰি তাৰ পাছত সৰু খালটো অনাযাসে পাৰহৈ ৰাস্তাত উঠিলহি। ক্ষন্তেক বৈ তেওঁ ভাবিলে পূবে আগবাঢিবনে পশ্চিমে যাব? না পশ্চিমলৈ যোৱা মানে পাছ হুঁহকা যেন হ'ব তাতোকৈ পূবে আগুৱাই যোৱাতোৱেই

ভাল হ'ব। কষ্টেকো নহে আগুৱালে তেওঁ, গন্তব্য পথত প্ৰণতিয়ে লগ পালে এটা মানুহ গাধ এটাৰ পিঠিত উঠি সন্মুখৰ ফালৰ পৰা আহি আছে। কিবা সন্তেদ ল'বৰ বাবে প্ৰণতিয়ে হাতখন ডাঙিলে হেৰি ৰ'বচোন। ইযাত কোনোবা ঠাইত আশ্ৰম বা থানা আছে নেকি?

মানুহটো নৰ'ল, মানে লেকামহীন গাধতো গৈ থাকিল সহানুভূতিহীন মানুহটোৱে মাথোঁ কৈ গ'ল আপকা বাত হামাৰা চমঝমে নাহি আতা।

প্ৰণতিয়ে মনতে ভাবিলে আজিৰ যুগত গাধৰ পিঠিত উঠি ফুৰা মানুহ গাধ নহে হ'বকি? তেওঁ পুনৰ দুটা মান ঘৰ পাৰ হ'ল। মানুহ কেইঘৰমানৰ সন্মুখত খেলি থকা ল'ৰা-ছোৱালীবোৰৰ অৱস্থা দেখি তেওঁ বুজি পালে ইহঁতে কোনো কথাৰ নিশ্চয সন্তেদ দিব নোৱাৰিব। পৰিৱেশটো উপলব্ধি কৰি তেওঁ বুজি পালে আৰ্থিকভাৱে অনগ্ৰসৰ এই অঞ্চল। হঠাৎ ভোকত তেওঁৰ পেটতো কোৰ কোৰাই শব্দ হৈ উঠিল মনুত পৰিল হাতৰ কল আছিলৈ। তেওঁ নবহিল কাৰণ সময়ৰ মূল্য আছে। সেইযে যাওঁতে যাওঁতে কল চিঙি বখলিযাই খাই গ'ল। ভোক লাগিছে গতিকে পকা কল পছলি পেট পাইছেগৈ। এইবাৰ তেওঁ আষিটোলৈ চাই দেখিলে আধাআধি কল খোৱা শেষ হৈ গৈছে আৰু খোৱাৰ মন আছিল যদিও মৰমে তেওঁক বাধা দিলত বান্ধি পেলালে। কাৰণ আধাখিনি বোৱাৰীক লগ পালেই দিব মানে মৰম সমানে ভগাব, বহুদূৰ আগবাঢিল কিন্তু তেওঁ ভবাধৰণে কোনো স্থান দেখা নাপালে য'ত মানুহে আশ্ৰয ল'ব পৰাতো সম্ভৱ ভাল আহল বহল বস্তুৰে ঠাহ খোৱা দোকান এখনো চকুত নপৰিল তেওঁৰ। ক্ৰমান্বযে প্ৰণতিৰ খোজবোৰ চুটি হৈ আহিল বুজি পালে অলপ হলেও তেওঁক বিশ্ৰামৰ প্ৰযোজন কাৰণ যথেষ্ট ভাগৰ লাগিছে। তাতে খালি পেটত কল খাই দিযাৰ বাবে গেচেও দিগদাৰি দি হামি আহি বুকুখন নালাগে মূৰটোও খুউব এটা ভাল লগা নাই। তথাপি কিন্তু মনৰ দৃঢ়তা পুৰা আছে খৰস্ৰোতা মনটো কিছু দুৰ্বল হৈ অহাত এবাৰ ভাবিলে ক'ত নামি দি কি ভুল কৰিলো বাৰু। আকৌ মনটো সবল কৰিলে কাৰণ আহিবৰ সময়ত ভগৱান ভগৱতীক সস্তাঙ্গে প্ৰণাম জনাই আহিছোঁ যেতিযা বিপদ কেতিয়াও নহয। কিন্তু নিজে মৰাত আপত্তি নাই বাৰে বাৰে চকুৰ আগত ভাঁহি উঠিল স্বপনৰ দুৰ্দশাৰ কথা। অলঙ্কৃতাক বিচাৰি নি তাৰ জীৱনটো পুনৰ সংস্থাপন কৰি দিব পাৰিলেই যথেষ্ট। বাৰু অলঙ্কৃতা ৰেলত উঠি অহা বুলি কৈছিল অকলশৰীযা এজনী মানুহ আৰু কিমান দূৰ যাব পাৰেনো বাৰু। নিশ্চয় আশে পাশে হ'ব । আকৌ মনত পৰিল সন্ধ্যা যেতিযা নামিছে তেতিয়া হ'লে ক'ত আশ্ৰয় ল'ব কাৰণ যেনেহ'লেও মাইকী মানুহৰ জীৱন গতিকে সন্ধ্যা

লাগিল মানে নিৰাপদ স্থানত আশ্ৰয় ল'বৰ হ'ল। এহ বৃদ্ধপ্ৰায় অৱস্থাত যি কোনো সহৃদয়শীল লোকে নিশ্চয় আশ্ৰয় দিব হঠাৎ তেওঁৰ কাণত পৰিল কোনোবা শিশুৱে মনৰ আনন্দত নাচি নাচি গাইছে বুঢ়া-বুঢ়ী ল'ৰা-লুৰি যাব লাগে হাতত ধৰি গাইছে মানে একেটা কলিকে যি মানে পাৰে সিমান জোৰেৰে সিমান খৰকৈ গাইছে আৰু জপিয়াইছে নিশ্চয়, প্ৰণতিয়ে শব্দ অনুসৰণ কৰি ইফালে সিফালে ঘূৰি চাই আগবাঢ়ি আহি হঠাৎ অলপ ডাঙৰ গেটখনৰ ভিতৰ ফালে দেখিলেই মৰম লগা ধৰিলে চুমা খাম যেন লগা সৰু লৰাটোৱে উধাই মুধাই একেটা কলিকে ঘূৰাই পকাই এঠেঙিয়াহে জপিয়াই জপিয়াই অকলে অকলে পৰম হৰিষ মনেৰে গাই গৈছে।

কণমানি আনন্দত আত্মহাৰা শিশুটি দেখি প্ৰণতিৰ ইমানহে ভাল লাগি গ'ল যে যেন কোনোবা এডোখৰ সৰগীয় ঠাইতহে তেওঁ আহি উপস্থিত হ'লহি আৰু কেইখোজমান আগবাঢ়ি আহি গেটৰ বাহিৰৰ পৰাই তেওঁ মাত দিলে মইনা এইপিনে আহাঁচোন মইনাতো।

মানুহ গৰাকী দেখি কণমইনাতো খেলা এৰি দৌৰি গেটৰ কাষ পালেহি। আইতা তোমাক কি লাগেনো।

মইনাৰ মৌ মিঠা মাতত প্ৰণতিৰ হিয়া পমি গ'ল গেটৰ লোহাৰ ৰডৰ ভিতৰেদি প্ৰণতিয়ে হাতখন সুমুৱাই মইনাটোৰ গালে মুখে মৰমৰ হাত বুলাই দিলে- মইনা তোমাৰ নামটোনো কি?

ৰ'বা তুমি মোলৈ মৰ্টন আনিছা নেকি।

আহোঁতে আনিবলৈ পাহৰিলো মইনা পইচা দিম মই তাৰে তুমি কিনি ল'বা হ'ব।

ইহ তুমি নাজানা নেকি সৰু ল'ৰা ছোৱালীয়ে পইচা চুব নাপায় নহয়। জানা মায়ে শিকাই দিছে মোক।

প্ৰণতিৰ মনত পৰিল বাৰু ৰ'বা মইনা কল এটাকে খোৱা।

ইহ কল নাখাওঁদেই আমাৰ মন্দিৰত পুৱা সন্ধ্যা কিমান মানুহে শৰাই দি কল নাৰিকল খাবলৈ দিয়ে মোক। থৈ দিয়ানা তুমিয়ে খাবা কল— কৈয়ে পুনৰ একেটা মনত পৰা কলিকে আওৰাই আগৰ দৰেই খেলিবলৈ লাগিল।

প্ৰণতিয়ে কণমানিটোৰ মৰম এৰি পুনৰ বাট বুলিবলৈ লওঁতেই হঠাৎ মনত পৰিল কণমানিটোৱে কোৱা মন্দিৰৰ কথা, ৰ'ল আকৌ ঘূৰি মাতিলে মইনা এইপিনে আহাঁচোন কথা এটা শুনাচোন।

এহ তুমি একোকে নিদিয়া খালি দিগদাৰ কৰি থাকা পায় মই খেলাৰ পাছত যাম ৰ'বানা।

কণমানিয খেলা এৰি আহিবলৈ আমনি পোৱা দেখি সুধিলে মইনা তুমি কোৱা মন্দিৰ ক'ত আছেনো?

মইনা ৰ'ল তুমি আমাৰ মন্দিৰ চাবা নেকি? কিমান ধুনীযা জানা আকৌ দৌৰি আহি গেটৰ কাষ পালহি— আইঁনা মই গেট খুলিব নোৱাৰোঁ নহয়। তুমি খোলাচোন

প্ৰণতিয়ে সমাদৰতে অভিভূত হৈ মইনাৰ মৰমত গেটখন খুলিলে ওঁ আহিলো মইনা

মইনাই আকৌ ক'লে— গেইটখন মাৰি দিয়া নহ'লে কিন্তু গৰু ছাগলী সোমায আমাৰ মন্দিৰৰ সব ফুল খাই দিব তেতিযা পূজাত কৰ পৰা ফুল দিব।

প্ৰণতিয়ে গেটখন মাৰি অতি আদৰেৰে মাইনাক কোলাত তুলিলৈ ইটোৰ পাছত সিটো মৰমৰ চুমা গালে মুখে উপচাই দি আনন্দত যেন আত্মহাৰা হ'ল— তোমাৰ নামটো মোক নকলা যে মইনা।

মইনাই প্ৰণতিৰ বাহু দুটাত ভেজাদি উঠি ক'লে। তুমি মোক সঁচাকে ভাল পোৱাঁ।

কেলেই নাপামনো তুমিযে ইমান ধুনীযা সোণমইনা, তুমিযে কিমান মৰম লগা

ঠিক আছে আগেযে তোমাৰ নামটো কোৱাঁ।

মোৰ নাম প্ৰণতি।

হেই আকৰিজনী ক'ৰবাৰ তোমাৰ নাম আইতাহে—

অ' পাহৰিছিলোৱেই হয মোৰ নাম আইতা। বাৰু এতিযা তোমাৰ নামটো কোৱাঁচোন।

মোৰ নাম বিতোপন।

বিতোপন, বাঃ বৰ ধুনীযা নাম বাৰু তুমি উপাধি কি লিখা?

উৱা তুমি একোকে নাজানা মোৰ নাম এটাহে বিতোপন। মোক এতিয়া তুমি কোলাৰ পৰা নমাই দিয়া। মই তোমাক আমাৰ মন্দিৰ দেখুৱাবলৈ লৈ যাম বাৰু।

প্ৰণতিয়ে বিতোপনক লাহেকৈ কোলাৰ পৰা নমাই দি ভাবিলে মোৰ যদি এনেকুৱা নাতি এটা থাকিলহেঁতেন।

কি ভাৱিছা আইতা নোযোৱাঁ নেকি?

অ' যাম ঠিক আছে বাৰু ব'লা।

অ' তুমি এতিয়া মোৰ আঙুলিত ধৰা নহ'লে তুমি পৰি যাবা?

প্ৰণতিয়ে আত্মতৃপ্তিৰে মুখত হাঁহি বিৰিঙাই সকলো দুখ ভাগৰ পাহৰি স্বৰ্গীয় আনন্দেৰে বিতোপনৰ হাতত ধৰি তাৰ সৰু খোজৰ লগত চপাই খোজ মিলাই আগবাঢিল। ঠেক ঠাই ডোখৰ পাৰহৈ দেখা পালে পাছ ফালখন বেচ আহল বহল। তাতে এটা ডাঙৰ ঘৰ তাৰ সন্মুখত ওখ কলছিৰ ওপৰত ত্ৰিশূল লগোৱা মন্দিৰটো। প্ৰণতিৰ ভক্তিত আপোন আপুনি হাত দুখন জোৰ খাই মুৰ দোঁৱালে।

বিতোপন আচৰিত হ'ল আৰে আইতা— মোৰ হাত এৰি দিলা কেলেই— হাঁহিলে সি— তুমি সঁচাকৈ বৰ আচৰিত দেই হৰিক ইমান দূৰৰ পৰা নমো কৰে নেকি কিবা। ব'লা ভিতৰৰ পৰা নমো কৰিবা। তেতিয়াহে হৰিয়ে ভাল পাব আকৌ হাতত ধৰি আগুৱালে।

ব'লা মইনা মই ভিতৰলৈ যাম বাৰু

আইতা তুমি এটা কাম কৰিবা।

কি কামনো মইনা?

তুমি অনা কল হৰিক দি দিবা। সব মানুহে দিয়ে জানা।

নিশ্চয দিম মইনা তুমি যি কোঁৱা মই তাকে কৰিম। মইনাৰ প্ৰতি প্ৰণতি ইমানেই অভিভূত হৈ পৰিল ভাবিলে। এই দেৱ শিশুটি নিশ্চয কোনোবা মহান ভক্তৰ সন্তান হ'ব মইনা তোমাৰ দেউতাৰ নামটো কিনো?

মোৰ নাম মইনা নহয আইতা, বিতোপন। মোৰ ক'ত দেউতাতো আছেগৈ। মা হে আছে, তুমি নাজানা নেকি ইযাত কোনো মতা মানুহ নাথাকে নহয। মাইঁতৰ অনাথ আশ্ৰমহে।

প্ৰণতিযে মনতে ভাবিলে পৰমেশ্বৰে ভাল ঠাইতে উলিয়ালেহি। প্ৰয়োজন হ'লে এই পৱিত্ৰ আশ্ৰমতে দুদিন কটায় অলঙ্কৃতাক বিচাৰি উলিয়াব লাগিব।

বিতোপনে মন্দিৰ পাই ক'লে আইতা এইয়া দেৱাদিদেৱ শ্ৰীশ্ৰী শিৱ মন্দিৰ। ইযাতে দেৱী দুৰ্গামাতৃও আছে। তুমি এতিয়া প্ৰথমে ইয়াতে নমো কৰা মই মাক মাতি আনোগৈ দেই । শুনা আইতা তুমি অনা কল হৰিক দিবা কিন্তু তেতিয়াহে তোমাক হৰিয়ে যি বিচাৰা তাকে দিব জানা।

আক্ষেপেৰে ক'লে প্ৰণতিয়ে, বিতোপন মইনা আঘিটোৰ পৰা আধাকল মই খালো নহয়। খোৱা আঘিৰ পৰা হৰিক প্ৰসাদ দিব নোৱাৰিম নহয়।

মই কৈছো নহয় তুমি দিব পাৰিবা। হৰিযে কিন্তু তোমাক কেতিযাও দোষ নধৰে।

তুমি কৈছা যেতিযা মই হৰিক কল দিম বিতোপন। প্ৰণতিযে দেখা পালে নিলগলৈ থকা ডাঙৰ ঘৰটোৰ কাষত কলৰ পাৰত কিছুমান মাইকী মানুহ কামত ব্যস্ত হৈ আছে।

বিতোপনে ক'লে আইতা কি চাই আছা তুমিনো। যোৱাঁ মন্দিৰৰ ভিতৰলৈ গৈ নমো কৰাগৈ। মই বাৰু মাক মাতি আনো দেই– কৈযে সি প্ৰণতিৰ হাত এৰি আশ্ৰমলৈ দিলে দৌৰ।

প্ৰণতিযে সভক্তিৰে মন্দিৰৰ ভিতৰলৈ সোমায আহি মূৰ দোঁৱাই কল কেইটা বেদিত থৈ দেখিলেই ভগবান ভগৱতীক সাক্ষাৎ পোৱা যেন লগা দেৱ দেৱীৰ প্ৰতি মূৰ্ত্তিৰ চৰণত পৰি আকুলভাৱে প্ৰাৰ্থনা জনাই সেৱা কৰিলে।

ইতিমধ্যে বিতোপনে তাৰ মাকক আনি অতিথি আইতাক প্ৰাৰ্থনাৰ পৰা উঠালৈ বাট চাই ৰ'ল নিস্তব্ধভাৱে।

প্ৰণতিযে সেৱাৰ পৰা উঠি আঁঠুকাঢি ব্যাকুলভাৱে কাতৰ কণ্ঠে প্ৰাৰ্থনা কৰি কৰুণভাৱে দযা ভিক্ষা বিচাৰিলে নিজ ইষ্ট দেৱ দেৱীৰ কাষত– হে মোৰ ইষ্ট দেৱ দেৱী জগদম্বে মা ভৱানী ত্ৰিলোকেশ্বৰী হে অৰ্ন্তয্যামী ত্ৰিলোকপতি মহেশ্বৰ হে ত্ৰিজগত স্বামী ভোলানাথ হে জগৎ প্ৰসৱিনী ব্ৰাহ্মাণ্ডতাড়িণী জগত মাতা দেৱী দুৰ্গা আই আপোনা সবৰ শ্ৰীচৰণ মই আজীৱন সভক্তিৰে পূজিলো কিন্তু তাৰ বিনিমযত পালো কি? মই স্বামীক হেৰুৱাব লগা হ'ল আৰু আজি পুত্ৰকো হেৰুৱাৰ পথত মোৰ পুত্ৰবধু আজি কেই বছৰ ধৰি নিখোজ। লাগিলে মোকে মাৰি নিয়ক তাৰ বিনিমযত, মোৰ বোৱাৰীক বিচাৰি দিযক। মই তেওঁক লগতলৈ যাম তেতিযা মোৰ ল'ৰাই প্ৰাণ পাব। মোৰ এটা নাতি থাকিব বংশ বৈ যাব মোক নিবংশ নকৰিব মোক নিঠৰুৱা নকৰিব। হে মোৰ ইষ্ট পৰম পূজ্য দেৱ দেৱী মোৰ এটাই কাতৰ প্ৰাৰ্থনা স্বীকাৰ কৰক মোৰ লখিমী বোৱাৰীক উলিয়াই দিয়ক। বুজিম তেতিযা ভক্তৰ প্ৰতি আপোনাসবৰ কৰুণা অপাৰ।

প্ৰাৰ্থনা শুনি থাকি থৰ লাগি বোৱা মাকৰ কৰুণ মুখখনলৈ বিতোপনে চালে।

মাকে ভাবিলে নিজৰ দ্বাৰা পৰিচালিত অনাথ স্ত্ৰী আশ্ৰমখনিৰ কথা। আশ্ৰমত

আশ্ৰয় লোৱা প্ৰতি গৰাকী নাৰীৰ অন্তৰত থূপ খাই থকা বিৰহ বেদনাৰ কাহিনী আৰু নিজৰ জীৱনৰ বিগত দিনবোৰৰ কথা। অৱশ্যে ত্যাগী, সংযমী ধৰ্ম্ম পৰায়ণ কৰ্ত্তব্য পৰায়ণ আত্মবিশ্বাসী সতীত্বৰ মহানতাৰ কথা ভাবি গৌৰৱেৰে নিজকে ধন্য মানিলে তেওঁ।

বিতোপনে দুখত অভিভূতহৈ মাকৰ কাষৰ পৰা আহি প্ৰণতিৰ বেদনাসিক্ত অশ্ৰুলো নিজ কনমানি হাতেৰে মোহাৰি দি ক'লে— আইতা নাকান্দিবা না হৰিয়ে তোমাৰ মনৰ কথা পূৰণ কৰি দিব। উঠা আইতা, চোৱাঁ মোৰ মা আহি বৈ আছেই তোমাৰ বাবে পাছফালে—

প্ৰণতি উঠি ঘূৰি চাই সচকিতহৈ উঠিল চকুৰে সঁচা দেখিছেনে মিছা দেখিছে বাৰু থমকি ৰ'ল তেওঁ।

বিতোপনৰ মাক স্তম্ভিত আৰে কোনো দিন নজনা নুশুনা এই অপৰিচিত আশ্ৰমত ওলালহি কেনেকৈ বাৰু নিজৰে ভ্ৰম হোৱা নাইতো চিনিও অচিনভাৱ জাগি উঠিছে কিয় বাৰু দিবা স্বপ্ন নহয়তো।

মূৰে ধৰা দি দুযো দুয়োলৈকে স্তম্ভিত হৈ চাই ৰ'ল।

বিতোপন আচৰিত হ'ল— মা, হ'ল কি তোমালোকৰ কি চাই আছানো দুয়ো দুয়োলৈকে।

দুযোৰে মাযাৰ স্বপ্ন ভঙ্গ হ'ল।

প্ৰণতিযে আবেগত সাবতি ধৰিলে অলঙ্কৃতা তুমি ইযাত। হে ভগৱান ভগৱতী আপোনাসবৰ অদ্ভুত লীলা ভক্তৰ মনোবাঞ্ছা সঁচায সিদ্ধি কৰিলে। পিঠিত চেনেহৰ হাত বুলাই দি আনন্দ অশ্ৰুলো বোৱাই দিলে প্ৰণতিয়ে।

অলঙ্কৃতাই হেৰোৱা ৰতন পুনৰ যেন হাততে ঘূৰাই পায় জোৰেৰে সাবতি ধৰিলে শহুৰেকক। অজানিতে করুণাসিক্ত অন্তৰৰ ব্যাকুলতা আনন্দ অশ্ৰুলোহে বৈ আহিল— মা আপোনাক পায আজি মই স্বৰ্গখনকে ঢুকি পাইছো মা তেখেতৰ ভালনে।

প্ৰণতিয়ে বন্ধন মুক্তহৈ অধিৰ ভাবে ৰহস্যৰ আঁত বিচাৰি সুধিলে অলঙ্কৃতা এই মইনাটোৱে তোমাক মা বুলি মাতিছে যে?

অলঙ্কৃতাই সগৌৰৱে জনালে মা আপোনাৰ নাতি ই মোৰ পুত্ৰ সন্তান বিতোপন।

অভাবনীয় অপৰিসীম আনন্দত দেৱ-দেৱীৰ পৰা আকাঙ্ক্ষিত বৰদান হাততে

পায় সীমাহীন উল্লাসত অভিভূতহৈ উঠিল প্ৰণতি তাৰ মানে তোমাৰ বিবাহিত সুখৰ জীৱনৰ বাঞ্ছিত পৰিণতি ই মোৰ স্বপ্নৰ সন্তান নাতিয়েকক স্বৰ্গীয় আনন্দেৰে— আঁকোৱালি ধৰি মৰম চুমা বৰষাই দিলে দুয়োখন গালত।

হয় মা— আবেগ মধুৰ ভক্তিভাৱে জনালে অলঙ্কৃতাই।

শৈশৱৰ আনন্দত আত্মহাৰা বিতোপনে স্বভাৱ সুলভভাৱে জনালে মা শুনা আইতা তোমালোক ৰ'বাচোন মই খেলিবলৈ যাওঁ দেই কৈয়ে সি টিকটিকৈকে লৰ মাৰিলে মন্দিৰৰ বাহিৰলৈ।

প্ৰণতিয়ে নাতিযেকৰ খোজ কেইটালৈ চাই আপ্লুত হৈ সুধিলে বিতোপনৰ জন্ম এই আশ্ৰমতেই হ'ল?

হয় মা, দীঘল নিশ্বাস এটা পেলালে পূৰ্ব্বৰ কথা সুঁৱৰিলে অলঙ্কৃতাই।

প্ৰণতিৰো মনত পৰিল বিগত কাহিনী। তেওঁ দুই হাত যুৰিলে মোক ক্ষমা কৰা অলঙ্কৃতা। স্বপনৰ হৈ মাক হিচাপে ময়ে ক্ষমা খুজিছোঁ তোমাক, তাকো ক্ষমা কৰি দিযা অলঙ্কৃতা।

মা কাৰো প্ৰতি মই বেয়া ভাব পুঁহি ৰখা নাই গতিকে ক্ষমাৰ কথাই নুঠে। মোৰ কাৰত সকলো মুক্ত-গহীনভাৱে জনালে অলঙ্কৃতাই— এইযা মোক গোৰ মাৰি গঙ্গাত পেলোৱা বুলিযেই শান্তনা লভিছো মই।

মোৰ এটা অনুৰোধ ৰক্ষা কৰিবানে অলঙ্কৃতা আবেগেৰে সুধিলে প্ৰণতিযে বোৱাৰীয়েকৰ মহানতাৰ কাৰত অৱনমিতহৈ।

অনুৰোধ কিয় মা আদেশ দিয়ক অনুগ্ৰহ কৰি।

অলঙ্কৃতা, মই তোমাক বিচাৰি আহিছিলো ঘৰলৈ লগত লৈ যাম বুলি।

দৃঢ়ভাৱে ক্ষোভেৰে জনালে— ক্ষমা কৰিব মা। মই অহাৰ দিনাই প্ৰতিজ্ঞা কৰি আহিছিলো সেই ঘৰলৈ আৰু ঘূৰি নাযাওঁ বুলি। প্ৰয়োজন হ'লে এই আশ্ৰমতে তেখেতকো লগ পাম। ততোধিক ইচ্ছা কৰিলে আপুনিও এই আশ্ৰমতে আজীৱন ঈশ্বৰৰ সেৱাতে জীৱন কটাব পাৰিব সুখ, শান্তিৰে। য'ত সংসাৰৰ মায়া মোহে জীৱন ব্যতিব্যস্ত কৰি তুলিব নোৱাৰিব। তাৰোপৰি নাতিকো পাব ইয়াতে।

চোৱাঁ অলঙ্কৃতা মোৰ নিজা বুলি ঘৰ এখন থাকোঁতে আৰু পুত্ৰক এৰি নিঠৰুৱাভাৱে আশ্ৰমী হৈ থাকোঁ কেনেকৈ, সেইখন তোমাৰো ঘৰ অলঙ্কৃতা। মোৰ জীৱনৰ শেষ শান্তিকণ তুমি মোক ঘূৰাই দিয়া অলঙ্কৃতা। ব'লা এইয়া মোৰ শেষ অনুৰোধ। চকু

পানী বৈ আহিল প্ৰণতিৰ।

স্পষ্ট ভাবে জনালে অলঙ্কৃতাই মা মই সতিনীৰ জীৱন যাপন কেতিয়াও কৰিবগৈ নোৱাৰোঁ। তাৰোপৰি এই আশ্ৰমৰ দায়বদ্ধতাত আছোঁ মই।

অলঙ্কৃতা আমি ভুল ভাবিছিলো স্বপনে প্ৰিয়দৰ্শনিক বিয়া কৰোৱা নাই নহয়। সি ঘূৰি আহি তোমাক বিচাৰিছিল। একেটা খণ্ডত মহো তাক এৰি এই কেইবছৰ তলৰ ঘৰতে অকলশৰে বাস কৰিলো। অৱশেষত ঘৰৰ বন কৰিবলৈ কোনোবা মহৰীয়ে তাক এজনী সৰু ছোৱালী দিছিল। কিন্তু ছোৱালীজনী বেমাৰী আছিল বাবে তায়ো মৰি থাকিল। ঘাত প্ৰতিঘাতৰ মাজেৰে এতিয়া তাৰ জীৱন শুদ্ধ হ'ল, সি মোৰ চৰণত ধৰি ক্ষমা প্ৰাৰ্থনা কৰিলে। সেইয়ে সংসাৰখন পুনৰ গঢ়ি থৈ যাওঁ বুলি তোমাক বিচাৰি আহিলো মই।

অলঙ্কৃতাৰ মন কুমলিল যদিও স্বামীৰ নিচাত্মক ব্যৱহাৰে তাইৰ ওপৰত মিছা সন্দেহত জাপি দিব খোজা কলঙ্কৰ কথা মনত পৰি সঙ্কোচিত হৈ আহিল তাইৰ মন। এপিনে মাতৃৰ আজ্ঞা আনপিনে অতীতৰ প্ৰতিচ্ছবি, দোদুল্যমান অৱস্থাত পৰি তাই শাহুৱেকৰ চৰণত ধৰি ক্ষমা প্ৰাৰ্থনা কৰিলে— মা মোক ক্ষমা কৰক। যিজন মানুহে মোৰ নিচিনা পতিপৰায়ণা সতীৰ চৰিত্ৰত ধৰি মিছা সন্দেহত দ্বিতীয় বিবাহৰ আশাত মজি মোক ঘৰৰ পৰা বাহিৰ কৰি দিব পাৰে তেনে পুৰুষৰ মই আৰু মুখ নাচাওঁ, ক্ষমা কৰক মোক মা।

বোৱাৰীযেকৰ মূৰত মৰমৰ হাত মোহাৰি প্ৰণতিয়ে হৃদয়ৰ পৰম আশাৰে জনালে— মোৰ বোৱাৰী অলঙ্কৃতা তুমি সতী মহিয়সী নাৰী, তোমাৰ অন্তৰ বিশাল আৰু পবিত্ৰ। তুমি ক্ষমাশীলা দয়াৱতী তোমাৰ অন্তৰ ত্যাগ, সংযম, উদাৰতা সহিষ্ণুতা ভক্তি আৰু দেৱীৰ প্ৰতীক হোৱাৰ বাবে এই ভৰ যৌৱনত নিজৰ কামনা বাসনা ত্যাগী আধ্যাত্মিক সাধনাৰে আশ্ৰম সেৱাত ব্ৰতী হ'ব পাৰিছা। ধন্য তোমাৰ সফল জীৱন ধন্য মোৰ ভক্তিৰ প্ৰতিফল। তোমাৰ আইতাৰ মোৰ আৰু তোমাৰ জীৱন একেডাল এনাজৰীৰে গঁঠা চোৱাঁ অলঙ্কৃতা অনুশোচনাৰে দগ্ধ হৈ জীৱন যেতিয়া পৰিশোধিত হয় তেতিয়া আৰু তেওঁক কোনো মায়া মোহে বশ কৰিব নোৱাৰে। অনুতপ্ত হৈ জীৱনত শুদ্ধ পথ বিচৰা লোকে বিগত তিক্ত অভিজ্ঞতাৰে আনকো উপদেশ দিব পাৰে। আজি স্বপনে নিজৰ ভুলৰ বাবেই মদৰ নিচাত অসৎ বন্ধুৰ সঙ্গত পৰি চাকৰিৰ পৰা নিলম্বিত হ'ল, সি এতিয়া বিৰহ অগ্নিত জ্বলি অনুতপ্ত হৈ চৌদিশ অন্ধকাৰময় দেখি মৃত্যু ক্ষণ গণিছে। মাতৃৰ হৃদয়ে এই কৰুণ দৃশ্য কেতিয়াও

সহিব নোৱাৰে । মোৰ ফালে মুখ তুলি চোঁৱা অলঙ্কৃতা। নিস্তব্ধইহে দোমোজাত পৰি তলমুৰকৈ থোৱা অলঙ্কৃতাৰ ঠুঁৰিটোত আবেগেৰে ধৰি অকম্পমান মুখখন উঠাই ধৰিলে— তুমি স্বপনৰ ধৰম পত্নী গতিকে তোমাৰ সুষম মানৱী দয়াৰে তাক অন্তৰৰ পৰা ক্ষমা কৰি নিদিবা জানো। তাৰ জীৱন শুদ্ধৰাই নিজ পৰিয়ালৰ উন্নতিত তুমি অৰিহণা যোগায় মহিয়সী নহ'বানে অলঙ্কৃতা। এইয়া পতিব্ৰতা সতী নাৰীৰ ধৰ্ম্ম বুলি মই ভাৱো।

দৃঢ়মনা অলঙ্কৃতাই ক্ষন্তেকতে অন্তৰৰ ভেদাভেদ ৰোষ ক্ষোভ ত্যাগ কৰি হৃদয়ৰ আবেগেৰে জনালে— তেখেত যেনেহ'লেও মোৰ স্বামী। অনুতপ্তহে যদি জীৱনৰ শুদ্ধ বাটত আগুৱাব খুজিছে তেনেহ'লে সহায়ৰ হাত আগবঢাবলৈ মই কেতিয়াও কুণ্ঠাবোধ নকৰো।

আশীষ যাচিলে প্ৰণতিয়ে— ধন্য হওক তোমাৰ অমূল্য জীৱন। সতী নাৰীৰ প্ৰতিমূৰ্ত্তি হৈ ৰ'বা তুমি সংসাৰত। যৌন ক্ষুধা ক্ষন্তেকীয়া, যৌন জীৱন দুদিনীয়া, সৎ পথে পৰিচালিতহে সমাজক ৰক্ষা কৰি সাধনাত সফল হোৱা জনেহে অমৰত্ব লাভ কৰে।

কিন্তু এটা কথা মা।

আচৰিত হ'ল প্ৰণতি— আকৌ কিন্তু কিহৰ কথা মোৰ সোণজনী। দায়িত্ব জীৱনৰ মুখ্য বস্তু তাৰ মানে অলঙ্কৃত— অপলক নয়নে চাই ৰ'ল বোৱাৰীয়েকলৈ কিজানিবা কিবা স্বত্ব আৰোপ কৰে।

এতিয়া এই আশ্ৰমৰ দায়িত্ব সম্পূৰ্ণ মোৰ ওপৰত ন্যস্ত । গতিকে কাৰো ওপৰত দায়িত্ব ভাৰ নিদিয়াকৈ মই হাততে বিশেষ কিবা এটা পায় আন বহুতৰ জীৱনৰ দায়িত্বক কেতিয়াও অৱহেলা কৰিব নোৱাৰো কাৰণ মই আত্মকেন্দ্ৰিক নহয়।

প্ৰণতিয়ে গৌৰেৱেৰে জনালে সেই বিষয়ত মোৰ সম্পূৰ্ণ আস্থা আৰু পূৰ্ণ সমৰ্থন আছে অলঙ্কৃতা। আশ্ৰমৰ পৰিচালনাৰ ভাৰ দায়িত্বশীল এগৰাকীৰ ওপৰত অৰ্পণ নকৰাকৈ পৃষ্ঠভঙ্গ দিলে অনুষ্ঠানত বিভীষিকাই দেখা দিব। বিশেষকৈ এই আশ্ৰম সতী স্ত্ৰীৰ গতিকে কলঙ্ক লগোৱাৰ পথত হয়তো বহুতে সুৰুঙা বিচাৰিব, তেনেহ'লে তুমি কি কৰো বুলি ভাবিছা মোৰ অলঙ্কৃতা।

প্ৰতিশ্ৰুতি দিলো যেতিয়া মই আপোনাৰ লগত নিশ্চয় যাম, এজন মানুহৰ জীৱন শুদ্ধৰোৱা মানে সমাজৰ লক্ষজনৰ জীৱন শুদ্ধৰোৱা হ'ব। মই পতি পৰমেশ্বৰ বুলিযেই মনো। তেওঁ যদি নাৰীক দেৱীৰূপত গ্ৰহণ কৰে তেনে মৰ্ত্তলে স্বৰ্গীয় আনন্দ

নিশ্চয় আহি পৰিব। মা মই আপোনাক এটা অনুৰোধ কৰোঁ।

কোৱাঁ অলঙ্কৃতা।

মই মোৰ বিশ্বাসী মোৰ অবিহনে দায়িত্ব ল'ব পৰা এগৰাকী আশ্ৰম বাসিনীৰ ওপৰত ভাৰ ন্যস্ত কৰি যাম আৰু মাজে সময়ে মই এই মহিয়সী আশ্ৰমলৈ আহি দিহা পৰামৰ্শ যাচি আমাৰ পাপৰ ধনখিনি পুণ্যৰ হেতু এই আশ্ৰমৰ মানৱ কল্যাণৰ বাবে দান দি, পৰিযালক অভিশাপৰ পৰা মুক্ত কৰি, এখন শান্তিময় দয়া মমতাৰে পৰিপূৰ্ণ প্ৰগতিশীল সংসাৰ গঢ়িম।

দয়াশীলা প্ৰণতিয়ে সগৌৰৱে জনালে— ধন্য হওক তোমাৰ জীৱন। তুমি মোৰ জীৱ দৰে মোৰ অন্তৰৰ পৱিত্ৰ শোণিত তোমাৰ অন্তৰতো প্ৰবাহিত। সেইয়ে হওক তোমাৰ দায়িত্ব ভাৰ এগৰাকী সহৃদযশীলা। নাৰীৰ ওপৰত ন্যস্ত কৰি ওলোৱা তাৰ বাবে মই চিৰ দিন অপেক্ষা কৰিবলৈ বাধ্য। দুই নাৱ দুই ভৰি সৃষ্টি কৰ্তাৰ হাঁতত জীৱন তৰি- ইযাকে ভাবি তেওঁ ভগৱানৰ ওপৰত ভৰষা ৰাখিলে।

আহক মা ভিতৰলৈ।

ব'লা মোৰ অলঙ্কৃতা।

দুযো সভক্তিৰে ভগৱান ভগৱতীৰ চৰণতশিৰ থৈ সেৱা জনায উঠি আশ্ৰমলৈ বুলি আগবাঢ়িল। আশাৰ সঞ্চাৰে নতুন পৰিকল্পনাৰে দুয়োৰো হৃদয় পুলকিত হৈ উঠিল।

পুৱতি নিশা ৰেলখন আহি নিজ চহৰৰ ষ্টেচনত ৰ'লহি, জাগি অহা অলঙ্কৃতা আৰু প্ৰণতিয়ে হামি একোটামাৰি আসনতে বহি থাকি অকণমান অপেক্ষা কৰিলে নামি যোৱা মানুহখিনিৰ ভিৰ কমিবলৈ।

মাকৰ কোলাতে শুই অহা বিতোপনক আইতাকে মুৰতো মোহাৰি দি সাদৰেৰে জনালে— বিতোপন মইনা উঠা ঘৰ পালোহি।

বিতোপনে সাৰপায় উঠি চকু মোহাৰি মোহাৰি সুধিলে ক'ত পালোহি মা।

অলঙ্কৃতাই যেন নিজকে প্ৰস্তুত কৰি ক'লে আমাৰ ঘৰ পালোহি বিতোপন উঠা নামিব লাগে।

আহাঁ মইনা— আইতাকে নাতিযেকৰ হাতত আলফুলকৈ ধৰি নামি আহিল প্লেট ফৰ্মলৈ।

পাছে পাছে অন্যমনস্কভাবে নামিবলৈ ল'লে অলঙ্কৃতা, অজান আশঙ্কাত তাইৰ মন আকাশত কলিযা ডাৱৰে যেন ঘণীভূত হৈ আগুৰি ধৰিলে। হঠাৎ তাইৰ মূৰতো আচন্দ্ৰাই কৰি আনিলে। সমস্ত পৃথিৱীখন তাইৰ চকুৰ আগত যেন অবিৰাম ঘূৰিবলৈ ধৰিলে। ৰেলৰ পৰা নামিবলৈ লৈ দুৱাৰখনত জোৰেৰে ধৰি লুটিখাই নপৰাকৈ কোনোমতে ৰ'ল তাই।

প্ৰণতিয়ে অলঙ্কৃতাৰ অৱস্থাতো দেখি আশঙ্কিত হৈ উঠিল। তেওঁ নাতিযেকৰ হাত এৰি ওপৰলৈ পুনৰ উঠি আহি বোৱাৰীযেকক সাৱতি ধৰিলেহি— অলঙ্কৃতা হৈছে কি তোমাৰ ভয় নকৰিবা। আচলতে নিশাটো টোপনিখতি হোৱাৰ বাবে তোমাৰ মূৰ ঘূৰাইছে, অকণমান ধৈৰ্য্য ধৰি নামা নহলে লুটি খাই পৰিব। লাগিলে সৰ্ব্বনাশ হ'ব।

অলঙ্কৃতাই নিজকে চম্ভালি এহাতে দুৱাৰত খামুচি ধৰি আনহাতে মূৰতো চেপি ধৰি জনালে— ৰ'বা মা মূৰতো বৰ বেযা লাগিছে চিন্তাই আউল লগাই দিছে মনটো।

স্বাভাৱিক কথা অলঙ্কৃতা কিন্তু মই লগত আছো গতিকে তুমি অকণো চিন্তা নকৰিবা মোৰ হাতত ধৰা চাবা লাহেকৈ নামিবা বৰ দ এইখন।

প্ৰথমে প্ৰণতি সাৱধানে নামিল।

অলঙ্কৃতাই শাহুৱেকৰ গাত হেঁচা দি ধৰি বেঁকাহে কোনোমতে খোঁবা খোৰাকৈ নামি আহি প্লেটফৰ্মত পৰিথোৱা লেতেৰা ধূলি মাকতিৰে ভৰা বেঞ্চ এখনতে বহিলহি।

প্ৰণতিয়ে সাদৰেৰে সুধিলে চাহ একাপ খাই ল'বা নেকি অলঙ্কৃতা, গাতো অকণমান ভাল লাগিব।

ৰেলষ্টেচনৰ লেতেৰা নোধোৱা গিলাচ কাপত মই চাহ কেতিয়াও নাখাওঁ দেই। তাতে বাহি গাৰে চাহ জলপান খোৱা অভ্যাস আজিও মই কৰা নাই ।

ঠিক আছে অকণমান বহি লোৱাঁ, ভালকৈ ৰাতি পুৱালে বিক্সা এখন লোৱা যাব।

বিতোপনে নতুন ঠাই দেখি ইফালে সিফালে চাই আনন্দ লভিলে, কিন্তু একে ঠাইত বৈ থাকি আমনিও পালে— মা ব'লানা যাওঁ ইয়াৰ পৰা।

যাওঁ বাৰু ব'লা মনলৈ জোৰ আনি বহাৰ পৰা উঠিল অলঙ্কৃতা।

প্ৰণতিয়ে পুনৰ ক'লে— কিবা এখন যান বাহন নহ'লে তাতে জনশূন্য পথেদি মাইকী মানুহ দুজনী সৰু ল'ৰাটোলৈ অকলশৰে যোৱাতো ভাল হ'ব জানো। তাতে আজিকালি ৰক্ষকেই ভক্ষক হোৱাৰ বাবেহে চিন্তা।

ভয় মোৰ জীৱনৰ পৰা কেতিযাবাই আঁতৰিল মা, তাৰোপৰি মই ঘৰৰ পৰা ওলায আহোঁতে খোজ কাটিযেই আহিছিলো আৰু এতিয়াও খোজকাঢ়িযেই যাওঁ ব'লক। পুৱা নিৰ্জ্জন পথেদি খোজকাটি গৈ ভালহে লাগিব।

ব'লানা আইতা, ঘৰলৈ যাওঁ। ইযাত বৈ থাকি কি লাভ হ'বনো বিতোপনে মাকৰ হাতত ধৰি আগবাঢ়িলেই।

প্ৰণতিযেও হযভৰ দি আহিবৰ সময়ত ষ্টেচনৰ পৰা ওলায় যোৱা যাত্ৰীৰ টিকট সংগ্ৰহ কৰোঁতাজনৰ হাতত টিকট দুটা দি। তিনিও আহি ৰাজপথত ভৰি দিলেহি। মাজত বিতোপন একাষে মাক আনকাষে আইতাক তিনিও আগুৱাই আহিল নিজ ঘৰ অভিমুখে।

বিতোপনে অহাৰ পথত মাজে সময়ে ইটো সিটো কথা সুধি আহিছে আৰু কিমান দূৰ খোজকাটিব লাগিব মা।

চিন্তাক্লিষ্ট মাকে তলমূৰ কৰিয়ে জনালে আৰু অলপদূৰ যাব লাগিব সোণটো

আইতা তোমাৰ ঘৰটো বহুত ধুনীয়া একেবাৰে বহুত ডাঙৰ নেখি বাৰু. ?

অতি উলাহেৰে গৌৰৱ সনা মাতেৰে আইতাকে জনালে তোমাৰ ঘৰটো মানে জানা বিতোপন মইনা তোমাৰ ঘৰতো বহুত ডাঙৰ ইমান ধুনীয়া জানা।

বাৰু আইতা, তাত আমাৰ আশ্ৰমৰ নিচিনা শিৱ শম্ভু মন্দিৰ আছেনে নাই?

আছে মইনা সকলোকে আছে— ভক্তিৰে জনালে আইতাকে।

অলঙ্কৃতা আৰু প্ৰণতিয়ে নিজা নিজা হেৰুৱা আৰু পোৱাৰ চিন্তাত নিমগ্ন হৈ মাজে মাজে বিতোপনৰ প্ৰশ্নৰ উত্তৰদি কেতিয়ানো আহি নিজা ঘৰৰ ৰাস্তাৰ কাষ পালেহি গমকে নাপালে।

ঘৰৰ পথত সোমাবলৈ লওঁতেই অলঙ্কৃতাই এলাপাকতে হঠাৎ ভৰিত কচকা খালে বাওঁ ভৰিৰ সৰু গাঁঠিতো বিষাই গ'ল কিবা অজান আশঙ্কাত তাইৰ বুকুখন কঁপি উঠিল।

শাহুৱেকে অলঙ্কৃতাৰ গাত ধৰি সমবেদনাৰে সুধিলে— বৰকৈ দুখ পালা নেকি অলঙ্কৃতা ।

নাই হ'ব যাব পাৰিম মা— পুনৰ লেঙুৰাই লেঙুৰাই উদাসভাৱে ঘৰলৈ বুলি খোজ পেলালে অলঙ্কৃতাই।

প্ৰণতিৰ মনত আনন্দৰ পাৰ নাই। কিছু নিলগৰ পৰাই ওখ দুমলীয়া ঘৰটো চকুত পৰিলত অসীম আনন্দৰে জনালে চোৱা বিতোপন সৌ ওখ দুমহলীয়া ঘৰটোৱেই আমাৰ ঘৰ।

বাঃ বাঃ ইমান এভৰ্ত্তি ডাঙৰ ন কিমান ধুনীয়া ন মা ঘৰটো।

অলঙ্কৃতাই একো নামাতিলে। যিমানে আগবাঢ়িলে সিমানে খোজটো চুটি গহীন আৰু মনটো গধুৰ অলস লাগি আহিল, তেওঁ নিজক প্ৰস্তুত কৰিবলৈ অশেষ চেষ্টা কৰিলে প্ৰথমে কেনেকৈ স্বপনক কি বুলি সম্বোধন ধৰিব, মাকৰ মধ্যস্থতাত কেনেকৈ সমিল মিললৈ আহিব। আকৌ এবাৰ ভাবিলে ঘৰলৈ নহা হলেই ভাল আছিল নেকি? আশ্ৰমতেই মানৱ সেৱা কৰি নিজকে পাহৰি থাকি বহুত পোৱা যেন লাগিছিল। ব্যস্ততাৰ মাজত জীৱনৰ পূৰ্ণতা পোৱা যায়, স্বপ্নময় মোহ মুক্তিৰ জীৱন যেন লাগি গ'ল তাইৰ।

প্ৰণতিয়ে উৎসাহেৰে শান্তিৰ উন্নতিৰ দৌল সাজি জনালে এইটো ঘৰতে তোমাৰ দেউতাৰ আছে। এতিয়া তুমি থাকিবা, মা থাকিব ,মই থাকিম। তোমাক পাই দেউতাৰে কিমান মৰম কৰিব, দেউতাৰে তোমাক হাঁতী, ঘোঁৰা খেলনা আনি দিব সৰু চাইকেল, গাড়ী আনি দিব, তুমি কিমান উঠা, কিমান খেলা খেলি থাকিবা দেই। তোমাৰ লগত মই খেলিম, মাযে খেলিব, দেউতাৰে অফিচৰ পৰা আহোঁতে তোমালৈ বহুত মর্টন, মিঠাই সদায আনি দিব।

বিতোপনে মনৰ উলাহেৰে সুধিলে— মোৰ দেউতা কিমান ডাঙৰ, কিমান ধুনীয়া, কিমান ভাল হয়নে বাৰু আইতা।

তোমাৰ দেউতাৰ বহুত ভাল, খুউব ধুনীয়া, ডাঙৰ অফিচাৰ মানুহ তোমাক পালে খুউব মৰম কৰিব। কোলাত তুলি মোৰ নিচিনাকৈ তোমাক বহুত চুমা খাব। ডাঙৰ ওখ তুলিৰ বিছনাত তোমাক একেলগে শুৱাব। ভাল ভাল বস্তু খাবলৈ দিব। দেউতাৰৰ এখন নতুন ধুনীয়া গাড়ী আছে তাতে আমাক উঠাই লৈ ফুৰিব জানা মোৰ সোণ মইনা বিতোপন।

বাৰু মা, দেউতা এতিযা আছে জানো ঘৰত। ঘৰৰ সন্মুখত চাৰিটা বন্দুকধাৰী পুলিচ দেখা পায প্ৰবল শঙ্কাত স্তম্ভিত ই উঠি অলঙ্কৃতাৰ বুকু কঁপি উঠিল আৰে ই কি।

প্ৰণতিৰ মনত অপাৰ আনন্দ উৎসাহ জাগি উঠিল হওক তেওঁ স্বপনে আকৌ চাকৰিত জইন কৰিলে স্বপনৰ নিশ্চয প্ৰমোচন হ'ল আৰু দায়িত্ব পূৰ্ণ ডাঙৰ অফিচাৰ হ'ল। সেই বাবেই চৰকাৰৰ তৰফৰ পৰা প্ৰহৰী নিয়োগ কৰিছে ৰক্ষা-বেক্ষনৰ বাবে।

বিতোপনে শিশু সুলভতাৰে মনৰ অসীম উলাহত মাক আইতাকক ক'ৰবাতে এৰি নিজৰ ঘৰলৈ বুলি দেউতাকক লগ পাবলৈ অধিৰহে দৌৰি আহি গেটখনত উঠি খুলিবলৈ ল'লে।

কেৱল নির্দেশ পালন কৰোতা নিকৰুণ প্ৰায় পহৰাদাৰ পুলিচে পিঠিৰ বন্দুকটো হাতলৈ আনি বিতোপনক এহাতে ধৰি নমাই আনি ধমক এটা দিলে ক'ত যাব?

অলঙ্কৃতাৰ বুকু চিৰিঙ কৰি গ'ল। গেটৰ বাহিৰতটো বাদেই ভিতৰতো বন্দুক ধাৰি পুলিচ পহৰাদাৰ যে? তাৰ মানে আসন্ন বিপদ নহয়তো ???? তেওঁ মনলৈ সুস্থভাৱ দৃঢ়তা আনিবলৈ যতপৰোনাস্তি চেষ্টা কৰিও বিফল হ'ল।

প্ৰণতিয়ে মনৰ উল্লাসেৰে জনালে হেৰা পহৰাদাৰ এইটো মোৰ নাতি মানে স্বপন চৌধুৰীৰ ল'ৰা আমিও আহিছো এইয়া স্বপনৰ চৌধুৰীৰ পত্নী অলঙ্কৃতা চৌধুৰী আৰু মই হ'লো স্বপনৰ মাক।

পহৰাদাৰ কেউটায়ে সন্দহেৰে চকু ৰঙাকৈ চালে তেওঁলোকলৈ।

খাকি পোছাক পৰিহিত কঁকালৰ খোচনাত পিস্তল জিলিকি থকা, দুবাহুত খাকি চোলাৰ ওপৰত আঁৰি থোৱা পিতলৰ তৰা দুটাকৈ স্পষ্ট হৈ থকা নিজকে শাসক বুলি দৃঢভাৱে ভবা পুলিচৰ বিশিষ্ট বিষয়াজন আগবাঢি আহি তেওঁলোকক বাধা দিলেহি। এই ঘৰত সোমাব নোৱাৰিব আপোনালোক।

প্ৰণতিযে আচৰিত হৈ প্ৰশ্ন কৰিলে কিয় নোৱাৰিম ইন্সপেক্টৰ এইটো আমাৰ ঘৰহে।

চৰকাৰৰ ফালৰ পৰা বাধা আৰোপ কৰা হৈছে— কঠিন স্বৰে জনালে চৰকাৰৰ জীৱনত বাইজৰ শান্তিৰ হকে চাকৰি কৰা চৰকাৰে খাকি পোছাক পিন্ধিবলৈ দিয়া বিশেষ শাখাৰ বিষযাজনে নিজৰ পাৰদৰ্শিতা দেখুৱায।

প্ৰণতিয়ে দৃঢতাৰে জনালে আপোনালোকে নাজানে জানো এইটো মোৰ পুত্ৰ স্বপন চৌধুৰী ঘৰ বুলি।

আকৌ পদমাৰ্যদাৰ গৌৰৱেৰে চৰকাৰী ভাষ্যৰে উত্তৰ দিলে খমখমিযা খাকি কাপোৰত ইস্ত্ৰিৰ দাগ স্পষ্টভাৱে জিলিকি থকা নিজক পুৰা স্মাৰ্ট বুলি ভবা যদিও অন্তৰ ভাগ দুৰ্বল লোকজনে কলে এতিয়া নহয়— চৰকাৰে অধিগ্ৰহণ কৰিলে এই ঘৰ।

প্ৰবল শঙ্কাত বিপৰ্য্যয়মুখী প্ৰণতিয়ে অলঙ্কৃতালৈ থৰ লাগি চালে সহায় বিচাৰি।

এইবাৰ নিজকে প্ৰস্তুত কৰি অলঙ্কৃতাই প্ৰশ্ন কৰিলে অশুভ দৃষ্টিৰে তাইৰ সৌন্দৰ্য্য পান কৰোঁতা বিষয়াজনক— কিহৰ দোষত বিশেষকৈ আমাক নজনোৱাকৈ এই ঘৰ অধিগ্ৰহণ কৰা হ'ল কেনেকৈ।

অভ্যাসবশতঃ ইতিকিং কৰিলে চৰকাৰী জীৱনত একেটা অনুষ্ঠানৰ একেখন কলনিতে কোৱাটাৰৰ সন্মুখত ওখ বাঁহৰ বেৰাৰ আৱৰণ দি আবদ্ধ হৈ নিশাও, জাগি শুই দূৰদৰ্শিতাক বিসৰ্জন দি প্ৰতি ক্ষেত্ৰতে সন্দেহক সহচৰ কৰি বাস কৰা সাধাৰণ লোকৰ সমস্যা ৰাজিক আওকাণ কৰা, সংসাৰিক জ্ঞান প্ৰায় মনৰ পৰা মুচি পেলোৱা

সর্ব সাধাৰণৰ লগত মিলামিছা কৰাৰ পৰা বহুত নিলগত থকা লোকজনে। তুমি যৈণীবেকজনী হৈ ক'ত মৰিছিলি গৈ? পেপাৰত পোৱা নাই স্বপনৰ আদাৰত নিৰ্ম্মিত কেইবাকোটি টকীয়া ব্ৰীজ ভাগি ড্ৰাইভাৰ সহ চাৰিজন পানীত পৰি সলিল সমাধি হ'ল। তাৰোপৰি ডিপাৰ্টমেন্টৰ চাৰিমহলীয়া ঘৰতো নিৰ্ম্মাণ কৰি থাকোঁতেই খহি পৰি মহৰী, লেবাৰৰ কৰুণ মৃত্যু ঘটিল বুলি। যিবোৰে অনৈতিকভাৱে মদ মাইকীক জীৱনৰ উপভোগৰ ধন কৰি জুৱাৰী হৈ টকা ঘটিবলৈ যায় সেইবোৰৰ এনেকুৱাই হয় বুজিছা।

পূৰ্ব্বৰ অনুমান বাস্তৱত ৰূপায়িত হোৱাত অলঙ্কৃতাই তলমূৰ কৰি প্ৰতিবাদ কৰাৰ স্থল বিচাৰি নাপায়— এটা শব্দও বাহিৰ নহ'ল তেওঁৰ মুখৰ পৰা।

মাকে মূৰে কপালে হাত দি সকলো সম্পত্তি হেৰুৱালেও একমাত্ৰ পুত্ৰধনক পাবৰ আশাৰে সুধি পেলালে। বাৰু যাওক ঘৰ সম্পত্তি কিন্তু মোৰ পুত্ৰ স্বপন বৰ্ত্তমান ক'ত? বন্দী কৰি ৰাখিছে নেকি তেওঁক?

নাই চাকৰীৰ বাধ্যকতাত সকলৈকে জনালে পুলিচ জনে তেন্তে ক'ত, স্তম্ভিত হ'ল প্ৰণতি।

নিয়ম অনুযায়ী চৰকাৰী চাকৰি কৰা পুলিচ বিষয়াজনে মূৰৰ পৰা টুপীটো খুলিলে।

আলঙ্কৃতাৰ আৰু বুজিবলৈ বাকী নাথাকিল। বুঁকুৰ পৰা ওঁঠলৈকে শুকাই আহিল মূৰতো আচন্দ্ৰাই কৰি অনিলে তেওঁৰ তৎক্ষণাত তেওঁ কপালৰ টিকটিয়া উজ্বল সতেজ শক্তিৰ প্ৰতীক ৰঙা সেন্দুৰৰ ফোটতো দুই হাতে ঢাকি ধৰিলে চিৰদিনলৈ নিঃশেষ হৈ যোৱাৰ প্ৰবল আশঙ্কাত।

পৰিস্থিতি পৰিবেশ মাতৃ, পত্নীৰ দুৰ্যোগ দুৰৱস্থালৈ ভ্ৰাক্ষেপ নকৰি অনুশোচনা অথবা সমবেদনা, শান্ত্বনাৰ প্ৰচেষ্টা নকৰি শিলাময় পাষাণ কঠিন হৃদয়েৰে স্পষ্টভাৱে ব্যক্ত কৰিলে চাকৰিৰ স্বৰূপ অনুযায়ী বিষয়াজনে ঘটনাৰ নিশা স্বপন চৌধুৰীক ধনৰ অপব্যয় আৰু বিশ্বাসঘাটকতাৰ বাবে এৰেষ্ট কৰি আইনমতে থানালৈ নিয়া হৈছিল। দাণ্ডি পাৰি ট্ৰেচাৰত উঠাই নিয়া চৌধুৰীক থানাৰ ভিতৰৰ পৰা হস্পিটেললৈ নিয়াৰ কথা নৌ ভাবোতেই জেৰা আৰম্ভ হওঁতেই তেওঁৰ মৃত্যুৰ কলা গণা কঙ্কালসাৰ দেহাৰ পৰা জীৱ উৰি গ'ল।

নাই, বুলি বিকট চিঞৰৰ মাৰি মাক প্ৰণতি প্ৰাণহীন মূৰ্ত্তিৰ দৰে নিঠৰ হৈ ৰ'ল, তেওঁ স্বৰ্গত আছে নে মৰ্ত্ত্যত আছে, স্বদেশতে বিদেশীৰ দৰে কি হেৰুৱায় কাৰ বাবে

অপেক্ষা কৰি আছে, তেওঁ নিজে হেৰুৱালেনে তেওঁক হেৰুৱালে? একাদিক্রমে কিয় একে দশা হ'ল তাকে চিন্তি তেওঁৰ অবশ মন শূন্যৰ পৰা মহাশূন্যলৈ ভাঁহি গুচি গ'ল।

অলঙ্কৃতাই কপালৰ পৰা হাত এৰি অজান বালক বিতোপনক আঁকোৱালি কম্পিত হৃদয়খন ফাঁক হৈ যাব নোৱাৰাকৈ তাক সাৱতি ধৰিলে সিও যেন হৃদয়ৰ পৰা কদাপি হেৰাই যাব নোৱাৰাকৈ বুকুৰ মাজত সুমুৱাই লৈ টুঁটৰিটোৰে তাৰ মুৰত হেঁচা মাৰি ধৰি অপলক নয়নে নিজকে শাসনকৰ্ত্তা একছত্রী সম্রাট বুলি ভবা অস্ত্রৰ বলত নিজকে সবাতোকৈ শক্তিশালী বুলি ধৰা পুলিচ বিষযাজনৰ নিৰ্দয মুখলৈ বিতৃষ্ণাৰে চাই ৰ'ল। চকুৰ আগত তেওঁৰ ভাঁহি উঠিল যেন ক্ষন্তেক আগলৈকে আকাশত উজ্জ্বলভাৱে জিলিকি থকা তৰাটো মুহূৰ্ততে পপিযা তৰাহৈ খহি আহি পাতালত বিলীন হৈ গ'ল।

একেথিৰে চাই ৰোৱা মানুহ গৰাকীৰ চকুত চকু থৈ কথা কোৱাৰ সাহস হেৰুৱাই নিজকে সৰ্ব্বজ্ঞ বুলি ভবা বিষযাজনে ধৰ্ম্মজ্ঞান আহৰণ নকৰাকৈ কৈ গ'ল পৰিস্থিতিৰ প্ৰতিক্ৰিযাৰ কথা অনুধাবন নকৰি স্বপন চৌধুৰীক প্ৰথমে হাই ব্লাড প্ৰেচাৰত ঢুকুৱা বুলি সন্দেহ কৰা হৈছিল। কিন্তু মৰণোত্তৰ পৰীক্ষাৰ পাছত ধৰা পৰিল ইযাৰ পূৰ্বেই এইড্‌ছ ৰোগে তেওঁৰ দেহা কঙ্কালসাৰ কৰি মগজু পৰ্যন্ত খুলি খাই বিকল কৰি দিলে। সেইযে আইনৰ শাস্তিতকৈ তেওঁ হাজাৰ গুণ বেছি শাস্তি নিজৰ কলঙ্কিত বদ গুণত ভুগি আচলতে নিজেই মৃত্যুক আহ্বান কৰি ল'লে।

গভীৰ অন্তৰৰ বেদনাৰ প্ৰতীক কাকো বুজাব নোৱাৰা হৃদয দহনৰ চিন স্বৰূপে দুটোপাল অশ্ৰুলো অলঙ্কৃতাৰ ওখ বকুখনৰ আৱৰণ চাদৰখনৰ ওপৰতে টপ টপকৈ পৰি তিতি স্পষ্টভাৱে জিলিকি উঠিল।

প্ৰণতিৰ ইন্দ্ৰিয়সমূহ গভীৰ উত্তেজনাত জাগি উঠি গাৰ নোমবোৰ ডাল ডালকৈ শিয়ঁৰাই দিলে। মুহূৰ্ত্ততে মনত পৰিল দেউতাক আৰু নিজৰ স্বামীৰ নৰকৰ কীটৰ দৰে চৰিত্ৰহীনতাৰ কথা। এতিয়া একে দশাতে একে পৰিস্থিতিত পুতেকৰ বাবে সমবেদনা জনাবনে, অনুশোচনা কৰিবনে, ঘৃণা প্ৰকাশ কৰিব? অৰ্ন্তদ্বন্দ্বত তেওঁৰ মন দোদুল্যমান অৱস্থাত ওলমি ৰ'ল তেতিযা। তথাপি পুত্ৰ হ'ল ভৱিষ্যৎ গতিকে স্বামীতকৈও পুত্ৰলৈ টান অধিক। মনলৈ আহিল পাপক ঘিণাবা কিন্তু পাপীক নিঘিণাবা সেইয়ে বৰ্ত্তমানৰ প্ৰধান কৰ্ত্তব্য শ সংকাৰ সমাপনৰ বাবে তেওঁ ম্লান অস্পষ্ট কণ্ঠস্বৰে প্ৰশ্ন কৰিলে স্বপনৰ নশ্বৰ দেহাটো ক'ত? সংকাৰৰ বাবে লাগে আমাক।

থোৰতে সামৰাৰ চেষ্টা কৰিলে পুলিচজনে চৰি ওঁচৰ চুবুৰীয়াক সুধি পৰিয়ালৰ কাৰো সমাধান নাপায লাচটো প্ৰথমে মুৰ্দ্দাখানাত ৰখা হৈছিল। এতিয়ালৈ বোধহয় নাপাব।

ক'ব নোৱাৰাকৈয়ে প্ৰণতিৰ মুখত ওলাল অভিশপ্ত লোকৰ দুৰাৰকৈ মৃত্যু হয়। তেওঁৰ আত্মাযো সদগতি লাভ কৰিব নোৱাৰে।যি লোকে জীৱীত দিনত নিজৰ শৰীৰক উৎপীড়ণ কৰাৰ উপৰিও মগজুক নিচা মগ্নকাৰী নিজে সৎপথ হৰণ কৰে তাৰ পৰিণাম এনেকুৱাই হয। হেয প্ৰতিপন্ন লোকক কেৱল মানুহেই নহয় ভগৱানেও আৰু ঘূৰি নাচায।

অলঙ্কৃতাই জোৰকৈ চকু কেইটা মুদি দিলে— ছি ঃ ছিঃ মোৰ বাবেই স্বপনদাৰ এই দশা হ'ল। মই গুচি নোযোৱা হলে কিজানি এই মৰ্ম্মান্তিক জঘন্যত্বম ঘটনা কেতিযাও নঘটিলহেঁতেন কিন্তু তেওঁ যে মোক নিজে খেদাই পঠিয়াইছিলে কিন্তু হে ভগৱান পত্নী হিচাপে মোৰ দোষ নালাগিব জানো... ঠক ঠককৈ কঁপি উঠিল অলঙ্কৃতাৰ বুকুখন।

স্বপনৰ আত্মাৰ গদগতি কামনা কৰিবৰ অৰ্থে প্ৰাৰ্থনা কৰিবলৈ প্ৰণতি ব্যাকুল হৈ উঠি জনালে। হেৰি শান্তি ৰক্ষক অনুগ্ৰহ কৰি মোক গুদাম ঘৰটোলৈ যাবলৈ অনুমতি দিযক। তাতে মোৰ নিত্য পুজ্য ভগৱান ভগৱতীৰ প্ৰতিমূৰ্ত্তি আছে। কেৱল মোৰ ইষ্ট দেৱ দেৱীক বুকুত বান্ধি লৈ যাওঁ তাৰ পৰা যেন বঞ্চিত নকৰিব মোক মহাশয।

নিস্পাপ মাতৃ গৰাকীৰ অন্তিম প্ৰাৰ্থনা স্বীকাৰ নকৰি পবিত্ৰ কামনাকণকো পূৰণ হ'বলৈ নিদি বাধা প্ৰদান কৰিলে মদগৰ্ব্বী গোঁৱাৰ ঈশ্বৰ অবিশ্বাসী বিষযা পুলিচজনে মিছা কথা এই ঘৰত আপোনাৰ আৰু অধিকাৰ নাই। কোনো কাৰণতে ভিতৰ সোমাব নোৱাৰিব। অন্যকি এটা ফুটা কৰিও ইযাৰ পৰা সংগ্ৰহ কৰিব নোৱাৰিব । চৰকাৰে এই ঘৰ অধিগ্ৰহণ কৰি মেজিষ্ট্ৰেতৰ দ্বাৰা তলাত চিল মোহৰ মাৰি থৈছে।

প্ৰণতিযে সৰ্ব্বস্ব হেৰুৱায অৱশেষত খণ্ডত উদবাউল হৈ উঠিল "মোৰ ঘৰত মোক সোমাবলৈ দিবই লাগিব। বাধা দিবলৈ আপুনি কোন ?? ?"

অদূৰদৰ্শী হৃদয়হীন কাঠচিতিয়া মানুহজনে প্ৰণতিৰ প্ৰচেষ্টা মুহূৰ্ত্ততে ব্যৰ্থ কৰাৰ প্ৰয়াসেৰে সকিয়াই দিলে। আপোনালোকে মাযা মোহ এৰি এতিয়াই ভালে ভালে আঁতৰি যাওক কাৰণ স্বপনৰ পৰিযালৰ লোকক বিচাৰি ফুৰা হৈছে । গতিকে স্বপনৰ বিনিময়ত স্থাৱৰতো গ'লেই বাকী অস্থাৱৰ সম্পত্তিৰ বিচাৰত আপোনালোকো

কাঠ গডলাত উঠি জেলৰ ভাত খাব লগা হ'ব পাৰে।

দীঘল নিশ্বাস এটা পেলায মাযা, মোহ, ত্যাগ কৰি বাস্তৱ জগতখনৰ কথা মনত পেলাযে প্ৰস্তুত হ'ল অলঙ্কৃতা মা চিন্তা নকৰিব বাক্যবাণ হানি শাস্তি বিহি, শাস্তিৰ নামত নিজ পদ মাৰ্যদা ৰখাতো এওঁলোকৰ নীতি, দোষীৰ দোষৰ বিনিমযত আটক বা সম্পত্তি অধিগ্ৰহণৰ পাছত বাকী ঘৰৰ নিৰ্দোষী প্ৰাণীক দণ্ড দিযাতো কোনো আইনত নাই। মাযাক জলাঞ্জলী দি অপাৰ্থিব বস্তুৰ মোহ ত্যাগী আত্মাক শুদ্ধ পথত ৰাখিবৰ বাবে এতিযা ব'লক পুনৰ আশ্ৰমলৈকে ঘূৰি যাওঁগৈ। হেৰোবা বস্তু আৰু কোনোদিন ঘূৰাই পোৱা নাযায। ঘৰ সম্পত্তি গ'ল মানে পাপৰ প্ৰাযচিত্ত হ'ল বুলিযেই ধৰক। আপোনাৰ পুত্ৰ, মোৰ স্বামী, বিতোপনৰ পিতৃ এইড়্ছত শহীদ হ'ল। এই ঘৰ সমাজৰ কলঙ্কৰ অধ্যাযৰ চিন স্বৰূপে চিৰ কাল জিলিকি ৰ'ব। মানুহে বুজিব লোভ আৰু চৰিত্ৰ হীনতাৰ পৰিণাম সৰ্বহাৰা আৰু অনিবাৰ্য্য অকাল কৰুণ মৃত্যু আৰু কলঙ্ক স্বৰূপ নৰকৰ কীট। সমাজৰ জ্ঞান হওক পলাশ, দেৱজিৎ আৰু আমাৰ স্বপনৰ কামোন্মত্ততা অশ্লীল যৌৱন কদৰ্য্য লীলাৰ কেৱল সম্ভোগক যৌৱন জীৱনৰ সঙ্গী কৰি ড্ৰাগছ, মদৰ নিচাত নিজৰ মন-প্ৰাণ ডুবায় উশৃঙ্খল জীৱন যাপন কৰাৰ ভযাবহ পৰিণতি ৰাইজে উপলব্ধি কৰিব। বিশেষকৈ যুৱ সমাজত বাঢি অহা অপৰাধ প্ৰৱণতাৰ যাতে সামকাটে তাৰ প্ৰতিচ্ছবি হৈ জিলিকি থাওক স্বপনৰ এই প্ৰেতমঞ্চ মোহময অট্টালিকা— অলঙ্কৃতাই এবাৰ বাহিৰে সৌন্দৰ্য্য ভিতৰে ফোপোলা ঘৰটোৰ উচ্চতালৈ দৃঢভাৱে লক্ষ্য কৰি দীঘল নিশ্বাস এটা পেলায সকলো মাযাৰ সম্বন্ধ ছেদ কৰি পৰমাত্মাত ভৰষা কৰি মনটো সবল কৰি ল'লে।

হঠাৎ পুত্ৰ আৰু স্থাৱৰ সম্পত্তিৰ চিৰ বিচ্ছেদে সংসাৰৰ মায়া মোহৰ জালে প্ৰণতিৰ মন ব্যতি ব্যস্ততাৰে উন্মাদ কৰি তুলিলে। অলঙ্কৃতা তুমি যেন শিলাময হৃদযেৰে পাষাণ ৰূপে ঘৰ সম্পত্তি অন্যকি তোমাৰ স্বামী স্বপনৰ নশ্বৰ দেহাকো ত্যাগ কৰি দিলা যে ???

অলঙ্কৃতাই নিজক চণ্ডালি সততাৰে দৃঢভাৱে জনালে ক্ষমা কৰিব মা শৰীৰত শক্তি আৰু মনত দৃঢতা থকাৰ সমযত আপোনাৰ দেউতাৰ অসৎ চৰিত্ৰৰ হেতু ছিফিলিছ ৰোগ চপাই লোৱাৰ বাবে আপোনাৰ মাযে আপোনাৰ দেউতাক আৰু নীচ চৰিত্ৰৰ প্ৰতিফলত গণৰীযা ৰোগত ভোগাৰ বাবে অসৎনিচ পুৰুষ হিচাপে আপুনি আপোনাৰ স্বামীক যদি চিৰ বিচ্ছেদেৰে ত্যাগ কৰিব পাৰে তেনে মোৰ নিষ্ঠাই মোৰ পৱিত্ৰতাই অন্তত নিকা সমাজ এখন গঢাৰ ক্ষেত্ৰত মোৰ স্বামী হলেও চৰিত্ৰহীন

সমাজদ্ৰোহী আত্মপ্ৰবঞ্চক এইজন ৰোগী এজনক ত্যাগ কৰিব নোৱাৰাৰ যুক্তি ক'ত???
অন্যায় আমি কৰা নাই। মনত ৰাখিব মা আপুনি বা মই তেওঁক ত্যাগ কৰা নাছিলো বৰঞ্চ সৎ পথলৈ আনিবলৈ অপ্ৰাণ চেষ্টা কৰিছিলো। তেওঁ নিজেইহে শান্তি সমৃদ্ধিক লঠিযাই অন্ধত্বৰে কামোন্মত্ততাৰে সত্য প্ৰেমৰ পৰা নিজক বঞ্চিত কৰি প্ৰতিফল ভুগিছে । মাতৃ হৃদযত সকলোৰে বাবে দযা করুণা আছে আৰু সদায থাকিব।

অসহ্য বিৰহ বেদনাৰে মনৰ অবসন্নতাৰে জনালে প্ৰণতিয়ে কিন্তু অলঙ্কৃতা মোৰ বৃদ্ধ শৰীৰে আৰু বিকল মগজুৰে যেন আৰু একো কাম কৰিব নোৱাৰা হ'ল।

চাওক মা স্বযং ভগৱানৰ মুখৰ বাণী গীতা হ'ল সমস্ত বিশ্ব কল্যাণৰ বিশ্বৰ প্ৰতিজন লোকৰ বাবে অদ্বিতীয ধৰ্ম্মগ্ৰন্থ। গতিকে আপুনি তাৰ মৰ্ম্ম জানেযে দোষীৰ ক্ষেত্ৰত স্বামী আৰু পুত্ৰ অথবা সম্বন্ধীযৰ ক্ষেত্ৰত পাৰ্থক্য নাই । সংসাৰখন গঢোতেই আমাৰ সকলোৰে ভুল হ'ল। আৰ্জ্জিত ধৰ্ম্ম কৰ্ম্মৰ প্ৰতিফল নিশ্চিত আছে। গতিকে জ্ঞান চকু মেলি চাওক অভিশাপৰ ফলত পুত্ৰৰ সমাধি হ'ল। ইফালে আপোনাৰ ধৰ্ম্ম আৰু সাধনাৰ বলত নাতি প্ৰাপ্ত হ'ল। এতিয়া আমি অতীতক সুঁৱৰি ভৱিষ্যতক মঙ্গলময কৰি তুলিব লাগিব। উঠি অহা এই মোৰ পুত্ৰ আৰু আপোনাৰ নাতিৰ যোগেদি।

দীঘল নিশ্বাস এটা পেলালে প্ৰণতিযে তুমি ঠিক কৈছা অলঙ্কৃতা কাৰণ বিধিৰো বিধান আছে।

জীৱনত পিতৃৰ মুখ নেদেখা পিতৃ প্ৰেমৰপৰা চিৰবঞ্চিত সদায সত্য ধৰ্ম্ম আন্বেষণত থকা বিতোপনে একো উৱাদিহ নাপালে। একোকে বুজিব নোৱাৰি অসম্ভৱ আমনি পায বাধা আৰোপত বিতৃষ্ণা জন্মি চিৰন্তন সুখ প্ৰযাসেৰে আইতাকৰ হাতত ধৰি টানি আনিলে ব'লা আইতা মা আমি সকলোৱে মিলিজুলি থকা ডাঙৰ ভাল ধুনিযা আশ্ৰমখনলৈ ঘূৰি যাওঁগৈ। পুলিচে বেৰি থকা ঠাইবোৰ বৰ বেযা লাগে আৰু ইমান ভযত বাস কৰা বন্ধ ঘৰ বোৰ অকণো ভাল নালাগে আহাঁ মা আমি মুকলিকৈ থাকিম, ব'লা আইতা মা ইযাৰ পৰা সদায়ৰ বাবে আমি গুচি যাওঁ।

বিতোপনৰ এহাতত মাক অলঙ্কৃতা আনহাতে আইতাক প্ৰণতিযে আলফুলকৈ ধৰি ভটিয়াই আহিল শান্তিময আশ্ৰমলৈ বুলি।

প্ৰণতিযে এফালে ঘৰ সম্পত্তি পুতেকক চিৰকালৰ বাবে হেৰুৱায আনফালে বোৱাৰী আৰু নাতিক পায় কিমান হেৰুৱায় কিমান অধিক পালে তাক আৰু উপলব্ধি

কৰাৰ বৃথা চেষ্টা নকৰিলে। মাথোঁ তেওঁ দৃঢ়ভাৱে প্ৰতিজ্ঞা ল'লে নাতিৰ মৰমত বোৱাৰীৰ আশ্ৰয়তে আশ্ৰমৰ মন্দিৰত মৌন ব্ৰতলৈ আত্মা পৰমাত্মাৰ লগত বিলীন কৰি ইহধাম ত্যাগ কৰিব, ব্যৰ্থ এই জীৱনৰ বাবে।

অলঙ্কৃতাই দীঘল হুমুনীয়া এটা কাঢ়ি জনালে মা দুখ নকৰিব। মোৰ স্বামীৰ এটা অংশ ৰূপে আপোনৰ পুত্ৰৰ প্ৰতীক প্ৰতিনিধি হিচাপে পূজা সেৱাৰ প্ৰতিফল ৰূপে ভগৱান ভগৱতী সন্তুষ্টহৈ বিতোপনক আমাক দিছে। আপুনি বিতোপনক ডাঙৰ দীঘল কৰক আপোনাৰ মহৎ আদৰ্শৰে।

বৰ দুখেৰে জনালে প্ৰণতিয়ে মই আৰু নোৱাৰিম অলঙ্কৃতা।

দৃঢভাৱে জনালে অলঙ্কৃতাই— পাৰিবা মা কাৰণ বিতোপন জন্মৰ পৰা সৎকৰ্ম্ম আৰু ধৰ্ম্ম মাজেৰে পালিত হৈছে, বিতোপন এতিয়াও মানৱ কল্যাণ ধৰ্ম্মী শ্ৰমৰ জপনাৰ ভিতৰতে আছে। গতিকে জপনা খুলি ব্ৰহ্মাচাৰ্য্যৰ দ্বাৰা জীৱনৰ প্ৰাৰম্ভণিত বাহিৰৰ জগতৰ লগত পৰিচয আপুনিযেই কৰাই দিব লাগিব। বাকী মই আশ্ৰমৰ ভিতৰৰ কাম কৰি যাম নিযাৰিকৈ।

প্ৰণতিৰ স্থগিত মনৰ তন্দ্ৰা ভাগিল। পুতেকৰ প্ৰতিৰূপ নাতিনীযেকৰ মুখত দেখিবলৈ পায় নিস্কলঙ্কিত নতুন এখন সংসাৰ গঢ়ি তোলাৰ প্ৰবল প্ৰযাস জাগি উঠিল এফালে হেৰুৱায আনফালে নিস্পাপ ৰত্ন নাতিক পায তেওঁৰ মন আকুল আবেগত উখলি উঠিল— হ'ব অলঙ্কৃতা, বিতোপনক আমি সমাজৰ এজন দাযিত্বপূৰ্ণ সংযমী, ত্যাগী মহান, গুণী, জ্ঞানী, ধাৰ্ম্মীক সৎ, মহৎ পথ, প্ৰদৰ্শক পুৰুষ ৰূপে গঢ়ি তুলিম। বিতোপন নামটোৰ সাৰ্থকতা তেহে হ'ব।

অলঙ্কৃতাই সভক্তিৰে মূৰ দোঁৱালে মোৰো এইয়ে একান্ত কামনা মা।

তেতিয়া পুব আকাশত সতেজ উজ্বল সূৰ্য্যই চৌদিশ পোহৰাই উদয হৈ বিশ্বৰ মুখত হাঁহি বিৰিঙাই নতুন দিনৰ সূচনা কৰিলে।

(সমাপ্ত)